# বন্দৰৰ কাল

[ প্ৰবন্ধ সংকলন ]

ড° হীৰেন গোহাঁই



পৰিৱেশক :

ৰূপালীম প্ৰকাশন

গুৱাহাটী-৭৮১০০১

# পাঠক ! মন কৰকচোন

তাহানিৰ ঔপন্যাসিক বা কাহিনীকাৰে কাহিনীৰ মাজ ভাগতে পাঠকক সম্বোধন কৰি কোনো ঘটনা, তথ্য বা তাৎপৰ্য্যৰ প্ৰতি তেওঁৰ দৃষ্টি আকৰ্ষণ কৰা ৰীতি এটা আছিল। সম্প্ৰতি সেই ৰীতি অপ্ৰচলিত। আমি ইয়াত সেই ৰীতিকে পুনৰ অনুসৰণ কৰিছোঁ। নিজৰ মতামত পাঠকৰ আগত দাঙি ধৰিবলৈ গৈ অনুভৱ কৰিছোঁ যে চোঁ-ধৰবৰণৰা দুটামান কথা সঁকিয়াই নিদিলে নহয়। দোষ লুকুৱাবলৈ নহয়, চিন্তাৰ অস্পষ্ট আৰু অব্যক্ত সূত্ৰডাল পাঠকক ধৰাই দিবলৈ।

"বন্দৰৰ কাল" এক প্ৰবন্ধ সংকলন। প্ৰবন্ধবোৰৰ ৰচনাকাল আৰু উপলক্ষ্য বেলেগ বেলেগ। সাগৰগামী জাহাজ সদায় ভ্ৰমি ফুৰে। মাজে সময়ে বন্দৰত ভিৰায়। চলে মেৰামতি, ৰছদ যোগাৰ, নতুন গন্তব্যৰ অন্বেষণ। কিন্তু ৰবীন্দ্ৰনাথে কৈ যোৱাৰ দৰে বন্দৰৰ কালো শেষ হয়, আৰম্ভ হয় নতুন যাত্ৰা।

১৯৭৯ চনত আৰম্ভ হৈ যায় তুমুল অসম আন্দোলন। উৎসৱ আৰু কোলাহল, আন্দোলন আৰু সংঘাত, জয়ধ্বনি আৰু হাহাকাৰৰ এক অবিস্মৰণীয় অধ্যায়। প্ৰথম ডোখৰত ঘোৰ বিৰোধিতা কৰিলোঁ, বিৰোধিতাৰ বহু সংগত কাৰণো আছিল। সংখ্যালঘুৰ ওপৰত উৎপীড়ন, গণতন্ত্ৰী দল আৰু মতৰ প্ৰতি জিঘাংসা, নানা ধৰণৰ ভয়াবহ প্ৰচাৰ আৰু চক্ৰান্ত, বিশৃংখলা আৰু ট্ৰেণ্ডগুলি আন্দোলনৰ মাজত নাছিল বুলিলে গোকাট ফাঁকি হ'ব। সেইবোৰ লক্ষণৰ দীৰ্ঘম্যাদী প্ৰভাৱ আজিও নিঃশেষ হৈ যোৱা নাই। কিন্তু ১৯৮২ চন মানৰপৰা এটা সন্দেহ মনত ঘন হ'বলৈ ধৰে—যদিও তাৰ আগতেও তাৰ আভাস মনলৈ আহিছিল। আন্দোলনৰ নানা খেলিমেলিৰ মাজতো অসমীয়া জাতিৰ নিপীড়িত অস্তিত্বৰ মৰ্মবেদনা প্ৰকাশ পোৱা নাইনে? এই যে শই-শই ডেকা ল'ৰাই নিৰ্ভয়ে পুলিচৰ গুলি বুকু পাতি ল'লে, বুঢ়া মেঠাই পুলিচ-মিলিটাৰিৰ নিৰ্য্যাতন অবিচলিতভাৱে সহ্য কৰিলে, চাকৰিৰ পয়মাল, কাৰবাৰৰ লোকচান কেৰেপ নকৰিলে দলে দলে মানুহে—এই সকলো কি কেৱল ভুঁৱা প্ৰচাৰ আৰু কুটিল চক্ৰান্তৰ ফল? বামপন্থী শিবিৰৰ এই বিশ্লেষণ ক্ৰমে অতি সৰল বুলি উপলব্ধি হ'ল। ১৯৮২ চনত

মাৰ্ক্সবাদী কমিউনিষ্ট বুদ্ধিজীৱীসকলৰ মুখপত্ৰ Social Scientist-ত ৰাজহুৱাভাৱে এই সন্দেহ সদৰি কৰিলোঁ। লগে লগেই আৰম্ভ হ'ল বামপন্থী মহলৰ বিচিত্ৰ আৰু তীব্ৰ অপ-প্ৰচাৰ—আজিও যাৰ বিজুলী-ঢেৰেকণি মাৰ যোৱা নাই।

আন্দোলনকাৰী নেতাসকলৰ বাবে ই এক অপ্ৰত্যাশিত লাভ হৈ পৰিল। আন্দোলন-বিৰোধী এজন মুখিয়াল আন্দোলনৰ সমৰ্থক হৈ পৰিছে, সি তেওঁলোকৰ বাবে প্ৰচাৰৰ এক প্ৰধান অস্ত্ৰত পৰিণত হ'ল। কিন্তু তেওঁলোকে আশা কৰা দৰে আন্দোলনৰ আগশাৰীত গৈ থিয় নিদিলোঁ, নিমন্ত্ৰণ পায়ো মঞ্চত নুঠিলোঁ। সন্দেহ সংশয়ৰ ভাব লৈ দাঁতি-কাষৰতে বৈ থাকিলোঁ। ৰাজনীতিৰপৰা ব্যক্তিগত ফয়দা উঠোৱাৰ দলে ভাবিলে, বুৰ্বক। সুযোগ হাততে হেৰুৱাইছে!! আন্দোলনৰ ঢুলীয়াসকলে "লুটি-বাগৰ", "ডলাৰ বগৰী" আদি মনোৰম শব্দ প্ৰয়োগ কৰিলে, বামপন্থী খুলীয়াসকলেও "হয় হয়" ৰৱে সমৰ্থন কৰিলে।

অৱস্থানটো সঁচাকৈয়ে বীৰোচিত নহয়। সংশয়, দ্বিধা আৰু দোদুল্য-মানতা দেখাত অতি বিৱৰ্ণ, বিৰস চেহেৰাৰ। এন্ধাৰৰ মাজত বিবুধি মানুহক পোনচাটেই বাট আঙুলিয়াই দিবপৰা, নিৰাশ নিৰুদ্যম জনক নৱজীৱন দান কৰিবপৰা ক্ষমতা তাৰ নাই। তথাপি তাৰ মাজত বোধহয় অসাধুতা নাই, ভণ্ডামি নাই। গালি খাবলৈ কোনেও ভণ্ডামি নকৰে। সংশয় পাৰ হলেহে নিশ্চয়তা, দ্বিধাৰ দোমোজা দেখা জনহে নিৰ্ভৰযোগ্য পথপ্ৰদৰ্শক হ'ব পাৰে। সেয়ে সংশয় আৰু দ্বিধা মুক্তমনে ৰাইজৰ আগত দাঙি ধৰিলোঁ, যাতে ভৱিষ্যতে সুযোগ্য নেতৃত্ব ৰাইজৰ মাজৰপৰা ওলাব পাৰে।

ইমান দিনে যি লেখা-মেলা কৰি আছোঁ তাৰপৰা সকলো সমস্যাৰ নিশ্চিত সমাধান ওলাইছে বুলি ভবাৰ বয়স আমাৰ আৰু নাই। কিন্তু এটা দাবী বোধহয় নিৰ্বিবাদে কৰিবপৰা যায়—অসমীয়া পাঠক সমাজক বা তাৰ একাংশক বহুত সমস্যা সম্পৰ্কে আমি সচেতন কৰিছো, তাৰ সমাধান বিচাৰিবলৈ অনুপ্ৰাণিত বা বাধ্য কৰিছোঁ, বহু প্ৰশ্ন তুলিছোঁ। হয়তো তাৰ কিছুমানৰ উত্তৰ আমি যিভাৱে দিছো, সময়ৰ পৰীক্ষাত উত্তীৰ্ণ নহ'ব। কিন্তু এক স্থবিৰ, নিস্তৰংগ, ৰক্ষণশীল সমাজৰ মানুহক ভবাইছোঁ, তাতে আমাৰ সন্তোষ আৰু তৃপ্তি।

সি কি কম কথা? আজি কিছুমান ( সকলো নহয় ) তৰুণে যেতিয়া আমাৰ কেতবোৰ মতামত সকলোৱে জনা তুচ্ছ কথা বুলি উৰাই দিবলৈ বিচাৰে, তেতিয়া মনত পৰে কি ভয়ংকৰ প্ৰতিকূল অৱস্থাৰ মাজত সেইবোৰ প্ৰতিষ্ঠা কৰিবলগীয়া হৈছিল দৈনিক কাকতত দৈনিক দুৰ্নাম ৰটনাৰপৰা ৰেডিঅ'ত চৰকাৰী প্ৰগতিৰ স্তাৱকসকলৰ শিশু-সুলভ ব্যংগ-বিদ্ৰূপলৈ সকলো বহু সময়ত অকলে সহিবলগীয়া হৈছিল। বিৰামবিহীন কুৎসা ৰটনাৰ ফলত সমাজত সম্পূৰ্ণ এঘৰীয়া হৈ পৰিছিলোঁ। সাপ হৈ খুটি বেজ হৈ জাৰিবপৰা সকলে সান্ত্বনাৰ বাণী বা প্ৰলোভন লৈ আহিলে ধৈৰ্য্য নেহেৰুৱাকৈ প্ৰত্যাখ্যান কৰিব-লগীয়া হৈছিল। এই সুদীৰ্ঘ নিৰ্য্যাতনৰ ফলত শাৰীৰিকভাৱে আমাৰ স্বাস্থ্যই ক্ষতিগ্ৰস্ত হৈছে, মানসিকভাৱেও আহিছে দুঃসহ নিঃসংগতা।

কিন্তু আমাৰ মতামতবোৰ সম্পূৰ্ণ উপেক্ষিত হোৱাও নাই। স্বাৰ্থান্ধ ঢুলীয়া-খুলীয়াহঁতৰ কোলাহল বেছি হ'লেও ( মাধ্যমবোৰ যে সিহঁতৰ দখলত ) সিহঁতৰ জয় হোবা নাই। আমি পোহৰ পেলোৱা বাটেৰে দুই-চাৰিজনকৈ আন বহুলোক আগবাঢ়ি গৈছে। তাৰে দুই-এজনে কৃতজ্ঞতা, শ্ৰদ্ধা আৰু সহানুভূতিৰ মাত একাষাৰ দি যাবলৈ পাহৰি যোৱা নাই। ন্যস্ত-স্বাৰ্থই পদানত কৰি ৰখা, গতানুগতিক পৰম্পৰাত অভ্যস্ত, অন্ধ বাধ্যতাৰ মাজত নিৰাপদ বোধ কৰা সমাজ এখনত স্বাধীন চিন্তাৰ মূল্য এনেকৈয়ে দিব লগা হয়। ন্যস্ত স্বাৰ্থৰ কামত নহা বা তাক বিপন্ন কৰা চিন্তাৰ গতিপথ সুগম নহয় বৰং সামন্তবাদী চিন্তাই মেৰাই থকা, ঔপনিবেশিক শক্তিয়ে ছা পেলোৱা জেকা মাটিত এনে চিন্তাৰ অংকুৰ লহপহকৈ বাঢ়ি অহাৰ কথা ভাবিবই নোৱাৰি।

এতিয়া অৱশ্যে অসমত একপক্ষীয় খেল এখন চলা টান। বামপন্থী শিবিৰ সুপ্ৰতিষ্ঠিত নহ'লেও নিষ্প্ৰাণ নহয়—বহু শ্বহিদৰ প্ৰাণদানৰ বিনিময়ত সি আজি সজীৱ। কিন্তু আমাৰ দুশ্চিন্তা হয় আন কাৰণত। এই শিবিৰক ভাৰতৰ শাসকশ্ৰেণীয়ে কেতিয়াবা সু-কৌশলে আঞ্চলিক শক্তিৰ বিৰুদ্ধে প্ৰয়োগ কৰিবলৈ বিচাৰিছে। সেয়ে মাজে সময়ে কেন্দ্ৰীয় চৰকাৰেও বামপন্থী চিন্তা আৰু অনুষ্ঠানৰ পৃষ্ঠপোষকতা কৰিছে। সি হয়তো আদৰ্শপ্ৰাণ ব্যক্তিক মোহগ্ৰস্ত কৰা নাই। কিন্তু সুযোগ-সুবিধাৰ গোন্ধ পাই বগুৱা বাই আহিছে TV মাৰ্কা প্ৰগতিশীল। দালালীৰ এলাহ্বৃত ম্লান হ'ব ধৰিছে আদৰ্শৰ অমৰ জ্যোতি। যুদ্ধৰ

সময়ত এইবোৰ দালালক কেতিয়াও দেখা নাযায়, কিন্তু জয়োৎসৱৰ দিনা ইহঁতে ঠিকেই ঠাই লয় নেতাৰ কাষত পাদ-প্ৰদীপৰ তলত।

"বন্দৰৰ কাল"ৰ ৰচনাকালত এই লেখক দালালীৰ বিচিত্ৰতা আৰু বিস্তাৰ দেখি বিস্ময়বিমূঢ়, সন্ত্ৰস্ত। সেয়ে বিভিন্ন প্ৰকাৰৰ দালাল, বিশেষকৈ সাংস্কৃতিক দালালৰ বিৰুদ্ধে ইয়াত প্ৰতিবাদ বেছিকৈ বাজিছে। আমাৰ সমাজৰ আও-ভাও জনা মানুহৰ বাবে কথাটো বিৰক্তিকৰ হব পাৰে। তেওঁলোকৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি কৈছোঁ যে বহুতৰ বাবে এই তিক্ত সত্য এতিয়াও গোপন হৈ আছে। আৰু এটা কিছু অস্বস্তিকৰ কথা হ'ল সাহিত্যত আমি দিয়া অৱদানৰ সপক্ষে কৰা ওকালতি। কিন্তু তাৰ এটা পটভূমি আছে। শাসকশ্ৰেণীৰ পৃষ্ঠ-পোষকতাত আমাৰ সকলো অৱদান ফু-মাৰি উৰাই দিবলৈ এদল গুৰু গম্ভীৰ বহুৰাৰ দলে চেষ্টাৰ ত্ৰুটি কৰা নাই তাহানিৰেপৰা। এওঁলোকৰ জ্ঞান-বুদ্ধি স্পষ্ট ভাষাত যথাযথ বিচাৰৰ বাবে যথেষ্ট নহয়, অথচ শাসক-শ্ৰেণীৰ ইংগিতত এওঁলোকে অসমৰ ভিতৰে বাহিৰে আমাৰ অৱদানক তুচ্ছ-তাচ্ছিল্য কৰি পাণ্ডিত্যৰ চালি ধৰিবলৈ দুঃসাহস কৰিছে। এনে তৰহৰ কাৰবাৰ এটা অলপতে আকৌ চকুত পৰিল Kerala Sahitya Akademiৰ দ্বাৰা প্ৰকাশিত এখন বিশ্বকোষত। আনহাতে শাসক-শ্ৰেণীৰ ভ্ৰূকুটি অৱজ্ঞা কৰি আমাৰ সমৰ্থনত কোনোৱে একো নেলেখা বাবে এইবোৰ অভিযোগৰ উত্তৰ আমি নিজেই দিবলগীয়া হৈছে। (বহু শুভানুধ্যায়ী বন্ধুৱে ব্যক্তিগতভাৱে কথাটো আমাক কৈ দুখ কৰিছে বাবেই লেখিছোঁ।)

দুটামান আমোদজনক উদাহৰণ মনত পৰিছে। ১৯৭৫ চনত ৰবীন্দ্ৰনাথৰ চিন্তাধাৰাৰ দুটামান দিশৰ সমালোচনা কৰাত আনহে নালাগে বহু বামপন্থীয়েই "তৌবা তৌবা" লগাইছিল। কিন্তু ১৯৮২ চনত অৰবিন্দ 'পোদ্দাৰে ৰবীন্দ্ৰনাথেৰ ৰাজনৈতিক দৰ্শন' নামৰ গ্ৰন্থত তেনে সমালোচনা কৰাত এইসকল "ধন্য ধন্য" কৰি উঠিল। অসমীয়া মধ্যশ্ৰেণীৰ প্ৰথম যুগৰ নেতাসকলৰ কিছুমান দুৰ্বলতা আঙুলিয়াই দিয়াত মাৰ খাবলগীয়া অৱস্থাই হৈছিল। পিচত তেনে ধৰণৰ কথাকে বলকি আমাক দুই-একে ধিক্কাৰ দিবলৈ চেষ্টা কৰিছে—যেন আমিহে অসমীয়া মধ্যশ্ৰেণীৰ অন্ধ সমৰ্থক !! সেইবোৰ অপ্ৰীতিকৰ প্ৰসংগ আৰু বহলাই আলচ নকৰোঁ।

সি যি নহওক, "বন্দৰৰ কাল"ত সংকলিত ৰচনাবোৰে এহাতে যেনেকৈ অসমীয়া জাতীয়তাবাদৰ ন্যায্য দাবীবোৰ স্বীকাৰ কৰি তাৰ শ্ৰেণীগত দুৰ্বলতা আৰু ঐতিহাসিক অন্ধতা আঙুলিয়াই দিছে (যিবোৰ আন লেখকে কৰিলে "আহা-উহু" কৈ এচাম পাঠক ঢলি পৰে!) তেনেকৈ পৰম্পৰাগত মাৰ্ক্সবাদৰ কেতবোৰ ত্ৰুটি উদঘাটন কৰি স্থানীয় পৰিবেশত তাৰ বন্ধ্যাত্ব বিশ্লেষণ কৰিছে। দুই শিবিৰৰে মতান্ধসকল উত্তেজিত হ'ব। আশাকৰো বাকী সকলে ভাবি চাব।

দুখৰ বিষয় সংকলনখনৰ মুদ্ৰণৰ সময়ত কেতবোৰ ত্ৰুটি বৈ গ'ল। কলিকতাৰপৰা যথাৰীতি আহি-কাকত আহি নোপোৱাত "ভাৰতত মাৰ্ক্সবাদ চৰ্চা" আৰু "সুৰুচিৰ অভিশাপ" নামৰ দুটা দীঘলীয়া, ধাৰাবাহিক প্ৰবন্ধ বিভিন্ন অংশত ( section ) বিভক্ত নহৈ অখণ্ড গোট হিচাবে ওলাল। ফলত পাঠকৰ বাবে প্ৰবন্ধ দুটা পঢ়িবলৈ কষ্টকৰ হ'ব। আমি নিজে তাৰ বাবে দুখিত হৈছো। প্ৰবন্ধবিলাকৰ কোনো কোনোটোত উগ্ৰজাতীয়তাবাদৰ বিৰুদ্ধে তীব্ৰ মন্তব্য ৰাখিবলৈ যাওঁতে অসমীয়া জাতীয়তাবাদকে নস্যাৎ কৰাৰ দৰে হৈছে—এইবোৰ আমি আন্দোলন বিৰোধিতা কৰা সময়ত লেখা। তেনেকৈ চি পি এম ৰ প্ৰতি ক'ৰবাত অত্যধিক অনুৰাগ প্ৰকাশ কৰা হৈছে, সেইবোৰ পাঠকে মোহগ্ৰস্তৰ উক্তি বুলি ভাবিলে আমাৰ আপত্তি নাই।

প্ৰবন্ধবিলাকৰ চিন্তাৰ ধাৰাটো এনে ধৰণৰ কোনো এক সমসাময়িক সমস্যাৰ তাৎক্ষণিক সমাধান অসম্ভৱ যেন দেখি তাক বহল ঐতিহাসিক পৰিপ্ৰেক্ষিতত স্থাপন কৰি বুজিবলৈ চেষ্টা কৰা হৈছে আৰু ফলত সমস্যাটোৰে তত্ত্বগত ৰূপটো সলাই ল'ব লগাত পৰিছে। নতুন তত্ত্বগত সূত্ৰৰপৰা হয়তো সমস্যাৰ সমাধান অধিক সহজ হ'ব। যেনে ধৰক, অসমীয়া সমাজত দেখা দিয়া জনজাতীয় সমস্যা। তাক কেৱল কেন্দ্ৰৰ চক্ৰান্ত বা এমুঠি দুৰাকাংক্ষী লোকৰ ষড়যন্ত্ৰ বুলি আমি বহি থাকোঁতে জোৰ পুৰি হাত পালেহি। সমাধান নহ'ল। ইতিহাসৰ পৰিপ্ৰেক্ষিতত বাকি দেখা গৈছে সমস্যাৰ গুৰি অসমীয়া জাতীয়তাৰ সংকীৰ্ণ সংজ্ঞাত আৰু এক সংকীৰ্ণ মধ্যশ্ৰেণীৰ দ্বাৰা অসমীয়া জাতীয় চেতনাৰ ওপৰত আধিপত্য। সেই সংকীৰ্ণ চিন্তা দূৰ কৰিলেহে জনজাতীয় সমস্যাৰ সমাধান সম্ভৱ হ'ব, অন্ততঃ সংঘৰ্ষৰ বিপদ এৰাবপৰা যাব। তেনেকৈ ভাৰতত মাৰ্ক্সবাদে আৰ্থ-সামাজিক ৰূপান্তৰত প্ৰধান ভূমিকা ল'ব নোৱাৰাৰ

উই উলিয়াবলৈ গৈ দেখা গৈছে যে মাৰ্ক্সবাদৰ এক যান্ত্ৰিক আৰু মতান্ধ অনুগমনেই মাৰ্ক্সবাদৰ ভূমিকা সংকুচিত কৰিছে। সুৰুচিৰ নামত মধ্যবিত্ত বুদ্ধিজীৱীয়ে বৰ্ত্তমানৰ সাংস্কৃতিক অৱক্ষয়ক গৰিহণা দিয়ে, অথচ মাজে সময়ে নিজেই জঘন্য "অৰুচিকৰ" কাণ্ড কৰে। অৰ্থাৎ ৰুচিৰ ধাৰণাটোও ন্যস্ত-স্বাৰ্থ ৰক্ষাৰ অস্ত্ৰহে। "ৰুচি আৰু উচ্চ মান"ৰ আৱৰ্ত্তৰ মাজত পাক ঘূৰণি খাই থাকিলে বৰ্ত্তমানৰ সাংস্কৃতিক সংকট সমূলি বুজা নাযাব। সমাজ-ব্যৱস্থা আৰু মতাদৰ্শ ( বা দৰ্শন )-ৰ প্ৰশ্ন এৰাই যাব নোৱাৰি।

অৰ্থাৎ গতানুগতিক তত্ত্ব আৰু প্ৰচলিত ধাৰণাৰ আভ্যন্তৰীণ দুৰ্বলতা আঙুলিয়াই বা ব্যক্ত কৰি নতুন তত্ত্ব বা ধাৰণাৰ প্ৰয়োজনত গুৰুত্ব দিয়াই প্ৰবন্ধবোৰৰ লক্ষ্য। যিবোৰ গতানুগতিক ধাৰণাৰ ফলত বিভিন্ন প্ৰশ্নৰ সদুত্তৰ পোৱা অসম্ভৱ হৈ পৰিছে সেইবোৰ আঁতৰাই দি অসমীয়া মনলৈ গতিশীলতা অনাৰ চেষ্টা কৰা হৈছে।

আমাৰ এই প্ৰয়াস অৱশ্যেই একক প্ৰয়াস নহয়। আজি কেবাগৰাকীও প্ৰবন্ধকাৰৰ নাম উল্লেখ কৰিব পাৰি যিসকলৰ অৱদানে অসমীয়া মানুহৰ চিন্তাজগতত নতুন ঢৌ তুলিছে। আমাৰ নিজৰ ৰচনাসমূহ প্ৰকাশিত হোৱাৰ আগতেও ভবানন্দ দত্তকে ধৰি প্ৰগতিশীল বুদ্ধিজীৱীসকলে লুংলুঙীয়াবিধৰ হ'লেও প্ৰগতিৰ পথ এটি হাবি কাটি উলিয়াই গৈছিল। কিন্তু নিজৰ আৰু আনৰ ধ্যান-ধাৰণাৰ অহৰহ পৰীক্ষা আৰু সমালোচনাৰ জৰিয়তে অসমীয়া মননৰ বিকাশ ঘটোৱা বিশেষ পন্থাটো আমাৰ ক্ষেত্ৰতেই অধিক পৰিস্ফুট। ইয়াক এক ধৰণৰ অস্থিৰতা নাইবা অধীৰতা বুলিও কোনো-কোনোৱে ভাবিব পাৰে, আমি কিন্তু তাৰ পৰিণাম ইতিবাচক বুলিয়েই ভাবোঁ।

অথচ প্ৰগতিশীল চিন্তাৰ বস্তুগত সীমাৰ কথাও অস্বীকাৰ কৰা নাযায়। জনপ্ৰিয় দৈনিক কাকতে হয় আমাৰ চিঠি প্ৰকাশ নকৰে নতুবা দুমাহ পিচত ছপায়। আমাৰ চিঠি-পত্ৰ ছপাই আমাক বহু গুৰুত্ব দিয়া কাকতেও তেওঁলোকৰ ন্যস্ত-স্বাৰ্থত জোঁকাৰ লাগিলে উন্মাদ প্ৰতিহিংসাৰে ময়লা সোঁচৰাবলৈ চেষ্টা কৰে। চৰকাৰী মাধ্যমবোৰৰতো কথাই নাই, মন্ত্ৰী যেনেকৈ "পদেন সবজান্তা"—এই মাধ্যমৰ মাজত সোমাই থকা নিগনি এটায়ো তেনেকৈ সিংহ-বিক্ৰমে আমাৰ বিৰুদ্ধে চিঁচিঁয়াবলৈ ধৰে। ভাৰত চৰকাৰৰ দখলত থকা বিবিধ চোৰাংচোৱা

বিভাগে নানা উপায়ে বহু ছাত্রনেতা, দেশনেতা আৰু শিল্প-সাহিত্য নেতাক যে লেকাম লগাইছে, আমি নিশ্চিন্ত। সেই নেতাসকলে এতিয়া পোহমনা হাতীয়ে বনৰীয়া হাতী ধৰাৰ দৰে দালালী নকৰা লোকসকলৰ পিচত লাগিছে পৰম নিষ্ঠাৰে। তাৰোপৰি আছে বং-বিৰঙৰ আন্তৰ্জাতিক দালালীৰ সেৱকসকল। তাৰ চাকনৈয়া-পাকনৈয়াৰ মাজত নতুন চিন্তাৰ নাওখনি বাই নিয়া দোৰ্ঘোৰ দুঃসাহসৰ কাম। কেনেবাকৈ চিন্তা প্ৰকাশ কৰাৰ সুযোগ ওলালেও ন্যস্ত স্বাৰ্থৰ মজবুত ভেটিত সি যে ডাঙৰ জোঁকাৰ তুলিব, ভৰসা কৰিব নোৱাৰি। কিন্তু সেই বুলিয়েই আমি বহি গ'লে সিংহাসনত বহি থকা নিগনিৰ দলে জানো লাই নাপাব ? ফেছিবাদী ভূত জানো মানুহৰ তেজ পি থ্ লন্তৰ হৈ নপৰিব ? আগন্তুক ভৱিষ্যতৰ সেনানীসকল জানো পথভ্ৰান্ত নহ'ব ? মায়াবী ৰাজনীতিজ্ঞই জানো নিৰীহ জনতাক ফুচুলাই কাৰাগাৰত বন্দী নকৰিব ?

সেযে আমি নেলেখি নোৱাৰোঁ। ৰোমাঁ ৰোলাঁই শপত খাইছিল, I will not rest উইলিয়ম ব্লে'কে গাইছিল—

I will not cease from Mental Fight,
Nor shall my Sword sleep in my hand,

চীনৰ লু-চুনেও তেনে এক আকাংক্ষাকে প্ৰকাশ কৰিছিল। আমি তেন্তে নীৰৱ হ'ম কিহৰ ভয়ত ?

সংকলনখনৰ প্ৰৱন্ধসমূহ "পান্থপাদপ", "আজিৰ সময়", "নৱদূত", "প্ৰতীতি" প্ৰভৃতি আলোচনীত প্ৰকাশিত হৈছিল। ৰবীন্দ্ৰনাথৰ ওপৰৰ প্ৰৱন্ধটো আলোচনাচক্ৰত পঢ়া প্ৰৱন্ধ। বুৰঞ্জী চৰ্চাৰ ওপৰত প্ৰৱন্ধটো নতুন। প্ৰথমটো খুবসম্ভৱ ১৯৮৩ চনতে প্ৰকাশিত হৈছিল। এইবোৰ কথা জনোৱা দৰকাৰ এইবাবেই যে এচাম মানুহে নহ'লে আমাকেই কাৰোবাৰ ধন সৰকাই বৰমানুহ বোলোৱা বুলি বিদগ্ধ বা অৰ্দ্ধদগ্ধ অভিযোগ আনিব।

কষ্টে-মষ্টে কিতাপখন প্ৰকাশ কৰা হ'ল। পৰিৱেশনৰ দায়িত্ব সৰলৈ দ্বিধা নকৰা বাবে "কপালীম প্ৰকাশন"ৰ ওচৰত আমাৰ কৃতজ্ঞতা জনাইছোঁ।

হীৰেন গোহাঁই
গুৱাহাটী বিশ্ববিদ্যালয়

১।৬।৮৭

## উপসংহাৰঃ শব্দৰ মোহ আৰু শব্দৰ শক্তি

১৯৭৫ চনত জৰুৰী অৱস্থা ঘোষণা কৰা সময়ত শ্ৰীমতী ইন্দিৰা গান্ধীয়ে ঘোষণা কৰিছিল যে ফেছিবাদৰপৰা দেশক ৰক্ষা কৰিবলৈকে এই ব্যৱস্থা লোৱা হৈছে। কিন্তু তেওঁৰ উত্তৰসূৰী সকলৰ নানা ব্যাখ্যা সত্ত্বেও জনসাধাৰণে তাক ফেছিবাদৰে পূৰ্বাভাস বুলিহে চিনি লৈছে। ঠিক তেনেকৈয়ে কটা-মৰা কৰি সকলোকে ভয়ত বিতত কৰি সেই কাৰ্যক অহিংসাৰ অভিনৱ নিদৰ্শন বুলি প্ৰচাৰ কৰাও দুৰ্লভ নহয়। জৰ্জ অৰৱে'লৰ ভাষাত এয়া হ'ল "ডাব্‌ল্‌-স্পীক্" ( Doublespeak ) আৰু "ডাব্‌ল্‌-থিংক"ৰ নিদৰ্শন। আধুনিক সৰ্বগ্ৰাসী ( totalitarian ) ভাবধাৰাৰ স্বকীয় সৃষ্টি। অৱশ্যে অৰৱে'লে তেওঁৰ তীব্ৰ কমিউনিষ্ট বিদ্বেষৰ বাবে তত ধৰিবই পৰা নাছিল যে এনে "ডাব্‌ল্‌-থিংক" আৰু "ডাব্‌ল স্পীক্" পছিমীয়া গণতন্ত্ৰৰ নায়কসকলৰ মাজতো সুলভ।

ভাষাৰ এনে প্ৰয়োগক ভাষাৰ ব্যৱহাৰ নুবুলি ভাষাৰ ধৰ্ষণ বোলাহে উচিত হ'ব। আজিকালি কেউপিনে ভাষাৰ এই ধৰ্ষণ প্ৰকট। ভাৰতীয় গণতন্ত্ৰ আৰু সংস্কৃতিৰ অৱক্ষয়ৰ ইয়েই প্ৰধান প্ৰমাণ। আৰু ভাষা যেহেতু ভাবৰ বাহন, ভাষাৰ চৰিত্ৰ নাশ কৰা সকলে ভাবৰ সাৰ্থকতাও শেষ কৰিবলৈ ওলাইছে। ভাবৰ বা মনৰ সক্ষমতা লোপ পালে ভাষা অধঃপতিত হব মানুহৰ আবেগ জগাবপৰা কেতবোৰ সংকেতলৈ। তাৰ পিচত স্বৈৰতন্ত্ৰীহঁতৰ অকণ্টকা ৰাজত্ব।

আমাৰ অসমতো ভাষাৰ ফাকুখেল ইমান চলিছে যে দেশপ্ৰেম আৰু দালালী, স্বাধীনতা আৰু গোলামীৰ পাৰ্থক্য কোনোবাদিনা নোহোৱা হবও পাৰে। সেই পাৰ্থক্য আঙুলিয়াই দিব খোজা জনে এনে মন্ত্ৰমুগ্ধ সকলৰ আদৰ সম্ভাষণ আশা কৰিব নোৱাৰে।

আমাৰ দৰে বুদ্ধিজীৱী—যি সম্পূৰ্ণ বিবেক আৰু বিচাৰৰ ওপৰত নিৰ্ভৰশীল—সম্প্ৰতি জনপ্ৰিয় নহয়। সমাজ বা সংস্কৃতিৰ ৰূপান্তৰ যেতিয়া বৃহৎ কোনো সামাজিক শক্তিৰ বিকাশৰ জৰীয়তে হ'বলৈ ধৰে তেতিয়া প্ৰগতিশীল বুদ্ধিজীৱীৰ চিন্তাই জনপ্ৰিয়তা অৰ্জন কৰে। কিন্তু এনে শক্তি যেতিয়া দুৰ্বল, বাধাগ্ৰস্ত বা বিভ্ৰান্ত হয় তেতিয়া বুদ্ধিজীৱীৰ শক্তিও ভালেখিনি হ্ৰাস পায়।

বৰ্তমান ভাৰতত পৰিৱৰ্তনমুখী প্ৰগতিশীল শক্তিসমূহ নানা কাৰণত দুৰ্বল হৈ পৰিছে। শাসকশ্ৰেণীৰ চক্ৰান্ততো আছেই, কিন্তু সি নতুন বিপদ নহয়। বিপদ হৈছে গণতান্ত্ৰিক আৰু সমাজবাদী শক্তি বিলাকৰ

মাজত বিবিধ বিভ্ৰান্তি, কন্দল আৰু বিচ্যুতিৰপৰা। আন্তৰ্জাতিক দৃষ্টিকোণ লোপ পোৱাৰ ভয়ত এনে কোনো কোনো শক্তি সম্পূৰ্ণৰূপে কছ বাষ্ট্ৰৰ বহুতীয়া হৈ পৰিছে। কছৰ প্ৰতি বিৰাগত চীনৰ দুৱাৰমুখত থিয় হোৱা সকলো অৱশেষত বিমুখ হৈ ঘূৰি আহিব ধৰিছে। আকৌ স্থানীয় শক্তিৰ উদ্যোগত বিশ্বাসীসকলে ভাৰতীয় পুঁজিপতি বা আঞ্চলিক বুৰ্জোৱাৰ নেতৃত্বত ধৰাহে দেখা গৈছে। এনে ধৰণৰ সংগঠন-বোৰক অভয়াৰণ্য হিচাবে লোৱা বুদ্ধিজীৱীসকলেও ঘটনাৰ কুটিল পাকঘূৰণিত পৰি নিজ নিজ সংগঠনৰ স্তাৱকত পৰিণত হৈছে—সংখ্যাগুৰু জনগণৰ মুখপাত্ৰ হ'বপৰা নাই। এই বাবেহে শাসকশ্ৰেণীৰ চক্ৰান্ত প্ৰবল হ'ব পাৰিছে।

ই এক ভয়াবহ পৰিস্থিতি। পৰিৱৰ্ত্তনকামী আৰু প্ৰগতিশীল বুদ্ধিজীৱী-সকলৰ এই দুৰ্বলতাৰ সুযোগ পুৰামাত্ৰাই লৈছে শাসকশ্ৰেণীয়ে। সিহঁতৰ বহুতীয়া বুদ্ধিজীৱীবিলাকক মান আৰু মাননীৰে ওপচাই দি বাকী সকলকো হাত কৰিবলৈ বিৰাট জাল তৰিছে। আমাৰ দৰে লোকেও অসংখ্য প্ৰলোভন, ফান্দ আৰু গোপন আঘাতৰ সন্মুখীন হ'ব লগা হৈছো প্ৰায় প্ৰতিদিনেই। কোৱা বাহুল্য, চৰকাৰৰ গুচৰত সেও নোহোৱা আৰু শাসকশ্ৰেণীৰ কোনো অংশৰে অনুগ্ৰহ নিবিচৰা বুদ্ধিজীৱীৰ জীৱন বৰ সুখৰ নহয়। সংগঠনৰ মাজত থকা বুদ্ধিজীৱীসকলেও এনে প্ৰসাদৰ ভাগ নোপোৱাকৈ থকা নাই—আনকি কোনো কোনো ইতিমধ্যে সুবিধাবাদৰ পংকতো নিমগ্ন হৈছে। প্ৰসাদৰ ভাগ নোলোৱা সকলো সন্ত্ৰাসৰ বাতাৱৰণত প্ৰায় বিবুধি। বাকী থকা সকলৰ বাবে নিজা মতামত প্ৰকাশ কৰাৰ সুযোগেই নাহে আমাৰ স্বাধীনতাগৰ্বী বহু কাকত-আলোচনীয়ে আমাৰেই বাজহুৱা বিষয়ৰ ওপৰত লেখা চিঠি বা প্ৰবন্ধৰ প্ৰকাশ যেনেদৰে বন্ধ কৰে, নাইবা যেনে নীচ অপ-কৌশলেৰে আমাক দূৰত ৰাখিবলৈ বিচাৰে, তাৰ আও ভাও পালে পাঠক হতভম্ব হ'ব। কিন্তু তেনে বোকা খোঁচৰা কামৰ বাবে আমাৰ সময় তাকৰ। কেৱল এইবাবেই কথাটো উল্লেখ কৰিবলগীয়া হ'ল যে তেনেবোৰ কাকত-পত্ৰতে মাজে সময়ে নীৰৱতা "অৱলম্বন" কৰা বুলি আমাৰ প্ৰতি কটাক্ষও কৰা হয়।

এনেবোৰ অশুভ আৰু প্ৰবল শক্তিক দেখিও নেদেখা সকলে অৱশ্যে বুদ্ধিজীৱীকে ৰাইজৰ বৌদ্ধিক অৱনতিৰ বাবে সততে জগৰীয়া কৰে। বিশেষকৈ চতুৰ সাংবাদিক মহলে জনসাধাৰণক সৎপথে নিয়াত

বুদ্ধিজীৱীৰ ব্যৰ্থতা আৰু অক্ষমতা সম্পৰ্কে ভোৰতাল নিনাদেৰে প্ৰচাৰ কৰাটো পৰিচিত দৃশ্য। কিন্তু এওঁলোকেই উঠোঁতে-বহোঁতে বুদ্ধিজীৱীৰ শঠতা, বুদ্ধিজীৱীৰ ঠগবাজী আদি অস্পষ্ট, অনিৰ্দিষ্ট অথচ ৰোমহৰ্ষক অভিযোগৰ বিস্ফোৰণ লগাই এনে অৱস্থাৰ সৃষ্টি কৰে যে বুদ্ধিজীৱী মাত্ৰেই অপৰাধী বা সমাজ-বিৰোধী বুলি বহু অসচেতন পাঠকে ভাবিবলৈ আৰম্ভ কৰে। তাৰ পিচত বুদ্ধিজীৱীয়ে সমাজক পথ নিৰ্দ্দেশ কৰিবপৰা নাই বুলি কোৱাটো কেনে ধৰণৰ সততা ? অসম আন্দোলনৰ সময়ত তাৰ দোষ-ক্ৰুটি দাঙি ধৰিবলৈ যাওঁতে জনগণৰ মহিমা বুজিব নোৱাৰা "হৃদয়হীন দানৱ" হিচাবে আমি আৰু আন কেইজনমান ব্যক্তিক এখেতসকলে চিনাক্ত কৰি দিলে। এতিয়া আকৌ এখেতসকলেই হোৱা-হোৱা কৰি ইজনে সিজনক শলাগি ক'বলৈ ধৰিছে যে বুদ্ধিজীৱীসকলে সঙ্গ পৰামৰ্শ নিদিয়া বাবেই অসম আন্দোলন বিপথগামী হৈছিল! বুদ্ধি-জীৱীতকৈ এনে মসিজীৱীসকলৰ টালি-ভুলিহে দেখোন অধিক চমকপ্ৰদ।

কিন্তু বুদ্ধিজীৱী যিসকল ব্যক্তিগত বিবেক আৰু বিচাৰ বুদ্ধিৰ দ্বাৰা পৰিচালিত, তেওঁলোকেই বা কিহৰ জোৰত বাইজৰ মনোযোগ দাবী কৰিব ? সমষ্টিৰ সহযোগ আৰু নিয়ন্ত্ৰণৰপৰা বিচ্ছিন্ন এইসকল ব্যক্তি আত্মগত সপোনত মগ্ন হৈ নাথাকিব নে ? তেওঁলোকৰ মতামত আংশিক, অতিৰঞ্জিত আৰু মনোগতবাদী নহবনে ? তদুপৰি তেওঁ যেহেতু সমাজৰ ওপৰত আলাসতে ওপঙি থকা নাই, তেওঁৰ দৃষ্টিকোণ কোনো এক সামাজিক শ্ৰেণী ( বিশেষকৈ নিম্নমধ্যবিত্ত শ্ৰেণী )-ৰ মানসিক দৰ্পণ হোৱাই স্বাভাৱিক। তেনে স্থলত সংগঠিত মানুহখিনিৰ কথাতকৈ এওঁলোকৰ কথাত গুৰুত্ব দিয়াৰ কিঁবা সাৰ্থকতা আছে নে ?

সংগঠিত বুদ্ধিজীৱীখিনিতকৈ এওঁলোকৰ মতামত গুৰুত্বপূৰ্ণ বুলি ভবাৰ দৰকাৰ নাই। আনহাতে সমূলি মূল্যহীন বুলি ভবাও সঠিক নহয়। সংগঠিত বুদ্ধিজীৱীসকলো অৱস্থা বিশেষে ভুল-ভ্ৰান্তি, খণ্ডিত চিন্তা, অতিৰঞ্জন, মনোগতবাদৰ চিকাৰ হৈছে। তেওঁলোকৰ সংগঠনো বাৰে বাৰে নিম্নমধ্যবিত্ত দৃষ্টিকোণৰ কৱলত পৰিছে। বিভিন্ন দলে স্বয়ং বিভিন্ন সময়ত কথাটো স্বীকাৰ কৰিছে আত্ম-সমালোচনাৰ জৰীয়তে।

সেয়ে অসংগঠিত বুদ্ধিজীৱীৰ সীমাৱদ্ধতাৰ প্ৰতি চকু ৰাখিও তেওঁৰ যুক্তি, বিশ্লেষণ, বিচাৰ, অনুমানৰ প্ৰতি মনোযোগ দিব পাৰি। বৰং তেওঁৰ ক্ষেত্ৰত উৎসাহজনক কথা এয়ে যে সাংগঠনিক হেঁচাৰে কাণ মলি

কথা শুনোৱাৰ ক্ষমতা তেওঁৰ নাই। যুক্তি বা চিন্তাৰ কষটিশিলতে সদায় তেওঁৰ পৰীক্ষা। যুক্তি আৰু চিন্তাৰ পৰীক্ষাত উত্তীর্ণ ন'হলে সহজে তেওঁৰ মতামত নেওচা দিব পাৰি। আকৌ যেহেতু কোনো সংগঠনৰ কৌশলগত প্ৰয়োজনে তেওঁৰ চিন্তা নির্দ্ধাৰণ কৰা নাই, তেওঁৰ মতামত বস্তুনিষ্ঠ তথা "নিৰাসক্ত" হ'ব বুলি ভৰসা কৰিব পাৰি।

অৱশ্যে এনে "জোট-নিৰপেক্ষ" বুদ্ধিজীৱী সম্পূর্ণ নিৰপেক্ষ নহয়। বামপন্থী সমালোচনামূলক দৃষ্টিকোণেৰে তেওঁলোকে সমসাময়িক সমাজ, সংস্কৃতি, ৰাজনীতিক চাবলৈ অভ্যস্ত। সমাজৰ বৈপ্লৱিক পৰিবৰ্ত্তন তেওঁলোকে বিচাৰে—যি পৰিবৰ্ত্তনে জনগণক মুক্ত কৰিব, জনগণৰ সৃষ্টিশক্তিক মুক্ত কৰিব। কেৱল দেশৰ কোনো বিশেষ সংগঠনে এনে কাম সম্পূর্ণ কৰিবপৰাকৈ যোগ্যতা অৰ্জন কৰিছে বুলি তেওঁলোকে নাভাবে। যদিহে তেওঁলোকে চৰকাৰ আৰু শাসকশ্ৰেণীৰ প্ৰলোভনৰ-পৰা দূৰত থাকে, নিপীড়নত ধৈৰ্য্য নেহেৰুৱায়, এওঁলোকৰ মতামতে দেশৰ গণতান্ত্রিক আৰু সমাজবাদী শক্তিসমূহকে সহায় কৰিব।

এওঁলোকৰ প্ৰধান দুৰ্বলতা এইটো নহয় যে এওঁলোকে কোনো সংগঠনৰ হুকুম নামানে। এওঁলোকৰ সমস্যা এইটোহে যে শ্ৰমিকশ্ৰেণী বা কৃষকশ্ৰেণীৰ লগত এওঁলোকৰ প্ৰত্যক্ষ যোগাযোগ তাকৰীয়া। সেয়ে শ্ৰেণীসংগ্ৰামৰ কেন্দ্ৰীয় তাৎপৰ্য্য সকলো সময়তে তেওঁলোকক মনত কাৰ্য্যক্ষম হৈ নাথাকে। অৱশ্যে মনত ৰখা ভাল যে শ্ৰমিকশ্ৰেণীৰ সোঁ-মাজত থকা সংগঠিত দলেও বহু সময়ত শ্ৰেণী সংগ্ৰামৰ প্ৰশ্নটো নানা কৌশলেৰে স্থগিত ৰাখে। বাস্তৱ পৰিস্থিতিৰ চেলু উলিয়াই সেই গুৰুত্বপূর্ণ প্ৰশ্নত ফাঁকি দিবলৈ আৰম্ভ কৰিলে আকৌ কেতিয়াবা অসংগঠিত বুদ্ধিজীৱীয়েই তেওঁলোকক সঁকিয়াই দিয়ে। কাৰণ সুবিধা-বাদৰ লগত সন্ধি নকৰা বুদ্ধিজীৱীয়ে মতাদৰ্শৰ পৱিত্ৰতা ৰক্ষাত সদায় আগভাগ লয়। মতাদৰ্শই তেওঁলোকৰ দুৰ্গম পথত একমাত্ৰ ৰক্ষাকৱচ।

বৰ্ত্তমান সংকলনত সংকলিত প্ৰবন্ধবোৰত ফেছিবাদী বাতাৱৰণৰ কুঁৱলিৰ মাজত সমাজ-সংস্কৃতিৰ প্ৰগতিৰ পথ নির্দেশ কৰিবলৈ চেষ্টা কৰা হৈছে। জাতীয়তাবাদৰ অন্ধ জোৰাঁৰে যাতে জাতি-গঠনৰ মূল কাৰ্য্যসূচী নিশ্চিহ্ন কৰি নেপেলায় আৰু ৰাষ্ট্ৰ-পূজাৰ অশুভ বেদীত ৰাইজক বলি নিদিয়ে, সেয়ে এনেবোৰ প্ৰবন্ধ ৰাইজৰ আগলৈ উলিওৱা হৈছে। জাতিৰ মূল মানুহখিনি—জ্যোতিপ্ৰসাদে যাক "জনতা" বুলিছিল—ক্ৰমে

থাই-বৈ, নির্বিঘ্নে সৃষ্টি-কাৰ্য্যত লাগিব পৰাকৈ এখন সমাজ আমি গঢ়িব লাগে। তেনে এখন সমাজ আজিও শোষক শক্তিবোৰৰ চক্ৰান্তত গঢ়ি উঠিবপৰা নাই। সেই সমাজ গঢ়িবলৈ মাৰ্ক্সবাদ চৰ্চা অপৰিহাৰ্য্য—কাৰণ তাৰ বহু ত্ৰুটি বা অসম্পূৰ্ণতা সত্বেও সমাজ গঢ়াৰ একমাত্ৰ পৰীক্ষিত বিজ্ঞান ইয়েই। আনহাতে আমাৰ অসমীয়া জাতীয়তাবাদে প্ৰায়েই অনাহকতে মাৰ্ক্সবাদক বিদেশী আৰু বিজাতীয় বুলি দোষাৰোপ কৰে। এনে আক্ৰমণৰ কাৰণো জাতীয়তাবাদৰ মূল উদ্দেশ্য যুক্তিৰ পোহৰত বিচাৰ কৰিবলৈ অনিচ্ছা। সেয়ে জাতীয়তাবাদৰ কেতবোৰ প্ৰশ্নও আলোচনাৰ অন্তৰ্ভুক্ত কৰা হৈছে।

অসমৰ জাতীয় সংস্কৃতিৰ দুৰ্বলতা আৰু সংকটৰ বিষয়ে প্ৰায়েই ৰাজহুৱাভাৱে হাহাকাৰ কৰা হয়। তাৰ লগত স্থানীয় অৰ্থনীতি আৰু সমাজ-ব্যৱস্থাৰ পংগুতা আৰু দেশীয় অৰ্থনীতি আৰু ৰাজনীতিৰ অৱক্ষয় কেনেদৰে জড়িত, কথাটো আঙুলিয়াই দিয়া প্ৰয়োজন বুলি ভাবিলোঁ। টুলুঙা ভাববাদী চিন্তা এই সংকটৰ অন্যতম লক্ষণ। এনে ভাববাদী চিন্তাই প্ৰকৃত কাৰ্য্যকৰী সমাধানৰপৰা আমাক দূৰত ৰাখিব আৰু অদৃষ্টবাদৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ আমাক বাধ্য কৰিব। ভাববাদী চিন্তা বহুসময়ত আহে শ্ৰেণীগত সা সুবিধা হেৰুৱাৰ ভয়ৰপৰা। তেতিয়া বাস্তৱ পৰিস্থিতিৰ বিশ্লেষণত অবাস্তৱ ধাৰণাৰ প্ৰয়োগ হয়।

সাহিত্যত চিন্তাৰ উপস্থিতি অনস্বীকাৰ্য্য। কিন্তু যুক্তিনিষ্ঠ ধাৰণা-শৃংখল সাহিত্যতকৈ দৰ্শনতহে সুলভ। সেই বুলি সাহিত্যক কেৱল কেতবোৰ ইংগিত বা ব্যঞ্জনাৰহে খেল বুলি ভবা সকলৰ লগত আমি একমত নহওঁ। আজি কিছুদিনৰপৰা দেখা গৈছে যে এসময়ত বৈপ্লৱিক কৱিতাৰ তৰংগৰে পাঠকৰ মানসপটত আঘাত কৰা কবি সকলেও এতিয়া "হায়, শব্দবোৰ।" বা "উঁ, শব্দবোৰ।" আদি আৱাজ তুলি শব্দময়ী অপ্সৰ ৰমনীৰ পিচে পিচে খেদা লগাইছে। আমি পিচে অৰ্থবো দাম থকা ভাল বুলি ভাবোঁ। বেজবৰুৱাৰ কবিতাৰ বিচাৰতো দেখুৱাব খুজিছোঁ যে শব্দৰ সুনিপুণ প্ৰকাশৰ গতিবেগ আহিছে সত্যাদৰ্শৰপৰাই।

বঢ়া-টুটাৰ বাবে পাঠকসকলৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি ইমানতে সামৰিলোঁ।

গ্ৰন্থকাৰ

# সূচীপত্ৰ





# অসমীয়া সমাজ আৰু সাম্প্ৰতিক সাংস্কৃতিক সংকট

॥ ১ ॥

বিদেশীৰ অনুপ্ৰৱেশৰ সমস্যাৰ সমাধান বিচাৰিবলৈ যাওঁতে আমি দেখিছো যে পচি যোৱা কাপোৰ এঠাইত চিলাবলৈ গ'লে আন এঠাইত ফলাৰ দৰে এশ এটা নতুন সমস্যাই আমাক কেউপিনৰ পৰা আগুৰি ধৰিছে। অসমীয়া জাতিৰ মাজত ঐক্য আৰু সংহতিৰ প্ৰশ্নটো, অসমবাসী বিভিন্ন গোষ্ঠীৰ সৌহাৰ্দ্দ্যৰ প্ৰশ্নটো, আৰু অৰ্থনীতিত অসমীয়াৰ স্থান তথা ভূমিকাৰ প্ৰশ্নও সেই এশ এবুৰি সমস্যাৰ মাজতে পাৰে। স্বাভাৱিকতে মনত চিন্তাৰ উদয় হয়, সৃষ্টিশীল উদ্যমেৰে সেইবোৰ সমস্যাৰ হাবি মুকলি কৰি অসমীয়াৰ বাবে নতুন বাট উলিয়াব পৰা নেতৃত্ব আমাৰ মাজত আছে নে নাই? কাৰণ এইবোৰ সমস্যাৰ সু-সমাধান অবিহনে বিদেশীৰ অনুপ্ৰৱেশৰ সমস্যাৰ সাৰ্থক বাস্তৱ সমাধান সম্ভৱ নহ'ব—বৰ বেছি হয়তো কেন্দ্ৰীয় চৰকাৰৰ লগত এখন কাগজত চহী দিয়াহে হ'ব।

ভিত্তিত ( base ) যি সমস্যা, উপৰিসৌধতো ( superstructure ) একেই সমস্যা। স্বাধীনতাৰ ছয়ত্ৰিশ বছৰ পিছতো বাৰু আমি প্ৰকৃত আধুনিক মানসিকতা আৰু উচ্চস্তৰৰ সাংস্কৃতিক চেতনাৰ অধিকাৰী হ'ব পাৰিছোনে? সন্দেহ নাই যে আমাৰ এচাম অধ্যয়নশীল, ৰসজ্ঞ আৰু সংস্কৃতিপ্ৰেমী লোক আছে। কিন্তু সেই চাম লোকে অসমীয়া সমাজৰ সাম্প্ৰতিক সাংস্কৃতিক চেতনা নিৰ্দ্ধাৰণ কৰে নে? তেওঁলোকৰ চিন্তাই সৰ্বসাধাৰণক প্ৰভাৱিত কৰে নে? সমাজৰ বিবেক আৰু সাংস্কৃতিক মূল্যবোধ তেওঁলোকৰ উপলব্ধি আৰু বিচাৰে গঢ়ি তোলেনে? নে এই কথাহে সত্য যে এওঁলোকতকৈ জনপ্ৰিয় অথচ টুলুঙা মনৰ মানুহ কিছুমানেই আজিৰ অসমীয়া সমাজৰ সাংস্কৃতিক মূল্যবোধ গঢ়ি তুলিছে। পণ্যধৰ্মী আৰু তৰাং জাককৰা কৃষ্টি ( mass culture ) আজি পৃথিবীৰ সকলো সমাজতে বিদ্যমান। কিন্তু তাক কিছুদূৰ শাসন কৰিব পৰা উচ্চতৰ কৃষ্টিৰ সাধনাও তাত প্ৰবল। কিন্তু অসমত আমি দেখিছোঁ এনে পণ্যমূলীয় কৃষ্টিৰ ঢলে, হয় উচ্চতৰ কৃষ্টিক উটুৱাই লৈ গৈছে, নহলে

পৰম্পৰাগত জনসংস্কৃতি ( folk culture ) আৰু উচ্চতৰ সংস্কৃতিৰ মাজত বীজাণুৰ দৰে সোমাই তাক ব্যাধিগ্ৰস্ত কৰি তুলিছে।

উদাহৰণ দিলে বোধহয় পৰিস্থিতিটো আৰু পৰিষ্কাৰ হব। "অগ্ৰদূত" কাকতৰ ২১ চেপ্তেম্বৰ সংখ্যাত মমতা কৈৰীয়ে চাহবনুৱা সমাজৰ ভৱিষ্যৎ সম্পৰ্কে এটি ভাবোদ্দীপক প্ৰবন্ধ লেখিছে। তেওঁ কৈছে যে সৰহভাগ সচেতন চাহবনুৱাই অসমীয়া সমাজৰ লগত চাহবনুৱা সকল সম্পূৰ্ণ মিলি যোৱাটো বিচাৰে। অথচ সেই প্ৰক্ৰিয়াত অসমীয়া সকলেই বাধা দিছে। শ্ৰীমতী কৈৰীয়ে আঙুলিয়াই দিছে যে চাহবাগানৰ বনুৱাসকলৰ মাজত অসমীয়া জাতিৰ প্ৰতিনিধি হিচাবে আছে চাহ বাগানৰ বাবুসকল। আগৰ দিনৰ বাবুবিলাকৰ তুলনাত এওঁলোকৰ আৰ্থিক অৱস্থা শোচনীয়। অথচ তেওঁলোকে আজিও চাহবাগানৰ বনুৱাসকলক আগৰ দৰেই সামাজিকভাবে হীন কৰি ৰাখিবলৈ বিচাৰে। অদূৰ ভৱিষ্যতে এই মনোভাৱ আৰু আচৰণৰ কি ভয়ংকৰ প্ৰতিক্ৰিয়া হব পাৰে অসমীয়াসকলে ভাবি চাইছেনে ?

অৰ্থনৈতিক আৰু সামাজিক ভাবে চাহবনুৱাসকল তলত পৰি থাকিলে বাবুসকলৰ মধ্যবিত্তসুলভ আত্মগৌৰৱৰ থল ওলায়। কিন্তু এদিন নহয় এদিন মধ্যবিত্ত অসমীয়াৰ বিৰুদ্ধে চাহবনুৱাৰ ক্ষোভ অজানিতে সমগ্ৰ অসমীয়াৰ বিৰুদ্ধেই প্ৰজ্বলিত হোৱাৰ আশংকা নাইনে ? অৰ্থাৎ চাহ বাগানৰ বনুৱাসকলৰ অৰ্থনৈতিক অগ্ৰগতি আৰু সাংস্কৃতিক উন্নতিত অসমীয়াই দেহেকেহে লাগি সহায় কৰিলহে এই বিপজ্জনক পৰিস্থিতি প্ৰশমিত হব পাৰে।

কিন্তু সুবিধাভোগী মধ্যবিত্তৰ পৰা সেই ভূমিকা আশা কৰিব পাৰিনে ? দ্বিতীয়তে, সাংস্কৃতিক উন্নতিৰ পথ কি হব ? আন বহু পথৰ তুলনাত এই ক্ষেত্ৰত শংকৰী মত অধিক কাৰ্য্যকৰী যেন দেখা গৈছে। কিন্তু শংকৰী মতৰো গোড়ামি আছে। চাহবনুৱাসকলক জাতেপাতে অসমীয়া আৰু মহাপুৰুষীয়া কৈ গঢ়ি তুলিবলৈ গৈ তেওঁলোকৰ ভিন্নসুৰী নাচ-গান আদিৰ ঐতিহ্য পাহৰাব খুজিলে চাহবনুৱা সকল মানসিকভাবে তৃপ্ত আৰু জীৱন্ত হৈ থাকিবনে ? শংকৰী মতৰ সামাজিক উদাৰতাৰ লগতে সাংস্কৃতিক সংকীৰ্ণতাও সাঙোৰ খাই আছে। সি তাৰ কাৰ্য্যকাৰিতা সীমাবদ্ধ কৰিছে।

বহুতে ভাবে যে ৰাজনৈতিক ছয়তান কিছুমানৰ চক্ৰান্তৰ ফলতে জাতিভেদ আজিৰ অসমত প্ৰবল হৈ উঠিছে। সেয়ে ২৩ চেপ্তেম্বৰৰ 'অসম বাণী'ত সম্পাদকলৈ দিয়া এখন চিঠিত এজন পত্ৰলেখকে জাতিকুল আজি বিভেদমূলক চিন্তা পৰিহাৰ কৰি সামগ্ৰিকভাবে অসমীয়া জাতিৰ কথাকে চিন্তা কৰিবলৈ অসমীয়া নেতৃত্বক আহ্বান দিছে। কথাটো শুনিবলৈ ভাল। কিন্তু আমাৰ সমাজৰ বৰ্ত্তমান অৱস্থাত সি মুঠেই প্ৰযোজ্য নহয়। প্ৰথমতে কব লাগিব যে আমাৰ সমাজত প্ৰতি বৰ্ণ, প্ৰতি জাতিৰ মাজত নিজৰ স্বকীয় ঐতিহ্য, আদবকায়দা, নীতিনিয়ম আৰু বৈশিষ্ট্য সম্পৰ্কে চেতনা বিদ্যমান। লগতে আন জাতি বা বৰ্ণৰ সৈতেও নিজ জাতি বা বৰ্ণৰ তুলনাত্মক অনুভূতি বেছ প্ৰবল। এইবোৰ সামাজিক বৈচিত্ৰ্য আৰু বৈশিষ্ট্য কেতিয়াবা উগ্ৰ বৈষম্য হৈ পৰে। উদাহৰণ স্বৰূপে কোনো কোনো অনুসূচিত জাতিৰ অধিকাংশ লোক কি অৰ্থনীতি, কি শিক্ষা, কি সামাজিক মৰ্য্যাদাৰ পিনৰ পৰা সমাজৰ বহুত তলত পৰি আছে। তেওঁলোক ওপৰলৈ উঠি আহিলে প্ৰতিষ্ঠিত পুৰণি আৰু নতুন জাতিবোৰৰ অৰ্থনৈতিক সা-সুবিধা আৰু ৰাজনৈতিক ক্ষমতা ক্ষুণ্ণ হব পাৰে। সেয়ে তেওঁলোকক অৱহেলা কৰাৰ নীতি চলি আছে। অন্তত এই অৱহেলা সম্পৰ্কে প্ৰতিষ্ঠিত বৰ্ণবোৰ সচেতন হবলৈকে নিবিচাৰে। এনে অৱহেলা আৰু বৈষম্য দূৰ কৰিবলৈ সচেতন, উদ্দেশ্য-ধৰ্মী আঁচনি নললে "সামগ্ৰিক ভাবে অসমীয়া জাতিৰ কথা চিন্তা কৰা"ৰ অৰ্থ হব সাতামপুৰুষীয়া মানবীয় অন্যায় আৰু বৈষম্য চিৰস্থায়ী কৰা। কিন্তু ইও ধ্ৰুপ যে আজিৰ গণতন্ত্ৰৰ যুগত এইসকল জাতি, গোষ্ঠী, বা বৰ্ণই আন আগবঢ়া অসমীয়াৰ সমানে সমানে খোজ দিবলৈ সুযোগ নাপালে "অখণ্ড অসমীয়া জাতি"ৰ মহিমাত ভোল নাযাব।

বহিৰাগত সকলৰ হেঁচাত অসমৰ বহু অনা-অসমীয়া থলুৱা গোষ্ঠীয়েও বিদেশী নাগৰিকৰ আন্দোলনত নীতিগত সমৰ্থন দিছে। স্বাধীনতাৰ পিছৰ দশক কেইটাত এইবোৰ গোষ্ঠীক জোৰ জবৰদস্তি কৰি অসমীয়া কৰিবলৈ গৈ অসমীয়া মধ্যবিত্ত বিফল হ'ল। এতিয়া কেন্দ্ৰীয় চৰকাৰ আৰু বঙালী জাতীয় চেতনাৰ বিৰোধিতা কৰিবলৈ গৈ অসমীয়াই এওঁ-লোকৰ লগত সন্ধি আৰু সৌহাৰ্দ্দ্য স্থাপন কৰিবলৈ বিচাৰিছে। কিন্তু এই মিত্ৰতাৰ ভিত্তি কি হব? প্ৰতিটো ক্ষুদ্ৰ জাতিৰে ভাষা-কৃষ্টিৰ বিকাশত সহায়-সমৰ্থন দিবলৈ অসমীয়া এইবাৰ কৃতসংকল্প।' কিন্তু

আমাৰ উমৈহতীয়া মাধ্যম কি হব সেই বিষয়ে সকলোৰে নীৰৱতা অস্বস্তিকৰ। এই প্ৰতিশ্ৰুতি আমি কেনেকৈ জন জাতীয়সকলৰ পৰা আদায় কৰিব পাৰিম কোনে ভাবিছে? এই নীৰৱতাই ভবিষ্যতে আৰু বিষম ভুল বুজাবুজিৰ জন্ম নিদিয়েতো? উমৈহতীয়া মাধ্যমৰ স্থান নিশ্চয় চৰকাৰী ভাষাৰ দৰে নহব, কিন্তু তাৰ প্ৰয়োজন নুই কৰাৰ উপায় আছেনে?

এই সকলৰ ভাষাৰ স্বকীয় মৰ্য্যাদা স্বীকাৰ কৰি লোৱাৰ পিছত ব্ৰহ্মপুত্ৰ উপত্যকাতে নেপালী, বঙালী প্ৰভৃতি ভাষাৰ প্ৰশ্ন উঠিব। অসহিষ্ণু যুৱজোঁকাৰণিৰে এই সমাধান কৰিব পৰা নাযায়। এই দুটা ভাষা নিশ্চয় থলুৱা ভাষা নহয়। কিন্তু যিহেতু বহু হেজাৰ বা লাখ মানুহে এই দুটা ভাষা কয় আৰু এই দুটা ভাষাৰ প্ৰতি যিহেতু তেওঁলোকৰ প্ৰাণৰ টান আছে, সেয়ে তেওঁলোকৰ সমস্যাৰ কথাও আমি চিন্তা কৰি চাব লাগিব। চাপৰিলে মেঘ নেৰায়। সমস্যাৰ গঁজালিতে সমাধান নহলে ডাঙৰ হোৱাৰ পিছত কুঠাৰেৰে ঘপিয়াই তাক বগৰাব পৰা নাযাব। এজন নেপালী বন্ধুৱে মোক কৈছিল যে উচ্চ বিদ্যালয়ত নেপালী ভাষাৰ চৰ্চা কৰাৰ সুবিধাকণ থাকিলে মাধ্যম হিচাবে অসমীয়া গ্ৰহণ কৰিবলৈ তেওঁৰ আপত্তি নাই। কিন্তু মই জানো যে এচাম নেপালী লোকে নেপালীক শিক্ষাৰ মাধ্যম হিচাবে বিচাৰে। তেওঁলোকক কি যুক্তি আৰু কি প্ৰতিশ্ৰুতিৰে অসমীযা ভাষাক মাধ্যম হিচাবে গ্ৰহণ কৰিবলৈ বুজনি দিব পৰা যাব?

সমস্যাটোৰ বিষয়ে আমাৰ পূৰ্ববৰ্ত্তী সংস্কাৰ বৰ্জন কৰি ভবাচিন্তা আৰম্ভ কৰিলেই দেখিম যে এই লাখ লাখ মানুহৰ জীৱিকা আৰু সাংস্কৃতিক সমস্যাৰ বিষয়ে গভীৰভাবে আৰু সহানুভূতিৰে বিবেচনা নকৰাকৈ, তেওঁলোকৰ সন্দেহ-সংশয়ৰ সন্মুখীন নোহোৱাকৈ, আমি এই সমস্যাৰ সমাধান কৰিব নোৱাৰিম। আৰু এই সমস্যা জীয়াই থাকে মানে আমাৰ অসমীয়াৰ জাতীয় সংকটৰো সাৰ্থক সমাধান নোলাব।

এনেবোৰ সমস্যাৰ সমাধানৰ পথত আমি তেতিয়াহে আগবাঢ়িব পাৰিম যেতিয়া শ্ৰেণীভিত্তিক মধ্যবিত্ত চিন্তা বৰ্জন কৰি আমি গণতান্ত্ৰিক চিন্তা অভ্যাস কৰিম।

এটা মতাদৰ্শগত ক্ৰান্তিৰ প্ৰস্তুতি কেনেকৈ হব? তাত নেতৃত্ব কোনে দিব? উগ্ৰজাতীয়তাবাদী বাগাড়ম্বৰ বা আইনসৰ্বস্ব বুদ্ধিৰে

আমি নিশ্চয় এই মহান দায়িত্ব পালন কৰিব নোৱাৰিম। ১৯২১ চনৰ অসহযোগ আন্দোলনত জ্যোতিপ্ৰসাদৰ দৰে দলে দলে স্কুল কলেজৰ ছাত্ৰ পিঠিত খদ্দৰৰ টোপোলা লৈ গাৱেঁ-ভূঞে সোমাই এই মুক্তিমন্ত্ৰ সকলোকে শুনাইছিল। আজিৰ অসমতো প্ৰয়োজন হৈছে তেনে এদল গঠনমূলক আদৰ্শত উদ্দীপ্ত যুৱক—নেতৃত্বৰ মোহত নহয়, সেৱাৰ প্ৰেৰণাত। তেওঁলোকে জাতিভেদ আৰু গোষ্ঠীবাদৰ বিৰুদ্ধে প্ৰচাৰ চলাব অৱহেলিত আৰু পিছপৰা গোষ্ঠীবোৰৰ অৰ্থ নৈতিক অৱস্থা আৰু শিক্ষাৰ উন্নতিতে হাতে-কামে সহায় কৰিব, বহল আৰু উদাৰ মনোভাবেৰে অসমবাসী বিভিন্ন জাতিৰ মিলাপ্ৰীতি গঢ়ি উঠাত সহায় কৰিব।

জাতীয় সংকটৰ পৰা পৰিত্ৰাণৰ পথ বিচাৰি আমি সকলোৱে মুকলি চিন্তা কৰিব পাৰোনে? লাখ লাখ অসমীযাৰ ভিতৰত শিক্ষিত মানুহ কেই হেজাৰমানে যদি ধৈৰ্য্য মনোযোগ আৰু কল্পনাৰে সমস্যাবোৰ অধ্যযন কৰি মুকলি মনেৰে মতামত বিনিময় কৰাৰ সুযোগ পালেহেঁতেন, তেনেহলে হয়তো সমস্যা সমাধানৰ উপযুক্ত পথ আমি বিচাৰি পালোহেঁতেন। হয়তো ইমানবোৰ মানুহৰ যৌথ চিন্তাভাবনাৰ সাৰ সংকলন কৰি তাৰ সজীব ৰূপ দিযাত এমুঠি চিন্তাবিদ সফল হ'লহেঁতেন। তেনে এটা প্ৰক্ৰিযা ঢিমিক-ঢামাককৈ এতিয়াও যে চলি থকা নাই তেনে নহয। কিন্তু যেনে সবল আৰু জীৱন্তভাবে কামটো হব লাগিছিল তেনেভাবে হোৱা নাই। তাৰ কাৰণ কি? পাঠকসকলে শুনি হয়তো আচৰিত হব যে আমাৰ খবৰ কাগজ আৰু আলোচনী আদিও এই পৰিস্থিতিৰ বাবে কম দাযী নহয় যদিও আজিকালি চাৰিওপিনে খবৰ কাগজ আলোচনী ভৰি পৰিছে ভৱিষ্যতৰ কথা চিন্তা কৰি দায়িত্বশীলভাবে জনমত গঠন কৰাৰ চেষ্টা আমি ক'তো দেখা নাপাওঁ।

ই এক অপ্ৰিয সত্য যে সৰহভাগ কাকত আলোচনী একো একোটা ক্ষুদ্ৰ গোষ্ঠীৰ অৰ্থ নৈতিক আৰু ৰাজনৈতিক স্বাৰ্থ ৰক্ষা কৰাত ব্যস্ত। এখন কাকতৰ নিজা দৃষ্টিভংগী আৰু দৰ্শন থকাটো অৱশ্যে সম্পূৰ্ণ স্বাভাৱিক কথা। কিন্তু সেই দৃষ্টিভংগীৰ পৰাই ঐকান্তিক ভাবে সমগ্ৰ জাতিৰ বাবে উপযোগী আৰু কল্যাণকৰ পৰামৰ্শ কেইখন কাকতে আগবঢ়ায়? বৰং তেওঁলোকৰ সংকীৰ্ণ বা অন্ধ গোষ্ঠীস্বাৰ্থৰ পিনৰ পৰা যিবোৰ নীতি বা ব্যৱস্থা সুবিধাজনক, তাকে উকিলৰ দৰে যুক্তিজাল

তৰি নাইবা ভাবপ্ৰবণ আবেগ সঞ্চাৰ কৰি সমগ্ৰ জাতিৰ মূৰত জাপি দিবলৈ এওঁলোক যেন বদ্ধপৰিকৰ।

ধৰি লোৱা হওঁক যে কোনো এখন কাকতৰ মতে অসমত বহিৰাগতৰ প্ৰতিপত্তিৰ বাবে অসমীয়াৰ চাকৰি-বাকৰিৰ সুযোগ কমি আহিছে। কিন্তু কথাটো লৈ তেওঁলোকে মুখেৰে যিমান ফেন মুলিযাওক কষ্টসাধ্য অনুসন্ধানেৰে নিৰ্ভৰযোগ্য তথ্যপাতি আৰু পৰিসংখ্যা উদঘাটন কৰি পাঠকক পতিয়ন নিয়াইছেনে ? বৰং দুদিনমান সস্তীয়া গুজৱ ভাবাবেগ, জল্পনা-কল্পনাৰ জোৱাৰ তুলি পাঠকক ক্ষোভত উন্মত্ত কৰি তুলি দুদিন পিছত নিজেই কথাটো পাহৰি যায়। বহুতে হয়তো ভাবিব যে বিতৰ্কিত কাৰ্যালয়টোত সংবাদদাতাৰ লগাভগা কাৰোবাৰ চাকৰি মিলা বাবেই এই উত্তেজনা শাম কাটিলে।

অসমীয়া নবীন উদ্যোগীসকলৰ ওপৰতে নিৰ্ভৰ কৰিছে ভবিষ্যতে অসমৰ শিল্পায়নৰ পৰা অসমীয়াৰ লাভ হব নে নহব। নবীন উদ্যোগী-সকলৰ নিজস্ব সস্থা নে সংঘ কিবা এটা থকা বুলিও শুনিছো। সন্দেহ নাই যে বৃহৎ ব্যৱসায়ীসকলৰ লগত অসম প্ৰতিযোগিতাৰ হেচাৰ উপৰিও অনগ্ৰসৰ অসমত উদ্যোগ বচাই ৰখাটো তেওঁলোকৰ বাবে দুঃসাধ্য ব্যাপাৰ। তেওঁলোকৰ নিজৰ দুৰ্বলতাও থাকিব পাৰে। বেংকৰ মেনেজাৰ দুই এজনে ব্যক্তিগত আলাপত মোক কৈছে যে অসমীয়া নবীন উদ্যোগী সকল বেংকৰ ঋণ পৰিশোধ কৰাত অতি অনিয়মীয়া বা অনিচ্ছুক। তাৰ উত্তৰতো অসমীয়া নবীন উদ্যোগীসকলৰ কিবা কবলগীয়া থাকিব পাৰে। কিন্তু আজিলৈকে কোনো এখন কাকততে অসমীয়া নবীন উদ্যোগীসকলৰ বিশেষ সমস্যাসমূহ আৰু সামাজিক বা ৰাষ্ট্ৰীযভাবে সেই-বোৰ দূৰ কৰাৰ উপায় সম্পৰ্কে উৎসাহী, বিতং আৰু মুকলি আলোচনা এলানি চলা বুলি আমি কব নোৱাৰো।

গুৱাহাটী মহানগৰীত অধিকাংশ লোকেই অতি কষ্টেৰে জীৱন যাপন কৰে। এওঁলোকৰ থকা ঘৰ প্ৰয়োজনৰ তুলনাত অতি ক্ষুদ্ৰই নহয়, অতি অস্বাস্থ্যকৰো। এওঁলোকৰ খোৱাপানী টোপাৰ বাবেই প্ৰায়ে হাহাকাৰ হয়। এওঁলোকৰ ল'ৰা-ছোৱালীৰ শিক্ষা বা সাংস্কৃতিক উন্নতিৰ বাবে যি ব্যৱস্থা আছে সি নিকৃষ্ট বিধৰ। অথচ জাতিৰক্ষাৰ যুদ্ধত কেৰাণী-মহৰী পিয়ন-চকিদাৰৰ মাজৰ পৰাই চৰম আত্মত্যাগ কৰা লোক ওলাই আহিছে। অবাধ মূল্যবৃদ্ধিৰ দিনত শিক্ষা, চিকিৎসা যাতায়াত আদি

দিশত এওঁলোকৰ ওপৰত হেঁচা কমাবলৈ কি ব্যৱস্থা লোৱা হৈছে? বাতৰিকাকতবোৰে যে ইমানবোৰ সংবাদদাতা আৰু সাংবাদিকক নিযুক্তি দিছে এইবোৰ বিষয়ে জনমত গঠন কৰি চৰকাৰক বা পৌৰ কৰ্তৃপক্ষক কোনোদিনে সজাগ কৰি নিদিয়ে কেলেই?

তাৰ কাৰণ আৰু আন একো নহয়, কৃষক-শ্ৰমিক আদি শ্ৰমজীৱী বাইজ দূৰৰে কথা, নিম্ন মধ্যবিত্ত অসমীয়া বাইজো তেওঁলোকৰ চকুত নপৰে। উচ্চবিত্ত আৰু মধ্যবিত্তৰ দৃষ্টিকোণেই এওঁলোকৰ দৃষ্টিকোণ। তাৰ ভিতৰতে আকৌ বিভিন্ন গোষ্ঠীৰ স্বাৰ্থ। বাতৰি কাকতবোৰে যথা-যোগ্য নেতৃত্বৰ পথ প্ৰস্তুত কৰিব কেনেকৈ?

॥ ২ ॥

অনুৰূপভাৱেই উচ্চতৰ সংস্কৃতিৰ বিশুদ্ধ সাংস্কৃতিক দিশতো ঐকান্তিকতা আৰু গভীৰতাৰ ঠাইত আমি দেখিছো টুলুঙা আৰু অস্থিৰ মানসিকতা, নিৰ্লজ্জ গোষ্ঠীস্বাৰ্থ আৰু মূল্যবোধৰ দাৰিদ্ৰ্য। অলপতে বাতৰি কাকতত এটা খবৰ পঢ়ি স্তম্ভিত হলো। কোনো কোনো ঠাইত "ভূপেন্দ্ৰ সংগীত"ৰ প্ৰতিযোগিতা অনুষ্ঠিত হৈছে। সন্দেহ নাই, ড° ভূপেন হাজৰিকা সুগায়ক আৰু জনপ্ৰিয় শিল্পী। কাৰোবাৰ ইচ্ছা হলে তেওঁৰ গান ৰাজহুৱা মঞ্চত গাবও পাৰে। কিন্তু অসমৰ সাংগীতিক ইতিহাসত ভূপেন হাজৰিকাৰ অৱদানৰ সাংগীতিক মূল্যায়ন ইতিমধ্যে হৈছে নে? জ্যোতিপ্ৰসাদৰ গীতবোৰৰ দৰে ড হাজৰিকাৰ গীতবোৰেও আমাৰ সংগীতৰ কাৰিকৰী আৰু আনুভূতিক দিশত বিশিষ্ট অৱদান যোগোৱা বুলি সাব্যস্ত হৈছেনে? নে এইবোৰ প্ৰশ্নৰ সদুত্তৰ নোপোৱাকৈ আমি আমাৰ উঠি অহা শিকাৰুক সংগীত বিদ্যালয়ত ভূপেন্দ্ৰ সংগীত চৰ্চাত সময় নষ্ট কৰিবলৈ এৰি দিম?

চুবুৰীয়া পশ্চিমবঙ্গ আজি আগৰ দৰে সাংস্কৃতিক ক্ষেত্ৰত প্ৰাণ-প্ৰাচুৰ্য্যৰে ভৰপূৰ হৈ থকা নাই। কেউপিনে হতাশা ক্লান্তি, অৱক্ষয়ৰ চিন পৰিস্ফুট। কিন্তু তাৰ মাজতো বঙালী জাতিৰ সাংস্কৃতিক চেতনা সজাগ হৈ আছে। সাংস্কৃতিক প্ৰশ্নবোৰ তাত আজিও ইমান গুৰুত্বপূৰ্ণ যে তাকে লৈ মাজে মাজে প্ৰবল সামাজিক আৰু ৰাজনৈতিক আলোড়ন চলিব পাৰে। পাঠ্যক্ৰমৰ পৰা ৰবীন্দ্ৰনাথৰ "সহজপাঠ" বাদ দিব পাৰিনে? বঙ্কিমচন্দ্ৰৰ "আনন্দমঠ" সাম্প্ৰদায়িকতা দুষ্ট নে? এনেবোৰ

প্ৰশ্নৰ পিছত কিবা দুৰভিসন্ধি থাকক বা নাথাকক, তাকে লৈ পশ্চিমবঙ্গত জনসাধাৰণ উত্তেজিত হয়, খবৰ কাগজত সম্পাদকীয় স্তৰত উত্তপ্ত তৰ্ক বিতৰ্ক হয়, বুদ্ধিজীৱীসমূহ ৰাজপথত নামে। এইবোৰ লক্ষণেই প্ৰমাণ কৰে যে বঙালী জাতিৰ জাতীয় চেতনা এই দুৰ্দিনতো সজীৱ। কিন্তু এনেবোৰ বিষয় লৈ আমাৰ অসমীয়াৰ মুৰকামোৰণি ক'ৰবাত হয়নে? নে কেৱল বাটত ধৰি বঙালী পিটাৰ মাজেদিয়েই আমাৰ জাতীয় চেতনাৰ কাৰ্য্যকৰী প্ৰকাশ ঘটি থাকিব?

জ্যোতিপ্ৰসাদৰ ৰচনাবলী প্ৰকাশৰ ক্ষেত্ৰত এক মাৰাত্মক ত্ৰুটি ঘটিল। জ্যোতিপ্ৰসাদৰ ৰচনাবলীৰ কেতবোৰ "অবাঞ্ছনীয়" অংশ দৈবাৎ প্ৰকাশিত ৰচনাবলীৰ পৰা বাদ পৰিল। অসম প্ৰকাশন পৰিষদৰ সচিব মহাশয়ে ত্ৰুটি স্বীকাৰ কৰিলে। কিন্তু এই ভুলৰ সংশোধন হব কেতিয়া? বৰং আমাৰ চকুত পৰিছে যে জ্যোতিপ্ৰসাদৰ চিন্তা আৰু সৃষ্টিৰ সেই দিশক ঢাকোন দিবলৈ নতুন এক প্ৰচাৰ অভিযান আৰম্ভ হৈছে। জ্যোতিপ্ৰসাদ সম্পৰ্কে বিভিন্ন ব্যাখ্যা আৰু ভাষ্য থাকক তাত আমাৰ আপত্তি নাই। কিন্তু কোনো এটা ব্যাখ্যা বা ভাষা প্ৰতিষ্ঠা কৰিবলৈ গোপনে কোনো স্মৰণীয় লেখকৰ ৰচনাত অস্ত্ৰোপচাৰ কৰা হব—ই কেনে ধৰণৰ কথা? যি সমাজত এনে ঘটনা নিৰ্বিবাদে চলি থাকে, তাৰ সাংস্কৃতিক চেতনা দুৰ্বল। তেনেস্থলত তাৰ জাতীয় চেতনা কিমান টুলুঙা হব কথাটো ভাবি চোৱাৰ সময় আহিছে।

কিছুমান মহলে ৰাজনীতি আৰু সাংস্কৃতিক যিমানেই বেলেগ বেলেগ কোঠালিত পানী নসৰকাকৈ বন্ধ কৰি ৰাখিবলৈ চেষ্টা নকৰক ইটোৱে সিটোৰ ওপৰত প্ৰভাব পেলাবই। অসমতো জাতীয় সংস্কৃতি যিমানেই সমৃদ্ধ আৰু মহান হব সিমানেই জাতীয় জীৱনৰ প্ৰকাশ হব শক্তিশালী, আত্মবিশ্বাসত দৃপ্ত আৰু কাৰ্য্যক্ষম। আনহাতে অসমৰ জাতীয় ৰাজ নীতি যিমানেই গোষ্ঠীস্বাৰ্থৰ পৰা মুক্ত গণতান্ত্ৰিক, অথচ সমগ্ৰ সমাজৰ বাবে হিতকৰ হব, সিমানেই অসমৰ সংস্কৃতি হব জাতিস্কাৰ।

সত্তৰৰ দশকত এই সত্যটো সম্যকভাবে উপলব্ধি নকৰা বাবেই অধ্যাপক ভবেন বৰুৱা আৰু মই এখন তয়ামৰা গদাযুদ্ধ চলাইছিলো। বৰুৱাই কৈছিল যে সংস্কৃতি উন্নত কৰি নললে সমাজ তথা ৰাজনীতি বিপথে যাব। মই কৈছিলো যে ৰাজনীতি সঠিক আৰু সবল নহলে

সংস্কৃতি মৰাসুঁতিত পৰিণত হব। ছুয়া আচলতে সত্যৰ ছুটা দিশ আঁজুৰি লৈ তাকেই শেষ সত্য বুলি দাবী কৰি গদাযুদ্ধ চলালো।

ষাঠিৰ দশত (ইংৰাজীত “in the sixties” বুলিলে যি বুজায় সেই অৰ্থত) বৰুৱা আৰু মই ভাবিছিলো যে আমাৰ আধুনিক সংস্কৃতিৰ মৌলিক অভাৱ, দুৰ্বলতা আৰু অনগ্ৰসৰতাবোৰ আঙুলিয়াই দিলেই বাইজে সংশোধনৰ ব্যৱস্থা লব। কাৰ্য্যক্ষেত্ৰত সি হৈ নুঠিল। আনকি ভবেন বৰুৱাই স্কুলীয়া ছাত্ৰক বুজোৱাৰ দৰে বিস্তৰ খাটি-খুটি, পুংখানুপুংখ বিশ্লেষণ আৰু সহজগ্ৰাহ্য যুক্তি ধাৰাৰে বুজাই দিয়া সত্ত্বেও (যেনে “প্ৰাপ্তবয়স্কৰ সমস্যা” কে ধৰি এলানি সুবিখ্যাত প্ৰবন্ধত), কথাবোৰে গুণ নধৰিলে। বৰং সেই অনগ্ৰসৰতাকে মূলধন কৰি লোৱা এচাম মানুহে সংস্কৃতি বহিৰ্ভূত কাযদাৰে তেওঁক লেং মাৰিবলৈ লাগি গ'ল। ক্ষোভ আৰু তিক্ততাত আত্মৰক্ষাৰ বাবে বৰুৱাই নিজেই এক সৰু উপদল গঠন কৰি ললে। অনগ্ৰসৰ সংস্কৃতিৰ ৰূপান্তৰত অগ্ৰণী ভূমিকা লব নোৱাৰি তেওঁ এক সংকুচিত চক্ৰৰ নাযকত পৰিণত হ'ল।

তাৰ পিছতো সংলাপ' আদি আলোচনীৰ জৰিয়তে আমাৰ এমুঠি সফল সাহিত্যকমৰ বিশ্লেষণ আৰু উৎকৃষ্ট বিদেশী সাহিত্য আৰু চিন্তাৰ নিৰ্বাচিত অনুবাদৰ দ্বাৰা অসমীযা পাঠকৰ ৰুচি, মান, মূল্যবোধ উন্নত কৰাৰ চেষ্টাত তেওঁ একাগ্ৰভাবে আত্মনিযোগ কৰিছিল। কিন্তু বৰুৱাই নিজেও এই কথা কব নোৱাৰিব যে ইংলেণ্ডত Scrutiny বা বংগদেশত ত্ৰিশৰ দশকত “পৰিচয়' যি যুগান্তকাৰী ভূমিকা লৈছিল, অসমৰ সাহিত্যৰসিকসকলৰ চেতনাৰ ৰূপান্তৰত ‘সংলাপে' সেই ভূমিকা লব পাৰিলে। আনহে নালাগে আমাৰ কলেজ আৰু বিশ্ববিদ্যালয় অসংখ্য অসমীযা বিভাগৰ অধ্যাপকসকলৰ চেতনাতে সি বিশেষ পৰিবৰ্ত্তন আনিব নোৱাৰিলে। সেয়ে সমগ্ৰ জাতিৰ ওপৰত সংলাপৰ নিসন্দেহে উচ্চস্তৰৰ চিন্তা আৰু মূল্যৰ প্ৰভাৱ কিমানখিনি পৰিল, বহলাই নকলেও চলে।

প্ৰধান সমস্যাটো আছিল এইখিনিতে যে বেছিভাগ অসমীয়া পাঠকৰ মানসিক পটভূমিৰ লগত বৰুৱাৰ মানসিক পটভূমিৰ কোনো মিল নাছিল। তেওঁ নিজে কলিকতাৰ উচ্চ শিক্ষা আৰু সংস্কৃতিৰ কেন্দ্ৰৰ নানা পৰিপুষ্টিকৰ প্ৰভাৱৰ মাজত থাকি তেওঁৰ ৰসবোধ আৰু মূল্যবোধ গঢ়ি তুলিছিল। কলিকতা, এলাহাবাদ, বেনাৰস, দিল্লী আদিত

শিক্ষাপ্ৰাপ্ত এমুঠি লোকে বকৰা বা 'সংলাপ'ৰ বক্তব্য বুজিবলৈ আহুকাল পোৱা নাছিল। কিন্তু বাকী অধিকাংশ পাঠকে 'সংলাপ'ৰ বক্তব্যৰ তাৎপৰ্য্য বুজা নাছিল। কাৰণ তেওঁলোকৰ ৰুচি, ৰসবোধ, মূল্যচেতনা গঠিত হৈছিল অত্যন্ত নিঃস্ব, অনগ্ৰসৰ, প্ৰায় গ্ৰামীণ আৰু অৰ্দ্ধচেতন পৰিবেশত। দোষ মানুহচামৰ নাছিল, আছিল পৰিবেশৰ। এই পৰিবেশৰ লগত যুদ্ধত বকৰা ক্ৰমে ইমান ক্ষুব্ধ হ'ল যে তেওঁ ভাবিবলৈ ধৰিলে যে উচ্চ ডিগ্ৰীধাৰী অথচ নামমাত্ৰ স্বাক্ষৰ এইবোৰ মানুহৰ আগত উচ্চমানৰ কথা কোৱাটো গৰুৰ আগত টোকাৰী বজোৱাৰ দৰে। সংস্কৃতিৰ বাগানৰ পৰা এই বিৰাট আৰু ক্ৰমবৰ্দ্ধমান গৰুৰ জাকক কেনেকৈ পুনৰ গোহালিলৈ খেদি পঠাব পাৰি সেই চিন্তাত তেওঁ পীড়িত হ'ল। ঘটনাটো সামান্য পৰিমাণে আমোদজনক—প্ৰধানকৈ ট্ৰে'জিক্।

'সংলাপ'ৰ এই উচ্চমানৰ ধাৰণাৰ বিৰুদ্ধে আমি সেই সময়ত তিক্ত আৰু তীব্ৰ প্ৰচাৰ চলাইছিলো। আনহাতে "সংলাপে" আশংকা প্ৰকাশ কৰিছিল যে সাম্য আৰু বিপ্লৱ সম্পৰ্কে অত্যন্ত সৰলীকৃত আৰু স্থূল ধাৰণা লৈ অসমৰ নতুন চাম মাৰ্ক্সবাদীয়ে সাহিত্য আৰু চিন্তাৰ জগতলৈ কেৱল তৰলতা আমদানি কৰিব। জনপ্ৰিয় ( popular ) শিল্পকলাৰ দাবীত উচ্চমান আৰু গভীৰ উপলব্ধিৰ প্ৰয়োজন অস্বীকাৰ নকৰিলেও আমি নিশ্চয় অৱহেলা কৰিছিলোঁ। কিন্তু আমি তেতিয়া তোলা প্ৰশ্নবোৰ অসমৰ পৰিস্থিতিত আজিও তাৎপৰ্য্যপূৰ্ণ হৈ আছে। যদিহে আধুনিক অসমীয়া সংস্কৃতিৰ আৰ্থ সামাজিক ভিত্তিৰ দুৰ্বলতাৰ বাবে ওপৰৰ পৰা তাৰ মাজত উচ্চমান বা গভীৰ মূল্যবোধৰ প্ৰবেশ ঘটাব নোৱাৰি তেন্তে সেই ভিত্তি সবল কৰিবলৈ প্ৰথমে সামাজিক উত্তৰণ আৰু দ্বিতীয়তে গণভিত্তিক সাংস্কৃতিক জাগৰণৰ প্ৰয়াস কৰিলে ভুল নহব। যি পৰিস্থিতিত উচ্চমানৰ ধাৰণা বিমূৰ্ত্ত আৰু বন্ধ্যাপ্ৰায়—সেই পৰিস্থিতিৰ ৰূপান্তৰ তলৰ পৰাহে ( from below ) ঘটাব পৰা যাব।

উচ্চমানবিশিষ্ট অথচ আধুনিক—এনে তৰহৰ সংস্কৃতি অসমৰ মাটিত জীপ পাবলৈ হলে মূলত আমাৰ সমাজৰ কেতবোৰ অনুন্নত পৰম্পৰাগত আৰু সামন্তযুগীয়া বিশ্বাস, ধ্যানধাৰণা আৰু সংস্কাৰৰ খুটি লৰাবই লাগিব। অন্ধ অভ্যাস আৰু সংস্কাৰৰ দ্বাৰা কবলিত মনৰ ওপৰত আধুনিক শিক্ষাই এনেয়ে গভীৰ প্ৰভাৱ পেলোৱা টান। তাতে যদি শিক্ষানুষ্ঠানো দুৰ্বল, দৰিদ্ৰ আৰু পিছপৰা হয় তেন্তে অনগ্ৰসৰতাৰ

নাগপাশৰ পৰা মনে মুক্তি পাব কেনেকৈ ? গতিকে এটা ব্যাপক গণভিত্তিক সাংস্কৃতিক আন্দোলনেহে অসমত আধুনিক সংস্কৃতিৰ প্ৰাথমিক ভিত্তি ৰচনা কৰিব পাৰিব। এনে আধুনিক সংস্কৃতি ঐতিহ্যৰ ওচৰত ঋণী হৈও ঐতিহ্যৰ দাস নহব।

কিন্তু অসমৰ সমাজত শ্ৰেণীগতভাবে প্ৰাধান্য ( hegemony ) বিস্তাৰ কৰা অসমীয়া মধ্যবিত্তই এই দায়িত্ব পালন কৰিবলৈ উদগ্ৰীব নোহোৱাই স্বাভাৱিক। কাৰণ এনে সংস্কৃতি সৃষ্টি বা প্ৰচাৰ কৰাটো এই মধ্যবিত্তৰ বৈষযিক আৰু ৰাজনৈতিক উদ্দেশ্য সিদ্ধিৰ বাবে বিশেষ প্ৰয়োজনীয় নহয়। নতুন বৈষযিক বা সাংস্কৃতিক মূল্য সৃষ্টি ( production ) অসমীয়া মধ্যবিত্তৰ সাধনা নহয়। বৰং অৰ্দ্ধসামন্তবাদী শোষণ আৰু জাতপাতৰ বৈষম্যই এওঁলোকৰ প্ৰাধান্যত আজিও সহায় কৰি আছে। বামপন্থীসকলে আকৌ জাতীয় আকাংক্ষা আৰু প্ৰচেষ্টাত গুৰুত্ব নিদিযে। গণভিত্তিক জাতি আৰু গণতান্ত্ৰিক সংস্কৃতিৰ বিকাশত নেতৃত্ব কোনে দিব ?

# মানুহ শংকৰদেৱ

শংকৰদেৱৰ বিৰাট আৰু বহুমুখী প্ৰতিভা আৰু জনসাধাৰণৰ মাজত নতুন আধ্যাত্মিক ভাবৰ ঢল নমোৱাত তেওঁৰ সাফল্যৰ বাবে জীৱনকালতে তেওঁৰ অনুসৰণকাৰী আৰু ভক্তসকলে তেওঁৰ চৰিত্ৰত ঐশ্বৰিক গুণ আৰোপ কৰিছিল। তেওঁৰ অসামান্য শক্তিসামৰ্থ্য আৰু সৃষ্টিক্ষমতাৰ গুণত তেওঁ এনে প্ৰভাৱ বিস্তাৰ কৰাটো অস্বাভাৱিক ঘটনা নাছিল। বিশেষকৈ ভগৱানৰ মহিমা প্ৰচাৰত তেওঁৰ ঐকান্তিকতা আৰু দক্ষতাৰ বাবে তেওঁৰ চৰিত্ৰতো ভগৱৎশক্তিৰ জিলিকণি দেখাটো ভাৰতীয় তথা অসমীয়া জনগণৰ অভ্যস্ত প্ৰতিক্ৰিয়া। বিংশ শতাব্দীত গান্ধীজী জনমানসত এনে এক ঐশ্বৰিক পুৰুষ হিচাপেই বিম্বিত হৈছিল। প্ৰাচীন চৰিতপুথিবোৰতো তেওঁক বিষ্ণুৰ অৱতাৰ হিচাপেই মাজে মাজে কল্পনা কৰা হৈছে অসংখ্য বাস্তৱসম্মত লৌকিক ঘটনাৱলীৰ বিৱৰণৰ আঁৰে আঁৰে।

আমি ঈশ্বৰো নামানো, অৱতাৰাতো বিশ্বাস নকৰোঁ। সেয়ে শংকৰদেৱ যদি সাঁইবাবা বা মহৰ্ষি মহেশ যোগীৰ দৰে অলৌকিক ক্ষমতাসম্পন্ন এজন অৱতাৰী পুৰুষহে, তেনহলে তেওঁৰ বিষয়ে আমাৰ আগ্ৰহ বা কৌতূহলৰ কাৰণ নাই। ইমানতে আমি প্ৰস গটো সামৰিব পাৰোঁ। ভাগ্য ভাল, চৰিতপুথিবোৰৰ আতিশয্য বাদ দিলে এনে প্ৰমাণৰ অভাৱ নাই যে শ কৰদেৱ আছিল তেজমঙহৰ মানুহ। জীৱনত তেওঁ তেওঁৰ আদৰ্শ তথা ভাবধাৰাৰ বাবে অহৰহ সংগ্ৰাম কৰিবলগীয়া হৈছিল, হতাশা আৰু ব্যৰ্থতাৰ লগত প্ৰায়েই তেওঁৰ পৰিচয় হৈছিল, অসন্মান আৰু অপমান, তিক্ততা আৰু নিৰাশাৰ অন্ধকাৰে তেওঁৰ প্ৰতিভাও মাজে মাজে আৱৰি ধৰিছিল। আৰু সেই সকলো বাধা-বিঘিনি, গ্লানি-হতাশা তেওঁ জয় কৰিব পাৰিছিল ঐকান্তিক আদৰ্শনিষ্ঠা আৰু অপৰাজেয় মনোবলেৰে। এইবাবেই আমাৰ ধাৰণা শ কৰদেৱ এজন আদৰ্শ মানুহ, তেওঁৰপৰা আমাৰ বহুত শিকিবলগীয়া আছে

ধূপ ধুনাৰ ধোঁৱাৰে তেওঁৰ আচল পৰিচয় আৰু আমাৰ বুদ্ধি একেলগে আচ্ছন্ন কৰি থলে আমি তেওঁৰ এই মানবীয় গুণৰাজি আৰু মানবীয় সাধনা বুজিব নোৱাৰিম। এই কথাও বুজিব নোৱাৰিম যে আন সকলো মহৎলোকৰ দৰে তেওঁো কোনো কোনো বিষয়ত নিজৰ যুগৰ দোষ ত্ৰুটি বা সীমাবদ্ধতাৰ উৰ্ধত নাছিল। আমি যোহেতু নিজেও ভৱিষ্যতৰ পিনে চকু মেলি চাইছো ভবিষ্যতৰ পিনে সচেতনভাৱে খোজ দিবলৈ চেষ্টা কৰিছো আৰু এই উত্তৰণৰ পথত নানা বেহৰ বাধা-বিপত্তি বৈৰিতাৰ আঘাত পাইছোহক। আমি সেয়ে শংকৰদেৱৰ আহিঁৰপৰা শিকিব পাৰো তেওঁৰ প্ৰেৰণাৰপৰা শক্তিলাভ কৰিব পাৰো। তেহে আমাৰ শ্ৰদ্ধা কুসংস্কাৰৰপৰা মুক্ত হ ব।

প্ৰথমতে সেয়ে তেওঁৰ কিছু সাধাৰণ মানবীয় দুৰ্বলতা' বা সীমাবদ্ধতাৰ কথা উল্লেখ কৰাই ভাল হ ব। হাণী ধৰাত ত্ৰুটি হোৱা বাবে তেওঁৰ মৰমৰ হৰি জোঁৱাইক যেতিয়া আহোম ৰজাই কটালে, তেতিয়া কোনো ঐশ্বৰিক শক্তিৰে শংকৰদেৱে তাৰ প্ৰতিকাৰ কৰিব পৰা নাছিল। গভীৰ বেদনা আৰু অসহায়তাৰে মৃত্যুপথযাত্ৰী হৰিক গহীন বিদায়বাণী শুনাইছিল মাধৱদেৱে "হুযো ভাই সাৱধান, মাধৱৰ যমমান" বুলি। একশৰণ নামধৰ্মৰ জনপ্ৰিয়তাই পূজা-সেৱা, যাগ যজ্ঞত ভেটা দি জীৱিকাৰ্জনত বাধা জন্মাব বুলি আশংকা কৰি বিপ্ৰসকলে বাৰে

বাবে ৰাজসভাত গোচৰ দিছিল, বৈষ্ণৱসকলৰ ওপৰতো নির্যাতন চলাইছিল। এনে উপদ্ৰৱে শংকৰদেৱক বিচলিত নকৰাকৈ থকা নাছিল

"শংকৰৰ পাৱে নমস্কাৰ কৰি
ভকতে কহে কথাক।
পথত যাইবাক নাগৰিক দ্বিজে
কদৰ্থি মাৰে আমাক॥
কুকুৰৰ লাঙে মালাক আৰয়
হাতৰ লৈ যায় কাঢ়ি।
উপালম্ভ কৰি বিস্তৰ হাসয়
পণ্ডিত ব্ৰাহ্মণে বেঢ়ি॥
ভকতৰ দুখ দেখিয়া শংকৰ
ক্ৰোধে বুলিলন্ত বাক।
তোৰা সকলক নকৰে ব্ৰাহ্মণে
কৰয নিন্দা আমাক॥ (গুৰুচৰিত, ৰামচৰণ ঠাকুৰ)

এইবোৰ ঘটনা শেষ জীৱনতো তেওঁ পাহৰি যোৱা নাছিল। বৰং কিছু তিক্ততাৰেই সুঁৱৰিছে

ব্ৰাহ্মণৰ বাক্যশৰ প্ৰহাৰৰ খোঁচে
হৃদয় কলীয়া পৰি সাঞ্চ বান্ধি আছে।

তাহানিৰ ৰুদ্ৰৰূপী ৰাজশক্তিয়ে মৃত্যুৰ পিছতো তেওঁক এৰা দিয়া নাছিল। ৰামৰায়ৰ জীয়েকক চিলাৰায়লৈ দিয়াৰ পাছত আৰু কোচ ৰাজ নৰনাৰায়ণৰ বিবেচক স্বভাৱৰ বাবে কিছুকাল তেওঁ নিৰ্বিঘ্নে কটাব পাৰিছিল। কিন্তু নৰনাৰায়ণে তেওঁৰ শৰণ ল'বলৈ বিচৰাৰ কোনো ইতিহাসসম্মত প্ৰমাণ নাই। বৰঞ্চ কোচবিহাৰৰ প্ৰামাণ্য ইতিহাসমতে শংকৰদেৱ প্ৰমুখ্যে ভূঞাসকলেহে তলতীয়া সামন্ত হিচাপে নৰনাৰায়ণৰ শৰণাপন্ন হৈছিল। ("নাৰায়ণ, কাহে ভকতি কৰু তেৰা" —এই বৰগীতটি দ্ব্যৰ্থবোধক, এপিনে ঈশ্বৰৰ ভজনা, আন এপিনৰপৰা নৰনাৰায়ণৰ প্ৰশস্তি। মধ্যযুগত কবিতাৰ এনে প্ৰয়োগ সুলভ আছিল।) মৃত্যুৰ কিছুকাল পিছতে ঘৰবিভীষণ বনগঞাগিৰিৰ উচটনিত কোচ ৰজাই মানুহ পঠিয়াই তেওঁৰ বিধবা বোৱাৰীয়েকক ধৰাই নিছিল সম্পূৰ্ণ দৈহিক

সম্ভোগৰ মানস্তেৰে। মহাপুৰুষৰ ঘৰৰ মানুহ বুলি ঘৰখনে ৰাজকীয় স্বেচ্ছাচাৰিতাৰ পৰা ৰক্ষা পোৱা নাছিল।

"বনগয়াঁগিৰি আনৰ লোকৰ হতুৱাই ৰাজাত লগোৱাইছে, "আমাৰ বংশত সুন্দৰী কন্যা আছে।" এই কথা শুনি ৰাজাই দূত পঠাই ৰমানন্দৰ ভাৰ্যা সুমতি আইক ধৰাই নিছে।"

(বৰদোৱা গুৰুচৰিত গুৱাহাটী, ১৯৭৭ পৃ° ১৭৬।)

শংকৰদেৱৰ শ্ৰেষ্ঠ ভক্ত মাধৱদেৱো ৰাজশক্তিৰ উপদ্ৰৱত নিজা ঘৰৰপৰা সুন্দৰীলৈ পলাই যাবলৈ বাধ্য হৈছিল। (ঐ পৃ ২০৫) অৰ্থাৎ জাগতিক অৰ্থত জীৱনকালত তেওঁ অসাধাৰণ সাফল্য অৰ্জন কৰা নাছিল। তেওঁৰ ভাবধাৰাই সমাজৰ এক গভীৰ মানসিক অভাৱ পূৰণ কৰা বাবেই ঘাইকৈ তেওঁৰ মৃত্যুৰ পাছতো সি ক্ৰমে সাফল্য আৰু জনপ্ৰিয়তা অৰ্জন কৰিছিল।

কিন্তু এই সফলতাত তেওঁৰ নিজৰো বিশেষ ব্যক্তিগত অৱদান আছিল। নানা ধৰণৰ বাধা বিঘিনি আৰু বৈৰিতা সত্বেও তেওঁ যে হতাশ ন'হল, নিষ্ক্ৰিয় হৈ নপৰিল তাৰ কাৰণ তেওঁৰ গভীৰ আৰু অটল, আদৰ্শনিষ্ঠা। সপোনে-সচিতে, অহৰ্নিশে ভক্তিৰসৰ কলতান নিজ হৃদয়ত শুনা বাবেই তেওঁ জনসাধাৰণৰ মাজত তাৰ ফেনিল, উচ্ছল প্ৰবাহ বোৱাই দিব পাৰিছিল। আৰু এই আদৰ্শ তেওঁৰ বাবে কোনো বিমূৰ্ত নীতি নাছিল, সি আছিল মানুহৰ হৃদয় ভৰাই তুলিব পৰা, মানুহৰ আনুগত্যেৰে সজীৱ হৈ উঠা, মানুহৰ ত্যাগ আৰু শ্ৰমেৰে প্ৰতিষ্ঠিত হোৱা ভাবধাৰা। সৰ্বোপৰি শংকৰদেৱৰ নিজা আদৰ্শনিষ্ঠা আৰু আত্মত্যাগে তেওঁৰ প্ৰবৰ্তিত নীতিসমূহক জীৱন্ত কৰি তুলিছিল সৰ্বসাধাৰণৰ বাবে।

তেওঁৰ এই আদৰ্শনিষ্ঠা কেনে নিৰ্ভাঁজ আৰু নিঃস্বাৰ্থ আছিল কিছু-মান কথাৰপৰা বুজা যায়। অন্তিমকালত পুত্ৰ ৰমানন্দই যেতিয়া বৈষয়িক সম্পদৰ লগতে আধ্যাত্মিক সম্পদৰ বুজবাজ ল'বলৈ গ'ল, তেওঁ দ্ব্যৰ্থহীন ভাষাত ক'লে

"আমাৰ ভঁড়াল শূন্য, সময়ো নাই সকলো বঢাৰ পোতে অৰ্পণ কৰিলোঁ, তেওঁৰ আৰু আমাৰ ভিন্নভাব নেদেখিবা, দাসভাবে প্ৰাৰ্থনা কৰিবা পিতাৰ বস্তু বুলি নুখুজিবা।" (বৰদোৱা গুৰুচৰিত পৃঃ ২৬৯)

অৰ্থাৎ ভক্তিধৰ্মক নিজৰ ব্যক্তিগত সৃষ্টি বুলি তেওঁ কেতিয়াও ভবা নাছিল। অসমত জনসাধাৰণৰ মাজত বৈষ্ণৱ ধ্যানধাৰণা প্ৰচাৰ কৰাত

নেতৃত্ব দিয়া সত্ত্বেও, গীত-নাটৰ যোগেদি জনসাধাৰণৰ কল্পনা আৰু হৃদয়ত তাক প্ৰতিষ্ঠা কৰা সত্ত্বেও, নামঘৰত নাম-কীৰ্তনৰ জৰিয়তে সেইবোৰ ধ্যানধাৰণাক দৈনন্দিন অভ্যাস বা সংস্কাৰত পৰিণত কৰা সত্ত্বেও তেওঁ এই আন্দোলনৰ ওপৰত কোনো ব্যক্তিগত অধিকাৰ দাবী কৰা নাছিল। অথচ আজি আমি দেখোঁ যে ৰাজনৈতিক ক্ষমতা বা নেতৃত্বও নিজৰ পৰিয়ালতে আবদ্ধ কৈ ৰখাৰ অপচেষ্টা বেছ ব্যাপক। আদৰ্শৰ প্ৰতি প্ৰকৃত নিষ্ঠা বা জনসাধাৰণৰ বাবে সেই আদৰ্শৰ প্ৰয়োজন উপলব্ধি কৰা—দুয়োটা বস্তুৱেই হয়তো আজিকালি দুৰ্লভ।

আজিও ৰাজনীতিৰ জগতত বিভিন্ন আদৰ্শৰ সংঘাত সুপৰিচিত ঘটনা। জনসাধাৰণৰ মাজত তেনে আদৰ্শৰ প্ৰতি আস্থা আৰু উৎসাহ জাগ্ৰত কৰিবলৈকো বহুতে চেষ্টা কৰে। অথচ তেনে চেষ্টা বিশেষ ফলবতী হোৱা দেখা নাযায়। তাৰ অন্যতম কাৰণ এয়ে যে, এইবোৰ আদৰ্শ প্ৰকৃততে নেতাসকলৰ ক্ষমতা প্ৰতিষ্ঠাৰ অস্ত্ৰ নে জনসাধাৰণৰ কল্যাণ তথা উদগতিৰ উপায়, ধৰা টানেই। শংকৰদেৱে কিন্তু তেওঁৰ আদৰ্শ লালন-পালন কৰিছিল মানুহৰ বাবে আৰু মানুহৰ আধাৰত। সেয়ে তেওৰ ধৰ্মৰ অন্যতম বৈশিষ্ট্য আছিল ভকতসকলৰ লগত তেওঁৰ অদ্ভুত উমসনা সম্পৰ্ক। যি কোনো জাতৰে বা কুলৰে নহওক, তেওঁৰ আদৰ্শ গ্ৰহণ কৰা ভকতসকল আছিল তেওঁৰ চকুৰ মণি, হিয়াৰ আমঠু

"এদিন গুৰু-ঈশ্বৰে পুথি লিখি বহি আছে। ওচৰতে আই আৰু বঢাৰ পোও ৰহি আছে, এনেতে এজন লোকে সম্বাদ দিলেহি, "জয়ন্তী মাধৱ মৃত্যু হল।—" শঙ্কৰদেৱে শুনামাত্ৰেই হাতৰ কাপ খহি পৰি ঢলি গ'ল। আয়ে দেখা পাই কৈছে "বঢাৰ পো, ধৰা, কানসমান পো মৰাত খেদ নহ'ল। ভকতৰ পদে আকুল কৰিছে।"

( বৰদোৱা গুৰুচৰিত, পৃ ১৩২ )

শংকৰদেৱে সশিষ্যে অসম এৰি বেহাৰলৈ ভাটিয়াই যাবৰ সময়ত এই মনোভাবেই পৰিস্ফুট হৈছিল তেওঁৰ উপযুক্ত শিষ্য মাধৱদেৱৰ আচৰণত। সকলোৱে লামলাকটু লৈ নাৱত উঠাত দেখা গ'ল যে দুজন ভকতলৈ নাৱত ঠায়ে নাটে। কোনেও ঠাই এৰি দিব নোখোজে। তেতিয়া মাধৱদেৱেই অম্লানবদনে নিজৰ যৎকিঞ্চিৎ সম্পত্তি থকা দুটা জপা পানীত পেলাই দি ভকতলৈ ঠাই কাৰ দিলে

লগৰ মনুষ্য বোলে কিমতে নিবাহা।
ভৰাহৈয়া আছে নাৱে কিমতে যাই বাহা ॥

*   *   *   *

*   *   *   *

বোলন্ত মাধৱে তোৰা বাধা নকৰিবা।
মোহোৰ ভাৰ দুই জাপাক পেহলইবা ॥
তথাপিতো ভকত সৰ্বশ লৈয়া যাইবা।
এহি বুলি দুই জাপা পানাত পেহলইলা।
সেহি থানে তুলি দুয়ো ভক্তক বৈসালা ॥
সাধু সাধু মাধৱ কৰিলা ইটো কৰ্ম।
তুমিসি জানিলা বাপু ভকতৰ মৰ্ম ॥

( ৰামচৰণ ঠাকুৰ গুৰুচৰিত )

এইসকল ভকতৰ কোনোজনেই বিদ্যাবুদ্ধি আৰু জ্ঞান গৰিমাত শংকৰ দেৱৰ সমকক্ষ নাছিল। বেছিভাগেই আছিল দাৰিদ্ৰ্য আৰু অজ্ঞতাৰ হেঁচাত বিকল মানুহ। সেই সকলোকে ভকত বুলি তেওঁ যেনে আথেবেথে কাষ চপাই লৈছিল, যেনেদৰে তেওঁলোকৰ কল্যাণ আৰু মানসিক উন্নগতিৰ বাবে দিনে নিশাই চিন্তা কৰিছিল, আচৰিত নহৈ নোৱাৰি। তাৰ বাবে নিশ্চয় তেওঁৰ আছিল এখন বহল অন্তৰ, এটা পিতৃসুলভ ক্ষমাশীল মন, আৰু এক চৰিত্ৰগত উদাৰতা। বহু যুগ পাছত বিষ্ণুৰাভাৰ মাজত অসমৰ চহা ৰাইজে যিটো গুণ প্ৰত্যক্ষ কৰিছিল। আজি আমাৰ ৰাজনৈতিক নেতাসকলে তেওঁলোকৰ দলৰ তলৰ মহলাৰ কৰ্মীবিলাকৰ বিষয়ে এনে নিবিড়ভাবে চিন্তা কৰে নে ?

তেওঁৰ আদৰৰ জীয়ৰা ৰুক্মিণী যেতিয়া নিচেই সৰু, তেতিয়া শংকৰ-দেৱে জীয়েকক কৈছিল মাধৱদেৱ যেন আহিলেই তেওঁক লগে লগে খবৰ দিয়ে। বাপেকৰ আতোলতোল জীয়ৰী ৰুক্মিণীয়ে সেইদিনাৰপৰা বাটলৈ চাই থাকে আৰু মাধৱদেৱক দেখিলেই দৌৰি গৈ আধাফুটা মাতেৰে বাপেকক জনায় "মাধৱ আহিল" বুলি।

সেহি দিনা ধৰি ৰুক্মিণীয়ে থাকে চাই।
আসিলে মাধৱ শংকৰক জগায় ॥
উঠ উঠ আতা আইল মাধৱ বান্ধৱ।
শুনি শংকৰৰ মনে মিলিলা উৎসৱ।

মোৰ আই বুলি চুমা খান্ত ঘনে ঘনে।
মাধৱ বান্ধৱ বুলি তুমি জানা কেনে॥
(ৰামচৰণ ঠাকুৰ, গুৰুচৰিত)

এনেবোৰ সৰুসুৰা কথাৰ মাজতে সন্ধেদ পোৱা যায় শংকৰী ধৰ্মৰ সাফল্যৰ কাৰণবিলাকৰ। অৱশ্যে এই কামত তেওঁ যে বিচক্ষণ কৌশলো প্ৰয়োগ কৰিছিল সন্দেহ নাই। বৈষ্ণৱ ভক্তসকল যেতিয়া বিপ্ৰসবৰ অত্যাচাৰত বিতত হ'ল তেওঁলোকক প্ৰবোধ দিবলৈ শংকৰদেৱে "পাষণ্ডমৰ্দন" ৰচনা কৰিছিল

"বিষ্ণু বৈষ্ণৱক কৰে ধিক্কাৰ।
কাটিবাক লাগে জিহ্বাক তাৰ।
শাস্তি কৰিবাক যেৱে নপাৰি।
গুচিব কাণত আঙ্গুলি গাৰি॥"

শত্ৰু যজমানী ব্ৰাহ্মণসকলৰ মুখেৰেই সমজুৱাৰ মাজত ভাগৱতী বৈষ্ণৱ ধৰ্মৰ শ্ৰেষ্ঠতা স্বীকাৰ তথা প্ৰচাৰ কৰাই লৈ তেওঁ কাৰ্যসিদ্ধি কৰিছিল

সভাত বসিয়া আছন্ত শংকৰ
গুণন্ত মনত কাজ।
কক্ষা ভংগ ভৈলে সভাৰ মধ্যত
পণ্ডিতে পাইবেক লাজ॥
ব্ৰাহ্মণ সবক দ্বেষ কৰিবাক
আমাৰ নোহে উচিত।
কৃষ্ণৰ ভকতি পথক বিপ্ৰৰ
মুখতে কৰো বিদিত॥
(ৰামচৰণ ঠাকুৰ, গুৰুচৰিত)

সংস্কৃত ভাষাত সুপণ্ডিত আৰু শাস্ত্ৰবাৰিধিৰ নিপুণ কাণ্ডাৰী হোৱা সত্বেও তেওঁ পদ ৰচিছিল সমাজৰ তলত পৰি থকা লোকসকলৰ শ্ৰৱণ-কীৰ্তনৰ বাবে। ব্যক্তিগত খ্যাতি বা মান-মৰ্যাদাৰ আকাংক্ষাৰপৰা এই আকাংক্ষা বহু নিলগত। অৱতাৰী পুৰুষ বুলি যিসকলে তেওঁক বহুত ওপৰত থাপিব খোজে তেওঁলোকে প্ৰায়ে পাহৰি যায় যে, এই দৰিদ্ৰ, অশিক্ষিত, নিপীড়িত মানুহবিলাকেও তেওঁলোকৰ অবুজ ভালপোৱা, আস্থা আৰু শ্ৰদ্ধাৰে তেওঁৰ অন্তৰ ভৰাই ৰাখিছিল আৰু তেওঁৰ প্ৰতিভা

বিকাশত অজ্ঞাতসাৰে সহায় কৰিছিল। বিষ্ণু ৰাভাই শিল্পী আৰু জনসাধাৰণৰ মাজৰ সম্পৰ্কৰ বিষয়ে যেনে ধৰণে ব্যাখ্যা কৰিছে, সেইটো শংকৰদেৱৰ ক্ষেত্ৰতে প্ৰযোজ্য। ভেৰোঁ ৰাইজৰ হিয়া-মৌকোঁহৰ মৌ চুহি চুহি তাৰে শিল্পসাহিত্যৰ মৌ-চাক ৰচিছিল। সেয়ে শংকৰদেৱৰ সাহিত্যিক ৰচনাৱলী ইমান বিচিত্ৰ, ৰসঘন আৰু পূৰ্ণাংগ। ৰসবোধ আৰু ৰুচিৰ সূক্ষ্মতা আৰু জ্ঞানৰ বিদগ্ধতা সত্ত্বেও তেওঁ সাধাৰণ মানব মনৰ আওভাও ভালদৰে বুজিছিল, তাৰ ভাব-অনুভূতিৰ লগত ঘনিষ্ঠ আছিল। গ্ৰাম্য বা স্থূল বুলি দলিযাই নিদি সেইবোৰ সহজ আৰু সাধাৰণ আবেগ অনুভূতিক তেওঁ সাহিত্যত ঠাই দিছিল। ফলত গাঁৱৰ সহজ-সৰল মানুহে ভকতিৰ অজান তীৰ্থলৈ যোৱা চিনাকী বাট বিচাৰি পাইছিল তেওঁৰ ৰচনাত। আনহাতে তেওঁৰ সাহিত্যও কেৱল সূক্ষ্ম ভাবৰ লীলাখেলাৰ মঞ্চ নহৈ সাধাৰণ, বিশাল, বিচিত্ৰ মানব মনৰ সাগৰ সংকাশ দৰ্পণ হৈ পৰিছিল। ( শ্বে'ক্সপীয়েৰ সম্পৰ্কেও এই একেই কথা ক'ব পাৰি। )

হিৰণ্যকশিপুৰ ৰাজসিক আত্মগৌৰৱ আৰু ক্ষমতাদৰ্পৰ লগত দামোদৰ বিপ্ৰৰ অসহায় দাৰিদ্ৰ্য আৰু নিমাখিত সাধুতা ৰিজাই চালেই শংকৰী সাহিত্যৰ মানবীয় বৈচিত্ৰ্য ধৰা পৰে। প্ৰহ্লাদৰ তদগত ভক্তিৰ লগত হিৰণ্যকশিপুৰ ঘোৰ বিষ্ণু বিদ্বেষৰ তুলনাও এই প্ৰসংগত মনত পেলাব পাৰি। কিন্তু সাধাৰণ জীৱনৰ পৰিচিত সৰুসুৰা কেতবোৰ ভাব-অনুভূতি আমাৰ সূক্ষ্ম ৰুচিৰ ৰসিকসকলে হয়তো স্থূল বুলি অৱহেলা কৰিব। এনে উন্নাসিকতাৰপৰা শংকৰদেৱ মুক্ত আছিল—অথচ তেওঁ যে অতি উচ্চস্তৰৰ ভাব-অনুভূতিত অভ্যস্ত আছিল সেই সম্পৰ্কেও সন্দেহৰ থল নাই। আমাৰ আইন শৃংখলাৰ উচ্ছৃংখল ৰক্ষক পুলিচে দৈবাৎ কেতিয়াবা নিজে উত্তম-মধ্যমৰ সন্মুখীন হলে সাধাৰণ দৰ্শকৰ ( আইন শৃংখলাৰ প্ৰতাপত জুৰুলা সাধাৰণ দৰ্শকৰ ) প্ৰতিক্ৰিয়া কি হ'ব পাৰে, 'অজামিলোপাখ্যান'ত বিষ্ণুদূতৰ হাতত যমদূতৰ দুৰ্দশালৈ চকু দিলেই নিমিষতে অনুভৱ কৰা যায়

ছাড ছাড বিপ্ৰক প্ৰাৰম্ভে আসে গেৰি।
কোবাৱে লাগিলা দূত সমস্তক বেঢ়ি॥
চাপৰ চুলাৰি ঘৰা কাণ্ডিৰ প্ৰহাৰ।
চৰৱতে দুই গাল ভৈলা ভিগুিকাৰ॥

কেহো কিল মুকুতি লাঠিৰ দিলা চোট।
গদাৰ কোবত পিঠি ভৈলা গোটাগোট ॥

*       *       *

*       *       *

হাতৰ এৰাই তিনি দূতে দিলা লৰ।
মাৰণৰ ত্ৰাহে তিনি যমৰ কিংকৰ ॥

"পাৰিজাত হৰণ"ত অভিমানিনী আৰু কৃষ্ণৰ অনুগ্ৰহত গপত গুফন্দি থকা সত্যভামাই সমজুৱাৰ আগত এনেকৈ গৌৰৱ কৰিছে

"পেখু পেখু যাৱত সোহি পাৰিজাত তৰু সমূলো উপাৰি কৃষ্ণক হাতে নাহি আনল  তাৱ ছাডলো নাহি। হামাৰ সৌভাগ্যক মহিমা পেখো পেখো।'

শচীৰ খেচখেচনিত পাৰিজাতৰ মালিকানা লৈ কাজিয়া কৰিবলগীয়া হোৱা দেৱৰাজ ইন্দ্ৰই সত্যভামাৰ প্ৰতি কটূক্তি কৰিছে এইভাবে .

"শ্ৰীকৃষ্ণৰ যত পতনী থিক  তাহেক মাধ্যে তুহু বডি প্ৰচণ্ডা, প্ৰগল্ভা।"

বিষ্ণুৰ মোহিনী-মায়াত সংজ্ঞা হেৰুৱাই খেদামৰা হৰৰ অৱস্থাত ঋষিসকল হতভম্ব হৈছে, কোনোৱে ধিক্কাৰ দিছে, কোনোৱে ভাবিছে শিবই কিবা নতুন মায়া দেখুৱাইছে, অপ্সৰাগণে খিল্‌খিলাই হাঁহিছে। আৰু—

স্বামীৰ দেখিয়া ভাৱ  আসন্ত পাৰ্বতী মাৱ
চাপৰি মুখত বস্ত্ৰ দিয়া।

পাছৰ যুগৰ সূত্ৰাধিকাৰসকলে যে শংকৰদেৱৰ দৰে হৃদয়স্পৰ্শী সাহিত্য ৰচনা কৰি থৈ যাব নোৱাৰিলে, তাৰ কাৰণ জনসাধাৰণে কিহত হাঁহে, কিহত কান্দে তেওঁলোকে পাহৰি গৈছিল। শংকৰদেৱৰ দৰে জনসাধাৰণৰ নেতা নহৈ গুৰু হৈ তেওঁলোক শিচ ভজোৱাত ব্যস্ত হ'ল। মানবী লীলাত অংশ লোৱাতকৈ কৃত্ৰিম ঐশ্বৰিক লীলা দেখুৱাই চমক লগোৱাত বেছি মনোযোগ দিলে।

অথচ শংকৰদেৱ তাহানিৰ অসমৰ সহজ সৰল সাধাৰণ মানুহৰ আচাৰ বিশ্বাসত সম্পূৰ্ণ মিলি যোৱা নাছিল। তেওঁলোকৰ লগত মিলি তেওঁলোকক পুৰণা বিশ্বাস আৰু আচাৰৰপৰা এৰুৱাই নতুন বিশ্বাস আৰু আচাৰৰ পিনে বাট দেখুৱাই আনিছিল। তেতিয়া অসমত সৰহভাগ

লোকেই জনজাতীয় মূলৰ। তেওঁলোকৰ মাজত ব্ৰাহ্মণ পণ্ডিত সোমাই তেওঁলোকৰে "বুঢ়াবুঢ়ি" (বাথৌত্ৰা)ক শিৱ আৰু দেৱীৰ ৰূপলৈ সংস্কাৰ কৰি তন্ত্ৰোক্তমতে শিৱ আৰু শক্তিপূজাৰ প্ৰবৰ্তন কৰিছিল। শংকৰদেৱে "পাষণ্ড মৰ্দন", "হৰমোহন" প্ৰভৃতি ৰচনাত হৰি-হৰ একাত্ম বা অভিন্ন বুলি কৈছে। ৰঞ্জিৎদেৱ গোস্বামীৰ মতে জনজাতীয় উপাস্য দেৱক হৰিৰ লগত একাত্ম কৰি জনজাতীয় সমাজত বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ কৌশল শংকৰদেৱে লৈছিল। এই মতটো যুক্তিসংগত। কিন্তু উল্লেখ কৰা ভাল যে "হৰমোহন"ৰ বাহিৰেও "অমৃতমন্থন" আৰু "ৰুক্মিণীহৰণ" প্ৰভৃতি কাব্যত শংকৰদেৱে হৰিৰ তুলনাত হৰক কিছু কৰুণামিশ্ৰিত উপহাসৰ পাত্ৰ কৰিছে। এই পাৰ্থক্য মন কৰিবলগীয়া। ধৰ্মীয় সংস্কাৰ তাৰ অবিহনে সম্ভৱ নহ'লহেঁতেন।

মাধৱদেৱ তেওঁৰ শিষ্য হোৱাৰ আগতে যি বিষয় লৈ তুমুল তৰ্কৰ অৱতাৰণা কৰিছিল সি হ'ল দেবীপূজাৰ উপযোগিতা। সেই সময়ত কামৰূপ আৰু উত্তৰ বংগত শক্তিপূজাৰ প্ৰবল প্ৰকোপ আছিল

অন্যত্ৰ বিৰলা দেবী কামৰূপে গৃহে গৃহে।

আনকি যি নৰনাৰায়ণ ৰজাই শংকৰদেৱৰ শৰণ লোৱা বুলি প্ৰবাদ আছে সেই নৰনাৰায়ণেই কামাখ্যা মন্দিৰ মেৰামত কৰাই দিছিল।

দেবীপূজাৰ এনে সবল প্ৰভাৱৰ অন্তৰালত আছিল প্ৰাচীন বিশ্বাস তথা উৎপাদন পদ্ধতি। খেতি-বাতিত যেতিয়া উন্নত সঁজুলি ( লোহাৰ নাঙল গৰু ) প্ৰচলন নহয়, প্ৰকৃতিৰ ওপৰতে বহুদূৰ নিৰ্ভৰ কৰিবলীয়া হয়, তেতিয়া খেতি-বাতিৰ মাজত বহু যাদুবিশ্বাস সোমাই থাকে। আনকি পৃথিৱীৰ বহু ঠাইতে যৌন ক্ৰিয়াৰ লগত খেতিৰ ফচলৰ কিবা সম্পৰ্ক আছে বুলিও আদিম মানুহে বিশ্বাস কৰিছিল। অসমতো বিপুল সংখ্যক জনজাতীয় লোকৰ মাজত সেই ধৰণৰ যাদু বিশ্বাস আছিল। তন্ত্ৰোক্ত পূজাবিধি আৰু বিশ্বাসত তাৰে প্ৰতিফলন ঘটিছিল। অসমৰ খেতি-বাতিৰ বাবে বাৰিষা সময়ছোৱা বৰ দৰকাৰী। সেয়ে বাৰিষা কাল পৰিলে কামাখ্যা দেবী ৰজস্বলা হৈছে বুলি মানুহে কোৱাকুই কৰে। তন্ত্ৰও এক ধৰণৰ যাদুবিদ্যাহে। কিছুমান আচাৰ-অনুষ্ঠানেৰে প্ৰকৃতিৰ শক্তিসমূহ বা ঘটনাসমূহ নিয়ন্ত্ৰণ কৰাৰ চেষ্টা। ( যেনেকৈ আদিম মানৱে যৌন সংগমেৰে খেতিবাতিৰ উৎপাদন বৃদ্ধিৰ প্ৰচেষ্টা কৰিছিল। )

কিন্তু শংকৰদেৱৰ আগৰেপৰা অসমত উন্নত কৃষিৰ প্ৰচলন হৈছিল। ফলত যাদু বিশ্বাস তথা যাদু অনুষ্ঠানবোৰ কেৱল অন্ধবিশ্বাস হিচাপেহে মানুহৰ মনত বৈ গৈছিল। আড়ম্বৰৰ বাহুল্যেৰে এইবোৰ অনুষ্ঠানৰ অন্তঃসাৰশূন্যতা ঢাকিবলৈ চেষ্টা কৰিছিল পুৰোহিতসকলে। কাৰণ যুগোপযোগী নতুন ভাৱধাৰাও তেওঁলোকে সৃষ্টি কৰিব পৰা নাছিল।

এই অভাৱ শংকৰদেৱে পূৰণ কৰিলে। বাৰ বছৰ তীৰ্থভ্ৰমণত কটাই অহাৰ পাছত তেওঁ তৎকালীন ভাৰতত প্ৰবল হৈ উঠা ভক্তি আন্দোলনৰ বীজ অসমৰ পলসুৱা মাটিত সিঁচি দিলে। ভক্তি-আন্দোলনৰ জন্ম কৰ্মকাণ্ডী ব্ৰাহ্মণসকলৰ মাজত হোৱা নাছিল। ৰামানুজ প্ৰভৃতি ভক্তি আন্দোলনৰ প্ৰথম ব্ৰাহ্মণ আচাৰ্যসকলো আচাৰনিষ্ঠ পৰম্পৰাসেৱী ব্ৰাহ্মণ নাছিল। তেওঁলোকে অনাৰ্য প্ৰভাৱো অন্তৰেৰে গ্ৰহণ কৰিছিল। পৰৱৰ্তী কালৰ ভক্তি আন্দোলনৰ বহুকেইজন নেতা আছিল অব্ৰাহ্মণ—কেইজনমানতো তাঁতী, মুচি আদি তথাকথিত হীন জাতিৰ। চৈতন্য আদি ব্ৰাহ্মণ আচাৰ্যয়ো বেলেগ সম্প্ৰদায়েই প্ৰতিষ্ঠা কৰিলে। বংগদেশত "বোষ্টম" (বৈষ্ণৱ) এটা সুকীয়া জাতত পৰিণত হ'ল।

শংকৰদেৱৰ দ্বাৰা প্ৰবৰ্তিত বৈষ্ণৱ ধৰ্ময়ো ব্ৰাহ্মণসকলৰ দ্বাৰা সযত্নে সংৰক্ষিত জাতিগত ভেদাভেদত আবদ্ধ হৈ থাকিব নখুজিলে। ব্ৰাহ্মণ পুৰোহিতসকলে মনুসংহিতাৰ দোহাই দি শূদ্ৰৰ মনেপ্ৰাণে দাসত্ববৃত্তি সুমুৱাই দিবলৈ বিচাৰিছিল। কাম-কাজৰপৰা আচাৰ-অনুষ্ঠানলৈ কালতে হীনতাই আছিল মনুৰ মতে শূদ্ৰৰ বিধি নিৰ্দিষ্ট দৈব। কিন্তু ভক্তি আন্দোলনে এনে অমানুষিক আচাৰক একাষৰীয়া কৰি থৈ হৰিনামৰ ৰস সকলোৰে বাবে মুকলি কৰি দিলে। গাৰো, ভোট, অসম যবন, মিৰি, কছাৰী সকলো "পতিত" বা "অপবিত্ৰ" জাতিয়েই হৰিনাম তথা বৈষ্ণৱ ধৰ্মৰ উপযুক্ত বুলি বিবেচিত হ'বলৈ ধৰিলে। অধিক কি, দ্বাদশ স্কন্ধ "ভাগৱত"ত কোৱা হৈছে .

ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য ইটো তিনি জাতি।<br>
সুশুনিবে হৰি ভকতিক কাণ পাতি॥<br>
শূদ্ৰসৱ আছয় কৈৱৰ্ত আদি কৰি।<br>
অন্ত্যজ পৰ্য্য ভজিবেক মহা হৰি॥

অপ্রয়াসে লভিবে ঈশ্বৰ মহাজ্ঞান।
এতেকে কলিত শূদ্র কৈৱৰ্ত প্রধান॥

ভকতিয়ে সনাতন হিন্দু ধৰ্মৰ মূল ভিত্তি জাতিভেদক একাষৰীয়া কৰি থলে। "নাহি ভকতিত জাতি অজাতি বিচাৰ।" কিন্তু আমাৰ দৃষ্টিকোণৰপৰা জাতিভেদৰ যি অন্যায় বা অমানবিকতা, শংকৰদেৱে তেনে বোধৰপৰা জাতিভেদৰ বিৰোধিতা কৰিছিলনে নাই সন্দেহ।

নানা ধৰণৰ বিভ্রান্তি আৰু মিছা প্রচাৰৰপৰা আচল সত্য উদ্ধাৰ কৰিবলৈ কেতবোৰ অপ্রিয় কথা ক'ব লগা হ'ব পাৰে। ধৰ্মনিৰপেক্ষ মানবতাবাদৰ দৃষ্টিৰে সমাজসংস্কাৰ কৰাৰ অভিপ্রায় শংকৰদেৱৰ নাছিল। তেতিয়াৰ আন সকলো হিন্দুৰ দৰে তেওঁ ভাবিছিল যে নিম্নবৰ্ণত জন্মগ্রহণ পূৰ্বজন্মৰ পাপৰ ফল। তাৰ বিৰুদ্ধে বিদ্রোহ কৰি লাভ নাই। যিবোৰ বৰ্ণই ষড়যন্ত্র কৰি এনে অমানুষিক শোষণ নিপীড়ন চলাই আছে সেইবোৰ বৰ্ণৰ বিৰুদ্ধেও তেওঁ যুদ্ধ ঘোষণা কৰা নাছিল। তেওঁৰ মতে নিম্নবৰ্ণত জন্মি পোৱা দুখক্লেশ সংসাৰৰ এবিধ স্বাভাৱিক সন্তাপ। এই সকলো সন্তাপৰ মকৰধ্বজ হ'ল হৰিভক্তি। কলিযুগৰ মাহাত্ম্য এয়ে যে অন্ত্যজ আদি "মহাপাপী' জাতিসমূহে এই যুগত হৰিনাম লৈ মুহূৰ্ততে মুক্তিলাভ কৰিব পাৰে

কলিৰ লোক অতি পাপমতি।
নসাধে আনধৰ্মে আৰো গতি॥
ৰাম নাম সিটো সততে গাৱে।
সেহিসে হাততে মুকুতি পাৱে॥

হৰিনামৰ এই মাহাত্ম্য কেতিয়াবা এক ধৰণৰ যাদুবিশ্বাস যেনেই লাগে। এক মুহূৰ্ততে সংসাৰৰ নানা এৰাব নোৱাৰা দুখতাপ (অথবা নানা তৰহৰ সামাজিক শোষণ নিপীড়নৰ ফলাফল) লাঘৱ কৰিব পৰা গুণটো যাদুবিশ্বাসৰ লগৰে নহয় জানো? তাৰ মাজত মানুহৰ মৌলিক সাম্যৰ বা জন্মগত একতাৰ ভাব আছে জানো?

ব্রহ্মবধী গুৰুবধী যতেক।
পিতৃ-মাতৃ-বধী পাপী অনেক॥
কুকুৰ খায় হেন ম্লেচ্ছগণে।
সিও শুদ্ধ হোৱে হৰিকীৰ্তনে॥

(পাষণ্ড মৰ্দন)

হৰিকীৰ্তনৰ এই পাৱকশক্তিয়ে সমাজত মানবীয় ঐক্য প্ৰতিষ্ঠা কৰেনে? হৰিৰ ভকত সকলো একে শৰীৰ তাত উচ্চ নীচ নাই। এইপিনৰপৰা হৰিভকতি সাম্যত বিশ্বাসী। কিন্তু হৰিনাম নোলোৱা সকল? দুটামান পদ পুনৰ বিবেচনা কৰা ভাল

কুকুৰ চণ্ডাল গৰ্দভৰো আত্মাৰাম।
হেন জানি সবাহাঙ্ক কৰিবা প্ৰণাম॥

* * *

ব্ৰাহ্মণত চাণ্ডালত নিবিচাৰি কুল।
দাতাত চোৰত দিবা দৃষ্টি সমতুল॥

ইয়াৰ মাজত মানবীয সাম্যতকৈ এক ধৰণৰ সৰ্বাত্মবাদী ( Pantheistic ) দৃষ্টিভংগীহে প্ৰকট। ব্যৱহাৰিক জীবনত কুকুৰ আৰু বামুণক একে ব্যৱহাৰ দিয়া টান দাতা আৰু চোৰক এক বুলি ভৱা টান। সেয়ে এই পৰামৰ্শ নিশ্চয় আধ্যাত্মিক জীবনৰ বাবেহে। কোনো ৰাজনৈতিক সংগঠনে অৱশ্যে ৰাজনৈতিক উদ্দেশ্যেৰে এইবোৰ আধ্যাত্মিক আদৰ্শও ব্যৱহাৰ কৰিব পাৰে। ধাৰণা হয যে, মোৱামৰীয়া বিদ্ৰোহৰ সময়ত তেনে ধৰণৰ ঘটনাই ঘটিছিল। কিন্তু তাৰ আগতে আৰ্থ-সামাজিক বিকাশে তেনে ৰাজনৈতিক শক্তি আৰু পৰিস্থিতিৰ জন্ম দিব লাগিব। নিজে নিজেই বৈষ্ণৱ ভাবধাৰাই সামাজিক বিপ্লৱৰ সূচনা কৰা টান। কিন্তু সমাজৰ নিপীড়িত আৰু শোষিতসকলৰ মাজত সহজে আৰু ব্যাপকভাবে শিপাই যোৱা বাবে বৈষ্ণৱ ভাবধাৰাই তেওঁলোকৰ মাজত স্বাভাৱিকভাৱে গঢ লোৱা ক্ষোভ, প্ৰতিবাদ আৰু বিদ্ৰোহৰ মনোভাৱ হয়তো আত্মসাৎ কৰি লৈছিল।

বৈষ্ণৱ ভাবধাৰাই দিয়া আধ্যাত্মিক সান্ত্বনাই বৈষয়িক অন্যায় বা ক্লেশ নীৰৱে সহিবলৈকো মানুহক অনুপ্ৰাণিত কৰিছিল। হৰিনামৰ যাদুৰে মোক্ষলাভ কৰাৰ অলীক আশাই নিপীড়িত মানুহক প্ৰতিবাদ-প্ৰতিৰোধৰ পৰা নিৰস্ত কৰা বুলিও ক'ব পাৰি। সংসাৰ বা জগতৰ সকলো দুখ ক্লেশ-পূৰ্বজন্মৰ পাপৰ ফল বুলি লোৱাৰ প্ৰবৃত্তি ভাৰতীয় ঐতিহ্যত প্ৰবল। আনকি বৌদ্ধ ধৰ্মতো কৰ্মফলৰ ধাৰণা গভীৰভাৱে সক্ৰিয়। এই কৰ্মফলৰ প্ৰভাৱ সামাজিক পুনৰ্গঠনেৰে বিনাশ কৰা সম্ভৱ বুলি ভক্তি ধৰ্মৰ প্ৰচাৰক সকলে ভৱা নাছিল। বৰং অহৰ্নিশে

সকাতৰে হৰিৰ চৰণত আত্মসমৰ্পণ কৰি নাম গুণ গায়েই মুক্তিলাভ কৰা সম্ভৱ বুলি তেওঁলোকে ভাবিছিল।

ঘোৰ সংসাৰৰ মুখ্য আবুধি।
হেন হৰিনাম এৰি বিবুদ্ধি ॥
( পাষণ্ড মৰ্দন )

*  *  *

দৃঢ় কৰি ধৰা হৰিৰ পাৱ।
পাপ-সাগৰত এহিসে নাৱ ॥
( ধ্যানবৰ্ণন )

*  *  *

ভৱ বৈতৰণী মাজে মৰিলোহো
নেডে মোক শোক ভয়।
তোমাৰ চৰণে শৰণ পশিলো
কৃপা কৰা কৃপাময় ॥
( প্ৰহ্লাদ চৰিত্ৰ )

শংকৰদেৱৰ ধম সামাজিক প্ৰগতিৰ প্ৰতিকূল নাছিল। জনজাতীয় ব্যৱস্থাৰপৰা সামন্ত প্ৰথালৈ উত্তৰণত এই ধৰ্মই সহায় কৰিছিল। দুখক্লেশ সহ্য কৰাৰ মনোভাৱ সামন্ত প্ৰথাৰ উত্থান তথা বিস্তাৰৰ বাবে অনুকূল আছিল। ভাৰতীয় সামন্ত ব্যৱস্থাৰ পূৰঠ ৰূপত যি কঠোৰ জাতিভেদ প্ৰথা সক্ৰিয় হয়, শংকৰদেৱে আমি কৈ অহা দৰে তাত সমৰ্থন জনোৱা নাছিল। এইপিনৰপৰা এক মানবতাবাদী, গণতান্ত্ৰিক সংস্কৃতি ৰচনাৰ পৰিবেশো শংকৰদেৱে অসমত গঢ় তুলিছিল। কিন্তু আৰ্থ সামাজিক দুৰ্বলতাৰ বাবে অসমত সেই অৰ্থনীতি আৰু সংস্কৃতিয়ে স্পষ্ট ৰূপ নাপালে।

শংকৰদেৱ নিজেও যে কিছু পৰিমাণে সমসাময়িক পৰিবেশৰ প্ৰভাৱাধীন আছিল তাৰ প্ৰমাণ পোৱা যায় নাৰী জাতিৰ প্ৰতি তেওঁৰ মনোভাৱত। গণতান্ত্ৰিক ভাবধাৰাৰ অন্যতম প্ৰধান অংগ হ'ল নাৰী পুৰুষৰ সমতা প্ৰতিষ্ঠা। এই ক্ষেত্ৰত শংকৰদেৱৰ মনোভাৱ গণতান্ত্ৰিক নাছিল। চৰিত-পুথিবিলাকৰ সাক্ষ্য এই বিষয়ত পৰিষ্কাৰ

"পৰম অধৰ্মী স্ত্ৰী পাপৰ শৰীৰ।
তাই কিবা জানিবে মহিমা ভকতিৰ ॥"
(ৰামচৰণ ঠাকুৰ, গুৰুচৰিত)

"স্ত্ৰী পাপমতি, মিছা কথা কয়। মিছা ভিন্ন সঁচা নাই।"
(বৰদোৱা গুৰুচৰিত, পৃঃ ১৬৭)

শংকৰদেৱৰ ব্যক্তিগত জীৱনত গণতান্ত্ৰিক আচৰণ বা মনোভাৱৰ মাজতো কিছুদূৰ সামন্তবাদী পিতৃতান্ত্ৰিকতাৰ আভাস আছিল। "সাহিত্য আৰু চেতনা" নামৰ গ্ৰন্থত আমি আগতে উল্লেখ কৰিছিলো। যে মাতৃপ্ৰধান জনজাতীয় সমাজ, দেবীপূজা আৰু তন্ত্ৰৰ প্ৰতি তেওঁৰ বিৰাগৰ উৎস আছিল এই সামন্তবাদী পিতৃতান্ত্ৰিকতা। সেইবাবেই তথাকথিত হীন জাতিসমূহৰ "অপবিত্ৰ" সংস্কাৰৰ প্ৰতি তেওঁৰ মনত কিছু ভয়েই আছিল।

"চুণপোৰাত ঠাইৰ আচল পাই ছমাহ থাকি তাৰপৰা কুমাৰকুছিলৈ গৈছে তাতো কীৰ্তনঘৰ, হাটিঘৰ, নিৰ্মাণ কৰাই শ্ৰৱণ-কীৰ্তন কৰি আছে। নামঘৰৰ ওচৰত এঘৰ চৰাল বা হীৰা লোকৰ বসতি আছিল। সিহঁতক আঁতৰ হ'বলৈ কোৱাত আঁতৰি নগ'ল। এদিন সিহঁতৰ পাতত দিয়া মাছৰ টোপোলা বিড়ালীয়ে নি ভিতৰত সুমোৱাত বৰ আঁসোৱাহ পাইছে। আৰু ৰুক্মিণী কন্যাৰো তাতে মৃত্যু হ'ল। এইবোৰ কাৰণতে কমাৰকুছিত থাকিবলৈ অনিচ্ছা প্ৰকাশ কৰি এবছৰ মাথোন থাকি তাৰপৰা পাটবাউসীলৈ গ'ল" (বৰদোৱা গুৰুচৰিত পৃ° ১১১)

ঘটনাটো প্ৰক্ষিপ্ত যেনো নালাগে, অতিৰঞ্জিত যেনো নালাগে। সত্যৰ আভাস তাত আছে।

এই ঘটনা তীব্ৰ জাত্যাভিমান বা জাতিবিদ্বেষৰ নিদৰ্শন নহয়। কিন্তু মহাপুৰুষ শংকৰদেৱো যে সমস'ময়িক সংস্কাৰৰপৰা সম্পূৰ্ণ মুক্ত নাছিল, ই তাকেই সঁকিয়াই দিয়ে। তেনেকৈ বস্তুবাদী মনোভাবেৰে সমাজ সংস্কাৰ কৰাৰ আদৰ্শ তওঁৰ ৰচনাত বিচাৰি পোৱা নাযাব। হয়তো সেয়ে শংকৰী ধৰ্মৰ মাজত চিকিৎসা, দৰিদ্ৰসেৱা, আদি জনসেৱা-মূলক কাৰ্যকলাপৰ চিনমোকাম নাই। সত্ৰসমূহৰ মাজত সাংস্কৃতিক অনুশীলন যথেষ্ট হৈছিল। কিন্তু অসমৰ জনসাধাৰণৰ সামাজিক আৰু সাংস্কৃতিক জীৱনৰ মান শংকৰদেৱে যি স্তৰত এৰি থৈ গৈছিল তাতকৈ বিশেষ উন্নত নহ'ল। বৰং সেই স্তৰ সম্পূৰ্ণ পাওঁতেই বহুযুগ গ'ল।

শংকৰী আচাৰ অনুষ্ঠান, ধৰ্ম-কৰ্ম যদি ক্ৰমে ক্ষীণ হৈ আহি লুপ্তও হ'ব লগা হয়, তথাপি সাহিত্যৰ জৰিয়তে তেওঁৰ প্ৰতিভা অসমীয়া জাতি থাকে মানে পৃথিৱীৰ বুকুত জাতিস্কাৰ হৈ থাকিব। অসমীয়া ভাষা ভালদৰে জনা মানুহেহে শংকৰদেৱৰ বিস্ময়কৰ সাহিত্যপ্ৰতিভা উপভোগ আৰু উপলব্ধি কৰিব পাৰে। এটা উদাহৰণ "হৰমোহন"ৰ সেই অপূৰ্ব কানন বৰ্ণনা

পাছে ত্ৰিনয়ন দিব্য উপবন
দেখিলন্ত বিদ্যমান।
ফলফুল ধৰি জকমক কৰি
আছে যত বৃক্ষমান॥
শিৰীষ সেউতী তমাল মালতী
লবঙ্গ বাগি গুলাল।
কৰবীৰ বক কাঞ্চন চম্পক
ফুলভাৰে ভাঙ্গে ডাল॥
য৹ দিব্য পক্ষী ফলফুল ভক্ষি
কাঢয় সুস্বৰ ৰাব।
কুহু কুহু ধ্বনি কোকিলৰ শুনি
বহয মলয়া বাব॥

বৈষ্ণৱ পদাৱলীৰ বা জয়দেৱৰ "গীতগোবিন্দ"ৰ শব্দ চয়নৰ কোমলতা ইয়াৰ অন্যতম উৎস বুলি ধৰিব পাৰি। কিন্তু সাধাৰণ অসমীয়া বাক্য-গাঁথনি আৰু শব্দাবলীৰ নিদৰ্শন হিচাপেও সহজে এই শাৰীকেইটা চলাই দিব পাৰি। বৈষ্ণৱ পদাৱলীৰ সূক্ষ্ম হৃদয়ানুভূতিৎ ইয়াৰ উপজীব্য নহয়। ই এক সুস্পষ্ট আৰু দ্ব্যৰ্থহীন প্ৰত্যক্ষ বৰ্ণনা। অথচ এই সাধাৰণ ছবিবোৰৰ মাজৰ পৰা এক অপৰূপ দিব্য আভা বিচ্ছুৰিত হৈছে। অসমীয়া শব্দাৱলীৰ (অসমীয়া উচ্চাৰণৰ সৈতে) অন্তৰ্নিহিত অনুপ্ৰাস-বৈভৱৰ চমকপ্ৰদ খেলা তাৰ অন্যতম উপায়। কিন্তু এই উপাদেয় ধ্বনি বৈচিত্ৰ্যৰ মাজেদি এক অপূৰ্ব মোহময় অভিজ্ঞতাও বলিষ্ঠভাৱে চিত্ৰিত হৈছে—

"ফলফুল ধৰি ঝকমক কৰি আছে যত বৃক্ষমান"—এই শাৰীটোৰ "ঝকমক কৰি" শব্দকেইটাই যেন উপবনৰ চালে চকুৰোৱা শোভা ভাষাত

ঘনীভূত কৰিছে। সেই দৃশ্যমান জ্যোতিৰ মাজত মন উতলোৱা বিহ্বল মাধুৰ্যৰ সুৰ বৈ আহিছে এই শাৰীত

কুহু কুহু ধ্বনি কোকিলৰ শুনি
বহয় মলয়া বায়।

শংকৰদেৱৰ বৰ্ণনা ধ্বনিসৰ্বস্ব নহয়। ফুলগছৰ তালিকাৰ মাজতে যেতিয়া শাৰীৰিক খুটিনাটিৰ স্পৰ্শ অনুভৱ কৰা যায় ("ফুলভৰে ভাঙ্গে ডাল", "যত দিব্য পক্ষী ফলফুল ভক্ষি") তেতিয়া এই মায়া উদ্যানত শিৰহে নালাগে আমাৰো পঞ্চেন্দ্ৰিয় বিহ্বল হৈ পৰিব খোজে। বনগীত-বিহুগীতৰ সহজ-সৰল প্ৰকৃতি বৰ্ণনা আৰু দৈহিক আনন্দৰ প্ৰকাশ যেন এইবোৰ কবিতাৰ শাৰীত মাৰ্জিত ৰূপত প্ৰতিধ্বনিত হৈছে। মাৰ্জিত ৰূপটো পোনচাটেই চকুত পৰে। কিন্তু তাৰ সাধাৰণ প্ৰাত্যহিক জুমুঠিটো সহজে চকুত নপৰিবও পাৰে। আদিম জনজাতীয় গোষ্ঠী-চেতনাৰপৰা এক উন্নততৰ সাংস্কৃতিক চেতনালৈ উত্তীৰ্ণ হোৱাত শংকৰদেৱে যে অসমীয়া সমাজক নেতৃত্ব দিছিল তেওঁৰ ৰচনাৱলী থাকে মানে সেই অনুভূতি আমাৰ বাবে সজীৱ হৈ থাকিব। মৃত্যুৰ কিছুকাল আগতে তেওঁ প্ৰিয় শিষ্য আৰু সুহৃদ মাধৱক কৈছিল

কীৰ্তন-দশমত আমাক পাবা।"

ধৰ্মৰ অস্থায়ী ভংগুৰ ৰূপবোৰত আমাৰ দৰে যিসকলে বিশেষ আস্থা স্থাপন কৰিব নোৱাৰে তেওঁলোকেও শংকৰদেৱৰ সাহিত্য কৰ্মতে তেওঁৰ যুগজয়ী প্ৰতিভাৰ পৰিচয় সদায় পাই থাকিব। বেজবৰুৱাৰ দৰে এই সাহিত্যৰো জ্যোতিৰ্ময় ৰহস্য জনজীৱনৰ লগত তাৰ নিবিড় একাত্মতা।

(২৪।৯।৮৫ তাৰিখে বৃহত্তৰ খাৰঘুলি শংকৰ জন্মোৎসৱৰ আলোচনা সভাত দিয়া বক্তৃতাৰ পৰিবৰ্ধিত ৰূপ।)

# বিষ্ণুৰাভা ৰচনাৱলী

## প্ৰথম খণ্ড

বিষ্ণুৰাভাৰ প্ৰতিভা তেওঁৰ স্বৰচিত ৰচনাৰ পোহৰেৰে অসমবাসীৰ আগত প্ৰতিভাত কৰা বাবে "বিষ্ণুৰাভা সোঁৱৰণী গবেষণা সমিতি" নিশ্চয় ধন্যবাদৰ পাত্ৰ। কিন্তু গবেষণা তথা সম্পাদনাৰ যি নমুনা উক্ত সমিতিয়ে দেখুৱাইছে, চিন্তাশীল প্ৰতিজন অসমীয়া তাত বিচলিত নহৈ নোৱাৰে। সম্পাদকসকলৰ এজনেও যে নিজৰ নাম প্ৰকাশ কৰিবলৈ আগ নাবাঢ়িল, সিয়েই ইংগিত দিয়ে যে প্ৰকৃতাৰ্থত সম্পাদনা হোৱাই নাই। এখন পাতনি যুৰি দিলেই কোনো লেখকৰ ৰচনা সংগ্ৰহ সম্পাদনা কৰা নহয়। কুৰি শতিকাৰ শেষ চোৱাতো কথাটো দোহাৰিব লগা হোৱাটো অতি আক্ষেপৰ কথা। নতুনকৈ বোধ হয় প্ৰমাণ হ'ল যে অসমীয়া মাহ-চাউল খোৱা জাতি—নামৰ ৰসতকৈ মাহ চাউলৰ সোৱাদতহে আমি বেছি লুব্ধ।

আমাৰ মাজৰপৰা ৰাভা আঁতৰি যোৱা কিছুকাল হ'ল। তেওঁৰ পৰিয়ালে অন্তত তেওঁৰ ভালেমান ৰচনা গোটাই-পিটাই থৈছে। তেওঁৰ বিষয়ে ব্যক্তিগতভাবে জনা লোক সকলো সম্পূৰ্ণ নীৰব হৈ যোৱা নাই। অথচ বিষ্ণুৰাভা ৰচনাৱলী ( ১ম খণ্ড ) এনেভাবে ওলাইছে যেন কোনো লুপ্ত সভ্যতাৰ ভগ্নাৱশেষ আমাৰ সমুখত জৰাজীৰ্ণ দশাত ওলাইছে।

প্ৰথমেই লক্ষ্য কৰা যাওক সূচীপত্ৰৰ পহিলানম্বৰৰ সমলটোলৈ। সি হেনো ৰাভাৰ "অগ্ৰজ শিল্পী সতীৰ্থৰ স্মৃতিলেখা।" তলৰ টোকাৰ পৰা গম পোৱা হ'ল যে বস্তুটি ১৯৮১ চনৰ "শ্ৰীমন্ত শংকৰদেৱ সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ"ৰ পৰা উদ্ধৃত। ১৯৮১ চনত ৰাভা জীৱিত আছিল বুলি আমি শুনা নাই। যি নহওক, চনটো উল্লেখ কৰাৰ আন কাৰণ হব পাৰে এয়ে যে উক্ত বস্তুটো ৰাভাই কেতিয়া ক'ত লেখিছিল জনাৰ উপায় নাই। কিন্তু এইখন ৰচনাৱলীৰে ৭২ পৃষ্ঠাত সেই উদ্ধৃত কথাখিনি জ্বলজ্বল পট্‌পট্‌ হৈ জিলিকি আছে ৰহাত অনুষ্ঠিত নগাওঁ জিলা ছাত্ৰ ফেডাৰেচনৰ প্ৰথম বাৰ্ষিক অধিবেশনত দিয়া অভিভাষণ "অসমীয়া

কৃষ্টি"ৰ অংশ ৰূপে। তেন্তে সূচীপত্ৰত বিভ্ৰান্তিকৰভাবে বেলেগ ঠাই দি বেলেগ উৎস দেখুৱাই কথাখিনি ছপোৱাৰ তাৎপৰ্য্য কি? গৱেষণা?

তাৰ পিছত "জ্যোতিৰ জেউতি" নামৰ ৰচনাখনৰ উৎস দিয়া হৈছে "স্বাক্ষৰ", প্ৰথম বছৰ, প্ৰথম সংখ্যা। পিছে চন তাৰিখৰ উল্লেখ নাই। "মানৱজাতি" নামৰ প্ৰৱন্ধটোৰ আকৌ উৎসও নাই, নিৰ্দ্ধাৰিত বা আনুমানিক চন তাৰিখো নাই। "কৈনো থাকে মানে শুবকে নপৰে" নামৰ প্ৰবন্ধটি "অসম বাতৰি"ত ১৯৭০ চনৰ ১২ এপ্ৰিলত প্ৰকাশিত বুলি দেখুৱা হৈছে। কিন্তু লেখা হৈছিল কেতিয়া? যোগশয্যাৰ পৰা ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ অসম ৰাজ্যিক পৰিষদলৈ ৰাভাই দিয়া অভিনন্দন নিঃসন্দেহে এখন গুৰুত্বপূৰ্ণ দলিল। তাত ৰাভাই নিজে দিয়া তাৰিখ হ'ল ১৫।৭।৬৯। অথচ সম্পাদনা সমিতিয়ে দিয়া টোকামতে চিঠিখন প্ৰকাশিত হৈছিল ১৭।৫।৬৯ত, (পৃঃ ৩০৭)। অৰ্থাৎ চিঠিখন লেখাৰ আগতেই প্ৰকাশিত হৈ গ'ল। সম্পাদনাৰ কি যে কেৰামতি!" "বোৱতী সুঁতি", "পুং", "ৰংপুৰীয়া ৰাইজলৈ" আদি কেইবাখনো ৰচনাৰ ৰচনাকাল বা উৎস বা সূত্ৰ নাই। চন তাৰিখে কিতাপখনত যিহে কালিকা মেলিছে, নথকাটো কিজানি ভালেই হৈছে। আকৌ দুখনমান ৰচনাৰ ৰচনাকাল ওলাইছে বংগাব্দত—১৩৭১ বংগাব্দ (১০৫ পৃ) আৰু ১৩৫৫ (পৃ ৪০)। তাক শক বা খৃষ্টাব্দত হিচাব কৰি উলিযাবলৈ সম্পাদনা-সমিতিৰ আহৰি নহ'ল। অথচ অসমীয়া পাঠকৰ বাবে বংগাব্দ এক আহুকলীয়া হিচাব। এইবোৰ বিসংগতি দেখি প্ৰশ্ন কৰিবলৈ মন যায়, ৰাভাক অসমৰ গণ্যমান্য সকলে অৱহেলা কৰা বুলি অনবৰত তৰ্জন গৰ্জন কৰা বামপন্থী সকলে নিজে কৰিছে কি?

ঠিকেই, কিছুমান প্ৰবন্ধৰ ৰচনাকাল, সূত্ৰ বা উৎসৰ চিনমোকাম নাই। কিন্তু প্ৰকৃতাৰ্থত সম্পাদনা হোৱা হলে আভ্যন্তৰীণ সাক্ষ্য প্ৰমাণৰ (internal evidence) পৰাই আনুমানিক ৰচনাকালৰ আভাস সম্পাদনাসমিতিযে পাঠকক দিলেহেতেন। যেনে ধৰক, "মানৱজাতি" নামৰ প্ৰবন্ধত দুবাৰো "স্পুটনিক"ৰ উল্লেখ আছে (পৃ ৩৮)। অৰ্থাৎ ১৯৫৬-৫৭ৰ পিছত, মহাকাশলৈ কৃত্ৰিম উপগ্ৰহ উবোৱাৰ পিছত ৰচনাখন লেখা। আকৌ অসমীয়াক "ৰাজ্যভাষা" কৰা লৈ হোৱা তুমুল আন্দোলনৰ উল্লেখ সেই প্ৰবন্ধতে আছে (পৃ ৩৯)। অৰ্থাৎ প্ৰবন্ধটো ১৯৬০ৰ ৰাজ্যভাষা আন্দোলনৰ বৰ বেছি

দিন পিছত ৰচা নহয়। তেনেকৈ "ৰংপুৰীয়া ৰাইজলৈ" নামৰ ভাষণখনত সেই সময়ত "অসমৰ কৃষ্টি, সংস্কৃতি আৰু সভ্যতা 'গ' সমষ্টিৰ বলিশালত বলি দিবৰ চক্ৰান্ত" চলা বুলি ৰাভাই অভিযোগ কৰিছে (পৃ ৩১১)। অৰ্থাৎ ১৯৪৬ চনত অসম জুৰি হোৱা গ্ৰুপিং (grouping) বিৰোধী আন্দোলনৰ সময়তে ভাষণখনি পঢ়া হৈছিল।

পিছে চন তাৰিখ লৈ আমি এনে ব্যাকুল হৈছো কিয়? হোৱাৰ কাৰণ আছে। এটা কাৰণ দিয়া যাওক। ৰাভা উপজিয়েই কমিউনিস্ট হোৱা নাছিল। এটা বিশেষ সন্ধিক্ষণত হে তেও মাৰ্কসবাদৰ প্ৰতি আকৃষ্ট হৈ সেই মন্ত্ৰত দীক্ষা লৈছিল। তেওৰ চিন্তাধাৰাৰ বিকাশ কেনেদৰে হৈছিল বুজিবৰ বাবে ৰচনাসমূহৰ ৰচনাকাল জনা নিতান্তই প্ৰযোজনীয়। তেওঁৰ চিন্তাৰ পৰিৱৰ্ত্তনত কেউপিনৰ ঘটনাৱলীয়ে কি ভূমিকা লৈছিল, তেওঁৰ চিন্তাৰ বিকাশ কেনে কেনে ধৰণৰ পৰ্যায়ত হৈছিল, সেইবোৰ প্ৰশ্নৰ উত্তৰৰ বাবে ৰচনাকাল নিৰ্ণয অপৰিহাৰ্য্য পূৰ্বচৰ্ত্ত। সম্পাদনা সমিতি সেই বিষযে নিৰ্বিকাৰ।

অজস্ৰ বৰ্ণাশুদ্ধিয়ে পাঠকক ৰাভাৰ বিদ্যাবুদ্ধি সম্পৰ্কেই সন্দিহান কৰি তুলিব। দুটামান মাত্ৰ উদাহৰণ দিযা যাওক। "ভবুচী" (Debussy? পৃ ১৪), জ্যোতিপ্ৰসাদৰ গানৰ অংশ হিচাবে উদ্ধৃত "সবাৰে সামনে (!) উৰ" (পৃ ১৮), "থিগ্ৰো' (Negro? পৃ ৫১), "গোঁ জাকাৰ" (গোঁজাকাৰ? পৃ ৫৩), "এই গোপীচান্দ সিদ্ধা বালপাদ বা জীৱন্ত অৱস্থাত মাটিত পুতিছিল" (পৃ ৬৯) "উনিচ শতিকাৰ' (পৃঃ ১০৬) ৰুচলেচেঙৰ সৌজন্যত" (ৰুছ লেবেডেফৰ? পৃ ২৭৮)। ৩।১১।৬ তাৰিখে ডিব্ৰুগড মেডিকেল কলেজত ৰাভাই দিযা ভাষণটোৰ গদ্য যিধৰণে ছপা হৈছে, অসম্বদ্ধ প্ৰলাপ যেনেই লাগে মাজে মাজে। যেনে

"আনন্দ ঢেকিয়াল ফুকন হেমচন্দ্ৰ বৰুৱাৰ উৎসাহত হৈ
অচ্চক মুং তুং দিবা
পিতাক পিতায়েৰা পিতাযেক
প্ৰাচীন কামৰূপ আহিল মানবী ভাষা
সেই অসমীযাই বেলেগ ৰূপ ললে
আজি যিটো পাইছো আজি যিটো পাই ছা
ইতিহাসৰ গতি বেলেগ" (পৃ ৩২৩)

সংগ্ৰহ আৰু সংকলনৰ ভিত্তি হিচাবে সংগ্ৰাহক আৰু সম্পাদক সকলে কি নীতি অনুসৰণ কৰিছে সিও সন্দেহৰ বিষয়। "ৰাভা প্ৰবন্ধাৱলী"ৰ মাজত এখন অভিভাষণো আছে, অথচ "ৰাভা ভাষণাবলী" বেলেগে প্ৰকাশিত হলেই। ১০১—১০৫ পৃষ্ঠাত প্ৰকাশিত "বোৱতী সুঁতি" কিয় "ৰাভা স্মৃতি প্ৰবাহ"ৰ অন্তৰ্ভুক্ত নহ'ল, সিও ৰহস্য। বিভিন্ন বিধৰ সামগ্ৰী কি সূত্ৰত একে সূত্ৰত গঁথা হ'ল সেই বিষয়েও সম্পাদনা সমিতি নীৰব। খুব সম্ভৱ, এইখিনিকে ৰাভাৰ পৰিয়ালে সমিতিক দিবলৈ ৰাজী হ'ল। কিন্তু এনে ভিত্তিত কোনো "ৰচনাৱলী"ৰ কোনো খণ্ড ( volume ) প্ৰকাশ কৰা উচিত আছিলনে? অন্তত "ৰচনাবলী" নামেৰে ?

"আগলতিপাত"ত অৰ্থাৎ পাতনিত সম্পাদকসকলে তাৰ কোনো সদুত্তৰ দিব পৰা নাই। কাৰণ ৰাভাৰ যিবোৰ ৰচনা এই সংকলনত সংকলিত, তাৰ আটাইবোৰ উচ্চ মানৰ বুলি কোৱা টান। তদুপৰি ৰাভাৰ প্ৰতিভাৰ মৌলিক গুণসমূহৰ লগতে কিছুমান মৌলিক দুৰ্বলতাও যে আছিল, তাৰ উল্লেখ বা আলোচনা নথকাটো আজিৰ দিনত আৰু ক্ষমাৰ্হ নহয।

তথাপি দুটামান কাৰণত "আগলতিপাত" উল্লেখযোগ্য। প্ৰথমতে, তাৰ সুলিখিত সাবলীল গদ্যৰ বাবে। দ্বিতীয়তে, ৰাভাৰ সাম্যবাদ সম্পৰ্কে সন্দেহপ্ৰকাশ কৰা গজপুৰীয়া সকলক চুচুক চামাককৈ হলেও প্ৰত্যাহ্বান জনোৱা বাবে। তৃতীয়তে, শিল্প-সাহিত্যত ৰাভাৰ ভূমিকা সম্পৰ্কে প্ৰতিষ্ঠিত দিগগজসকলে দেখুৱা ঔদাসিন্যক গৰিহণা দিয়া বাবে। কিন্তু ৰাভা প্ৰতিভাৰ বিবিধ অৱদান কেতিয়া কোনে পোহৰলৈ আনিলে সেই সম্পৰ্কেও "আগলতিপাত"ত স্পষ্ট তথ্য নাই—থকা উচিত আছিল। প্ৰকৃততে ৰাভাৰ মূল্যায়ন কৰিবলৈ গৈ সম্পাদনা সমিতিয়ে কৰা দুটামান মন্তব্যও প্ৰতিধ্বনিহে মাত্ৰ। ৰাভাৰ জীৱনৰ পটভূমিত সমসাময়িক ইতিহাসৰ গতিধাৰা লক্ষ্য নকৰি—ৰাভাই নিজে যি ভুল কৰা নাছিল— সম্পাদনা সমিতিয়ে "বৈজ্ঞানিক" পদ্ধতি আওকাণ কৰিছে।

এইখিনি কথা কোৱাৰ পিছত সিদ্ধান্ত এটাহ কৰিব পাৰি। ৰাভাৰ স্মৃতি ৰক্ষাৰ নামত দায়সৰা, পালমৰা কাম কৰি সম্পাদনা সমিতিয়ে অসমৰ ৰাইজৰ ওচৰত যি জগৰ লগাইছে, ৰাভাৰ প্ৰতি সচেতন বা অচেতন ভাবে যি অসম্মান প্ৰদৰ্শন কৰিছে, তাৰ বাবে তেওঁলোকে

আঁঠুলৈ ক্ষমা ভিক্ষা কৰক আৰু ৰাইজক জনাই দিয়ক যে বিষ্ণুৰাভা ৰচনাৱলী ( ১ম খণ্ড)ত বহু মাৰাত্মক ত্রুটি বৈ গ'ল—সেইখন সেইধৰণে প্রকাশিত হব নালাগিছিল।

মুখেৰে হাত হাল বোৱা অসমীয়াৰ স্বভাৱ বিপ্লবী আদর্শযো সলাব নোৱাৰিলে। নিজে কিবা কৰিব পাৰক বা নোৱাৰক, অন্তত এজন নিষ্ঠাবান বিপ্লবীৰ প্রতি আন্তৰিক শ্রদ্ধা নিবেদন কৰিব পাৰিব লাগিছিল। সম্পাদনাৰ খুটিনাটিৰ প্রতি সামান্যতম মনোযোগ নিদিয়াকৈয়ে পাতনিত ৰাভাক গর্কি বা লু-চুনৰ লগত তুলনা কৰাৰ অর্থ কি? সেই তুলনাৰ যথার্থতা সম্পর্কে যদি কোনোবাই প্রশ্ন তোলে, সম্পাদনা সমিতিৰ সদস্যসকলে মুখেৰে মাতিব পাৰিবনে? আমাৰ ভাববিলাসৰ হাতীয়াৰ হিচাবে ৰাভাক ব্যৱহাৰ কৰাটো ৰাভাৰ প্রতি সন্মানৰ দ্যোতক হব পাৰেনে?

ৰাভাৰ পৰিয়ালকো সঁকিযাই থলো। যাতে তেখেতসকলেও ৰাভাৰ সম্পূর্ণ ৰচনাৱলী প্রকাশ কৰাৰ সময়ত এইখিনি ৰচনা পুনৰ শুদ্ধভাবে, সম্পাদনা কৰাই প্রকাশ কৰে।

ৰাভা ৰচনাৱলীৰ প্রথম খণ্ড অজস্র ভুল-ত্রুটিৰে ভৰা। বিষ্ণু ৰাভাৰ সোণবৰণীৰ প্রতি যথার্থ সমাদৰৰ কোনো লক্ষণ তাত নাই। বৰঞ্চ অজ্ঞতাৰ পোহাৰ পাতি সম্পাদনা সমিতিযে নিজৰ লগতে ৰাভাকো হাঁহিয়াতৰ পাত্র কৰিছে। বিবিধ সামগ্রী একেলগে এইখন সংকলনত কি দৃষ্টিকোণৰ পৰা একত্রিত কৰা হ'ল, কি সূত্রত গ্রথিত হ'ল, বুজা নাযায়। তথাপি যেহেতু বিষ্ণুৰাভাৰ প্রতিভাৰ চাক্ষুস নিদর্শন বহুদিনৰ মূৰত এইখন গ্রন্থই আজিৰ পাঠকৰ আগত দাঙি ধৰিছে, সেয়ে এই ত্রুটিপূর্ণ, বিকলাংগ সংকলনখনৰ সাক্ষ্য প্রমাণৰ ভিত্তিতো ছুটামান সিদ্ধান্ত সহজে কৰিব পাৰি।

প্রথমে ছুটামান নেতিবাচক মন্তব্য। বিষ্ণুৰাভা সম্পর্কে ভাবালু অতিশয়োক্তি প্রায়েই শুনা যায়। এই লেখকেই প্রথমে তাৰ বিৰুদ্ধে সতর্কবাণী শুনাইছিল। কিন্তু ৰাভাৰ নাম ভঙাই খোৱা ধুৰন্ধৰ ফিলিষ্টিন-বিলাকৰ চিঞৰ-বাখৰত সি তল পৰিল। কিছুমানে এনে মন্তব্য কৰে যে কলম আৰু ষ্টেনগান একেলগে চলোৱা বাবেই ৰাভা মহান। বহুতে ভাবে যে সক্রিয়ভাবে বিপ্লৱৰ সংগঠনত লগা বাবেই কিবা যাদুৰ গুণত ৰাভা বিৰাট প্রতিভাত পৰিণত হ'ল। এইবোৰ কামকাজ বা গুণৰ

তাৎপৰ্য্য নোহোৱা নহয়। কিন্তু ৰাভাৰ সৃষ্টি প্ৰতিভাৰ মান নিৰ্ণয় কৰাত সিহঁতৰ কোনো অৱদান নাই। জ্যোতিপ্ৰসাদৰ তুলনাত বিষ্ণুৰাভা নিঃসন্দেহে ক্ষীণতৰ প্ৰতিভা। তেওঁৰ সৃষ্টিৰাজিৰ সাৰ্থকতা জ্যোতি-প্ৰসাদৰ তুলনাত তাকৰীয়া। অৱশ্যে সেইবাবেই যে আমি তেওঁক উলাই কৰিব পাৰিম, আধুনিক অসমীয়া শিল্প-সাহিত্যৰ বুৰঞ্জীৰ পৰা তেওঁক নিৰ্বাসন দিব পাৰিম তেনে নহয়। অসমীয়া ৰাইজৰ বুকুত তেওঁৰ বাবে সদায় মৰমৰ ঠাই থাকিব।

তেওঁৰ সৃষ্টিৰাজিৰ ঘাই দুৰ্বলতা দুবিধ। প্ৰথমেই উল্লেখ কৰিব লাগিব কঠোৰ কলাসুলভ শৃঙ্খলা আৰু সংহতিৰ অভাৱ। বেছিভাগ ৰচনাতে অলাগতিয়াল বাগাড়ম্বৰ ফেনাই-ফেনাই থকা পুনৰাবৃত্তি, চকুত নপৰাকৈ নাথাকে। লগতে লক্ষ্য কৰিব পাৰি পৰিমিতিবোধৰ পীড়াদায়ক অভাৱ। কোনো এটা গল্পত কাহিনীৰ বিভিন্ন অংশৰ ভিতৰত কোন অংশত তেওঁ বেছি গুৰুত্ব দিয়া হলে কাহিনীৰ ভাব বেছি বলিষ্ঠ হ'লহেতেন কোনো নাটকৰ কোন দৃশ্য বা চৰিত্ৰৰ প্ৰতি তেওঁ বেছি মনোযোগ দিব লাগিছিল, সেইবোৰ সম্পৰ্কে তেওঁৰ পৰিশীলিত চেতনা নাই। ফলত প্ৰতিভাৰ চমকে মাজে মাজে বিজুলীয়াই গ'লেও সেই গল্প বা নাটকৰ অভিঘাত ( impact ) হয় দুৰ্বল। স্বতস্ফূৰ্ত্ত প্ৰেৰণাৰ প্ৰতি অত্যধিক আস্থাৰ পৰাই এনে দুৰ্ঘটনা ঘটিছিল যেন লাগে। অৱশ্যে এই কথাও পাহৰিব নোৱাৰি যে অঘৰী আৰু নিঃসম্বল ৰাভাই তেওঁৰ ৰচনাসমূহ শুধৰাই-মেলি সযতনে তাৰ ৰূপ ( form ) বিকশিত কৰাৰ আহৰি আৰু পৰিবেশ সততে পোৱা নাছিল। পাৰ্টিৰ মাজত উচ্চস্তৰৰ সাংস্কৃতিক চেতনা নথকাৰ বাবেও নিশ্চয় ভুল-ত্ৰুটি সমূহ তেওঁৰ নিজৰ চকুত পৰা নাছিল।

দ্বিতীয় শিল্পগত দুৰ্বলতা—যাৰ উৎসও চেতনাৰ দুৰ্বলতাই—আছিল কথাবস্তু তথা কাহিনীৰ যথাযথ বিকাশ ঘটোৱাত চৰম ব্যৰ্থতা। গল্পই হওক, উপন্যাসেই হওক, নাটকেই হওক বা নৃত্য-নাটিকাই হওক, ৰাভাৰ ভালেমান ৰচনা আৰম্ভ হয় প্ৰতিশ্ৰুতি পূৰ্ণ ভাবে। ৰাভাৰ সৃষ্টি-ক্ষমতাৰ যথেষ্ট আভাসো তাত পোৱা যায়। অথচ যিকোনো নিৰপেক্ষ পাঠকেই কবলৈ বাধ্য হব যে ঘটনাৱলী বা কল্পচিত্ৰৰ মাজেৰে সেই আৰম্ভণৰ অন্তৰ্নিহিত দ্বন্দ্বৰ যথোচিত বিকাশ ঘটাই তাৰ পৰিপূৰ্ণ পৰিণতিলৈ লৈ যোৱাৰ ধৈৰ্য্য, উপলব্ধি আৰু ক্ষমতা ৰাভাৰ নথকাৰ

দৰেই। প্ৰায়েই দেখা যায় কোনো কোনো মুহূৰ্ত্তৰ প্ৰকাশ প্ৰতিভাৰ স্পৰ্শত ভাস্বৰ। কিন্তু সামগ্ৰিকভাৱে আমাৰ চেতনাক শিক্ষিত কৰিব পৰা শক্তি তেওঁৰ বেছিভাগ দীঘলীয়া নাটক, উপন্যাস, গল্পৰে নাই। দ্বন্দ্ব সম্পৰ্কে তেওঁৰ চেতনা কিছু চেঙেলীয়া বুবুলি নোৱাৰি। এপিনে অভাৱ, দাৰিদ্ৰ্য, শোষণ, আনপিনে সমাজতান্ত্ৰিক উজ্জ্বল জীবন, মুক্তি, আনন্দ। নাইবা এপিনে দুখ-বিষাদ-ব্যৰ্থতা, আনপিনে হৰষ-সাফল্য-আনন্দ। এনে দুই বিন্দুৰ মাজত তেওঁৰ কাহিনী এক দুৰ্বল, লেহুকা সাঁকো। মুক্তিৰ মাজত বন্দীত্বৰ উপাদান, অভাৱৰ মাজত বিদ্ৰোহৰ উন্মেষ, ব্যৰ্থতাৰ মাজত সাফল্য আৰু সাফল্যৰ মাজত বিফলতাৰ ছয়ামময়া, চকামকা আবিৰ্ভাৱ—ডেকাকালতে জ্যোতিপ্ৰসাদে উপলব্ধি কৰা এনেবোৰ দ্বন্দ্বাত্মক ধাৰণা ৰাভাৰ ৰচনাত বিৰল।

সেয়ে দেখোঁ অসমীয়া গঞা জীবনৰ অবিস্মৰণীয় ছবিৰে ভৰা নাটিকা "গেওনি-বেঙনি" জীৱন নামৰ এক বাগ্মী আৰু বহুবন্দী বিপ্লবী নেতাৰ কথাৰ সোঁতত দুৰ্নিবাৰভাৱে বিপ্লৱৰ পিনে আগুৱাই গৈছে। অথচ জীৱনৰ মাতকথা সকলো জড়, নিষ্প্ৰাণ, প্ৰকৃত মানৱতাৰ ৰস নথকা। হঠাতে আবিৰ্ভাৱ হৈয়েই জীৱনে কথাৰ জোৰতে কাহিনীৰ গতি সলাই দিয়ে। "মিচিং কনেঙ" উপন্যাসতো এহাল মিচিং ডেকা গাভৰুৰ প্ৰেম আৰু মানবীয় মৰ্য্যাদাৰ প্ৰতি হাবিয়াসৰ বিশ্বাসযোগ্য, সৰস-কাহিনী কৃত্ৰিম ৰাজনৈতিক উত্তৰণৰ মাজত আন্দোলন আৰু বিপ্লৱৰ ধোৱাঁৰ মাজত হেৰাই গৈছে। কোৱা বাহুল্য, ৰাজনীতিৰ "চেকা" লগা আমাৰ বাবে দোষৰ কথা নহয়। কিন্তু সি বিশ্বাসযোগ্য, অনুভূতিঘন ৰাজনীতি হব লাগিব।

ইয়াৰে অনুসিদ্ধান্ত হিচাবে কব পাৰি যে ৰাভাৰ প্ৰতিভাৰ মূল চৰিত্ৰ হয়তো আছিল lyrical। অৰ্থাৎ নাটকীয় সংঘাততকৈ অন্তৰাত্মাৰ প্ৰেৰণাৰ সাবলীল সুৰীয়া প্ৰকাশতেই তেওঁৰ কৃতিত্ব। সেয়ে "মুক্তি দেউল"ৰ অংশ বিশেষ তাৰ মাধুৰ্য্য বা পৌৰুষৰ গুণত চিত্তাকৰ্ষক, কিন্তু সমগ্ৰ কাহিনী হিচাবে তাৰ বিকাশ মামুলি ধৰণৰ।

সেইবাবেই নেকি তেওঁৰ সৃষ্টিতে পৰস্পৰ বিৰোধী আৰু আত্মীয়তা সূত্ৰে আবদ্ধ নোহোৱা বিভিন্ন ভাৱধাৰাই সহজে সহাৱস্থান কৰিব পাৰে। "মুক্তি দেউল"ত বুদ্ধৰ আবিৰ্ভাৱ একেবাৰে অপ্ৰাসঙ্গিক নহলেও বিপ্লৱী নাটিকাৰ প্ৰথম পৰ্ব হিচাবে স্বস্তিকৰ নহয়। সুন্দৰৰ পূজাৰী এটা

অৰ্থত বিপ্লৱৰো হোতা হব পাৰে। কিন্তু পূজা বা ধ্যানৰ লগত বিপ্লৱৰ হিংস্ৰতা খাপ খুৱাই তোলা দুঃসাধ্য। "মিচিং কনেঙ" উপন্যাসৰ শেষৰ পিনে কুমং যেনে দ্ৰুতবেগে স্বাধীনতা যোদ্ধাত পৰিণত হয়, পাৰছলীও তেনে গতিবেগৰেই সচেতন নেত্ৰীলৈ ৰূপান্তৰিত হয়। সামৰণিৰ পিনে কুমং আৰু পাৰছলী সাম্যবাদী সকলৰ পিনে ঢাল লয়। আনহাতে আকৌ তৎকালীন অসমৰ মুখ্যমন্ত্ৰীৰ ওপৰতো ভৰসা ৰখা হয়। সন্দেহ আৰু দ্বিধাৰ পৰা এই সামৰণিভাগ মুক্ত নহয়। "বানে ক'বাঙ"ত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ প্ৰতি উচ্ছ্বসিত আবেগ অন্ততঃ মাৰ্কসবাদীৰ পক্ষে বিস্ময়কৰ বুলিব নোৱাৰি।

ৰাভাই যদিও আৰ্য্য সম্ভূত হিন্দু সংস্কৃতি পূৰ্ণমাত্ৰাই গ্ৰহণ কৰি তাত উল্লেখযোগ্য অবদান দিব পাৰিছিল, তেওঁৰ মনৰ এচুকত আৰ্য্য-সম্ভূত সকলৰ বিৰুদ্ধে অৱহেলিত জনজাতীয় সকলৰ নিৰুদ্ধ ক্ষোভ আৰু অভিমানো পুঞ্জীভূত হৈ আছিল। কেনেকৈ জনজাতীয় ৰজাসকলক জনজাতীয় প্ৰজাসাধাৰণৰ পৰা নব্যহিন্দুবাদী ব্ৰাহ্মণসকলে বিচ্ছিন্ন কৰি জনজাতীয় জনগণক পদদলিত কৰিছিল, সেই অভিযোগ ৰাভাই বাৰে বাৰে উত্থাপন কৰিছে। (পৃ ৭০-৭১, ৮৭)। তেনেকৈ "মিচিং কনেঙ" উপন্যাসত হিন্দুগাৱঁত নায়ক কুমঙে পোৱা নানা অপমান-লাঞ্ছনাৰ (পৃ ২১০, ২৩৭) বিৱৰণত তেওঁৰ মনৰে এক সঞ্চিত বেদনা প্ৰকাশ পাইছে। অৱশ্যে এই দুখ-অপমান বিশ্ববাসী শোষিত-নিপীড়িতৰ জ্বালা-যন্ত্ৰণাৰ অংগ বুলি উপন্যাসখনৰ সামৰণিতে নায়কে যেন উপলব্ধি কৰিছে। জনজাতীয় সমস্যাৰ সমাধানৰ আৰু স্পষ্ট, আৰু বিশ্বাসযোগ্য আলোচনা ৰাভাৰ ৰচনাত বোধ হয় নাই। ইও তেওঁৰ জীৱনৰ অন্যতম উত্তৰহীন প্ৰশ্ন হৈয়েই ৰ'ল। শংকৰদেৱে দেখুৱাই থৈ যোৱা পথেই আজিৰ জাতিসমস্যাৰ যথোচিত সমাধান হব পাৰে জানো? শংকৰদেৱৰ মহত্ত্বক স্বীকৃতি দিও কব লাগিব—নোৱাৰে।

ৰাভা ৰচনাৱলী, ১ম খণ্ডত সন্নিবিষ্ট ৰচনাসমূহে অন্ততঃ এটা বিষয়ে বিতৰ্কৰ ওৰ পেলাব নিশ্চিতভাবে। মাজে মাজে কোনো কোনো বিখ্যাত লোকে প্ৰশ্ন কৰে, ৰাভা জানো কমিউনিস্ট আছিল? তেওঁ যে সাম্যবাদত দীক্ষা লৈছিল, তাৰ প্ৰমাণেই বা কি? এনে সিদ্ধমুনি সকলৰ বাবে ৰোগশয্যাৰ পৰা ৰাভাই কমিউনিষ্ট পাৰ্টিলৈ দিয়া বাণী যথেষ্ট প্ৰমাণ নহয়। সি তেওঁলোকৰ বাবে সাময়িক মনোবিকাৰ হবলা!

পিছে ৰচনাৱলীত সন্নিবিষ্ট "ন পৃথিৱীৰ নতুন যুগ" ( পৃ° ১২১-১৩২ ), "মুক্তি দেউল" ( পৃ° ১৪৩-১৬৬ ), "গেণ্ডনি-ৰেঙণি" ( পৃ° ১৮১ ১৯১ ) প্ৰভৃতি ৰচনাত স্পষ্ট ভাষাত, দ্ব্যৰ্থহীন সুৰত আৰু বিস্তাৰিতভাবে ৰাভাই ধনতন্ত্ৰৰ প্ৰতি নিজৰ ঘৃণা বিপ্লৱী সৰ্বহাৰাৰ প্ৰতি আস্থা আৰু সমাজ-তান্ত্ৰিক বিপ্লৱৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিছে। অধিক কি, ১৯৪৭ত ভাৰতে পোৱা স্বাধীনতাও ভাৰতীয় মালিক সকলে পোৱা শোষণৰ স্বাধীনতা বুলি ঘোষণা কৰিছে। নিপাট মূৰ্খ নাইবা অদ্বিতীয় ভণ্ড নহলে এই কথা অস্বীকাৰ কৰাৰ উপায় আৰু নাই।

এই মাৰ্ক্সীয় চিন্তাধাৰাৰ প্ৰভাৱতে নিশ্চয় ৰাভাই কৃষ্টি সম্পৰ্কে ভাববাদী ধাৰণা বৰ্জন কৰিছিল সংশয়াতীত ভাবে

"কাব্য, গান, শিল্প, দৰ্শন, ধ্যান ধাৰণাই নাইবা আচাৰ অনুষ্ঠান, ভদ্ৰতা, শিষ্টাচাৰ, নীতিনিয়মকেই সাধাৰণত মানুহে বুজে কৃষ্টি বা কালচাৰ বুলি। কিন্তু দৰাচলতে বাস্তৱ প্ৰযোজনত যাৰ জনম, মানুহৰ জীৱন-সংগ্ৰামত যাৰ শকতি, জীৱনযাত্ৰাৰ বাস্তৱ উদ্দেশ্য সিদ্ধিত যি মুকুতি, সেয়েহে আচল কৃষ্টি প্ৰকৃত সংস্কৃতি, ৰিয়াল ( real ) কালচাৰ। গতিকে জীৱনযাত্ৰাৰ লগত কৃষ্টি সংস্কৃতি ওত প্ৰোতভাবে জড়িত।"

( "অসমীয়া কৃষ্টি", পৃ ৫৮ )

"অসমীয়া কৃষ্টি" নামৰ অভিভাষণ খন এই সত্যৰে তথ্যসমৃদ্ধ আৰু প্ৰণালিবদ্ধ প্ৰতিপাদন ( demonstration )। তাত্ত্বিক দিশৰ পৰা ভাববাদী সকলৰ বিৰুদ্ধে ইয়াৰ যুক্তি আৰু তথ্যসমূহ আজিও আমাৰ কামত আহিব। ভাববাদী সকলে কয়, প্ৰয়োজনেই যদি কৃষ্টিৰ মূল কথা, তেন্তে কৃষ্টিৰ সকাম কি? মানুহে তো জন্তুৰ দৰে প্ৰকৃতিৰ অধীন হৈ থাকি প্ৰয়োজন পূৰণ কৰিব পাৰিলেহেতেন। উত্তৰত ৰাভাই এষাৰ গুৰুত্বপূৰ্ণ মন্তব্য কৰিছে

" পশুৱে প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰে, কিন্তু মানুহৰ জীৱিকা প্ৰচেষ্টাই প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ নকৰি প্ৰকৃতিৰ বুকু ফালি খাদ্যবস্তু আৰু প্ৰয়োজনীয় উপাদান আদায় কৰিবলৈ মানুহক শিকালে। গতিকে মানুহৰ সৃষ্টিৰ মূল প্ৰেৰণা হ'ল প্ৰকৃতিৰ দাসত্বৰ পৰা মুক্তি।" ( পৃ° ৫৮ )

জ্যোতিপ্ৰসাদেও তেওঁৰ গীতত এনে এক ধাৰণাৰ পিনে আগুৱাই গৈছিল। কিন্তু ৰাভাৰ কলমতে এই ধাৰণা সম্পূৰ্ণৰূপে ব্যক্ত হ'ল। অৱশ্যে এই ধাৰণাৰো কিছুমান সমস্যা ৰৈ গৈছে। জীৱিকা আৰু

সংস্কৃতিৰ মাজত ভাববাদীসকলে স্বীকাৰ নকৰা ঐক্য পুনৰ প্ৰতিষ্ঠা কৰাত ৰাভাৰ যি কৃতিত্ব, জীৱিকাৰ লগত কৃষ্টিৰ প্ৰয়োজনীয় পাৰ্থক্য সূত্ৰায়ন কৰাত সিমান সাফল্য দেখা নাযায়। অৱশ্যে এখন অভিভাষণতে কোনো বিষয়ৰ সকলো তাত্ত্বিক প্ৰশ্নৰ উত্তৰ দিয়া টান। ( পৃ° ৩২৮ত ৰাভাই এই কথাখিনিকে দৃঢভাবে দোহাৰিছে। )

জীবনযাত্ৰা আৰু কৃষ্টিৰ এই ঐক্য নিবিড়ভাবে অনুভৱ কৰিব পাৰি জনজাতীয় জীৱনত। "মিচিং কনেঙ" উপন্যাসত খেতি-পথাৰৰ লগত নৃত্য গীতৰ যি ঘনিষ্ঠ সম্পৰ্ক জনজাতীয় জীৱনৰ বৈশিষ্ট্য তাক কাব্যিক অনুৰণনেৰে বৰ্ণনা কৰিছে ৰাভাই। ৰাভাৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ উত্তৰাধিকাৰ —যি তেওঁৰ সকলো ত্ৰুটি-বিচ্যুতি তল পেলাই তেওঁৰ জীৱন আৰু প্ৰতিভালৈ আনি দিছে এক দুৰ্লভ মহিমা—সমাজৰ তলৰ মহলাত পৰি থকা অগণন মানুহৰ প্ৰতি এক সহজ গভীৰ আৰু নিভাঁজ ভালপোৱা। কেবল শোষিত-নিপীড়িত বুলিযেই যে তেওঁৰ সহানুভূতি নিগৰি গৈছিল তেনে নহয়। তেওঁলোকৰ আনন্দ আৰু উৎসাহৰ অংশীদাৰ হব পৰা গুণ তেওঁৰ আছিল। "গেঙনি-ৰেঙণি" আৰু "মিচিং কনেঙ" ৰচনা দুখনত তাৰ প্ৰমাণ স্পষ্ট। তদুপৰি কোনো সংশয়, কোনো দ্বিধা নোহোৱাকৈ তেওঁ বিশ্বাস কৰিব পাৰিছিল যে এই মানুহবোৰেই এদিন ভবিষ্যতৰ উন্নততৰ সুন্দৰতৰ সমাজৰ ভিত্তি ৰচনা কৰিব পাৰিব। "মিচিং কনেঙ"ত জনজাতীয় জীৱনৰ আঁহে আঁহে সোমাই তাৰ সৌন্দৰ্য্য উপভোগ কৰাৰ যি ক্ষমতা তেওঁ প্ৰকাশ কৰিছে, তাৰে তত্ত্বগত সংস্কৰণ যেন "অসমীয়া কৃষ্টি"ত অসমীয়া সংস্কৃতিৰ আলোকময় অভিনৱ ইতিহাস। ভাবপ্ৰবণতা নহয়, সঁচাকৈয়ে জনগণৰ লগত নিবিড় আত্মীয়তা আৰু তেজাল মৰমচেনেহৰ আদান প্ৰদানে ৰাভাৰ জীৱন আৰু মনত সঞ্চাৰ কৰিছিল অক্ষয় বিপ্লৱী প্ৰেৰণা। কোনো কোনো বুদ্ধিজীৱী ৰাভাৰ ত্ৰুটি-বিচ্যুতিত সহজে বিৰক্ত হৈ আন দহজন মধ্যবিত্ত ভাববিলাসীৰ ( romantic ) লগত তেওঁক একাকাৰ কৰিব পাৰে। বিপ্লৱী দলসমূহৰ অকথ্য ভুল-ভ্ৰান্তিৰ কুৰ্ঁলিৰ মাজত তেওঁ দিগ্‌ভ্ৰষ্ট হবও পাৰে কেতিয়াবা। কিন্তু বৰ্তমানৰ মধ্যবিত্ত কৃষ্টিৰ নিৰৰ্থকতা আৰু নিঃস্বতা সম্পৰ্কে তেওঁৰ মনত লেশমানো মোহ নাছিল।

জনগণৰ বুকুৰ পৰা আহৰণ কৰা বিপ্লৱী প্ৰেৰণাই মধ্যবিত্ত কেৰিয়াৰিজমক নেওচা দি অভাৱ-অপমান, দুখযন্ত্ৰণাৰ মাজতো অনিবাৰ্য্য,

অনাগত ভবিষ্যতৰ সপোন দেখি যোৱাৰ দু সাহস তেওঁক যোগাইছিল। সাৰ্থক সৃষ্টিৰ মুহূৰ্ত্তত সি তেওঁৰ ভাষালৈ আনি দিছে এক অপৰূপ সজীৱ উষ্ণতা—যি স্তব্ধ কৰি দিয়ে আমাৰ শীতল মস্তিষ্কৰ যত ওজৰ আপত্তি। এই সম্পৰ্কই তেওৰ দৃষ্টিলৈ আনি দিছে এক অভিনৱ সন্ধানী আলোক—শ্ৰেণীগত সংস্কাৰ আৰু ঐতিহাসিক অন্যাযৰ জাল ফালি যি আমাৰ সমাজ আৰু ঐতিহ্যৰ বহু হেৰাই যোৱা মণিমুকুতা পোহৰলৈ আনিছে। দলে দলে মধ্যবিত্ত ভাববিলাসী যেতিয়া বোবা হৈ যাব, সেই সময়তো সেয়ে ৰাভাৰ মৰমসনা পৰুষ কণ্ঠই অসমৰ জনগণক জীৱন ন কৈ গঢ়াৰ প্ৰেৰণা যোগাই যাব। ( ১০।৬।৮৫ )

## পৰিশিষ্ট

বিষ্ণুৰাভাৰ মূল্যাযনত তেওঁৰ ব্যক্তিগত অভিজ্ঞতা আৰু উপলব্ধিৰ লগত সমসাময়িক সাম্যবাদী দলৰ অনুসৃত নীতিৰ ( line ) বিৰোধ উপেক্ষা কৰিব নোৱাৰি। CPI যে তেতিয়া পোনাত হঠকাৰী ৰণদিৱে সূত্ৰমতে শ্ৰমিক বিপ্লবৰ আযোজন কৰি বিধ্বস্ত প্ৰায় হৈ ভাৰতীয় বুৰ্জোৱাৰ লগত সহযোগিতাৰ পথ লৈছে। R C P I য়েও সমাজতান্ত্ৰিক বিপ্লৱৰ আকাশ কুসুম দেখিছিল তেতিয়া।

অথচ সমাজৰ চুকে কোণে যাৰ আছিল অবাধগতি আৰু অক্ষয স্বাগতম—সেই ৰাভাৰ ভাষণ আৰু ৰচনাত জনজাতীয সকলৰ মুক্তিৰ আকাঙ্ক্ষা আৰু অসমীয়া জাতিৰ স্বাধিকাৰৰ হাবিয়াস তথা আত্ম-প্ৰতিষ্ঠাৰ সাধনাই বিশেষ গুৰুত্ব পাইছে। বিশ্ববিপ্লৱৰ উপাদান হিচাবে এই দুই আকাঙ্ক্ষাক সূত্ৰায়িত নকৰিলেও স্বীকৃতি দিছিল তেওঁ। বামপন্থী দলসমূহে আজিও সেই অন্ধতাত ভুগি আছে। আনহাতে শাসক গোষ্ঠীয়ে সেই আকাঙ্ক্ষা সমূহক অসহিষ্ণু, উগ্ৰজাতীযতাবাদী পথেৰে প্ৰবাহিত কৰি আছে। নিয়তিৰ বিডম্বনা নে মানুহৰ ব্যৰ্থতা?

( নবদূত ২০ জুন )

# অসম সমস্যা আৰু জাতীযতাবাদৰ প্ৰতিশ্ৰুতি

অসমীয়া জাতিৰ ন্যায্য দাবীৰ সমৰ্থনত মই সোচ্চাৰ, অথচ অনা অসমীযাসকলৰ ওপৰত হোৱা অত্যাচাৰ উৎপীড়নৰ প্ৰতিবাদতো সৰৱ—বস্তুতে ভাবে ই এক স্ববিৰোধী অৱস্থান। আমাৰ কেতবোৰ বামপন্থী বন্ধুৱেও তেওঁলোকে চকু পাবি দেখিব নোৱাৰা জাতীয়তাবাদীসকলৰ সুৰতে সুৰ মিলাই প্ৰচাৰ কৰে যে দুইফালে তাল ৰাখি চলিবলৈকে মই এই স্ববিৰোধী আৰু সুবিধাজনক অৱস্থান লৈছো।

তেওঁলোকে পাহৰি গৈছে যে মোৰ বক্তব্যত অসমীয়া জাতিৰ "ন্যায্য দাবী"ৰ প্ৰতিহে সমৰ্থন আছে। অনা অসমীয়াৰ ওপৰত উপদ্ৰৱ নিশ্চয় এনে "ন্যায্য দাবী"ৰ লক্ষণ নহয়।

কিন্তু এটা জাতিৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামত ন্যায়-অন্যায়ৰ প্ৰশ্নই বা আহে কেনেকৈ? হিটলাৰৰ দৰে নেতাই তেওৰ "Mein Kampf" (মোৰ সংগ্ৰাম) নামৰ কিতাপখনত, নাইবা মুছোলিনিয়ে, নাইবা ভাৰতৰে কোনো কোনো চিন্তাবিদে এনে এবিধ চিন্তা প্ৰচাৰ কৰি গৈছে যেন পৃথিৱীত বিভিন্ন জাতিৰ আত্মপ্ৰতিষ্ঠা আৰু আত্মৰক্ষা আন আন জাতিক পৰাস্ত আৰু অবনত কৰিহে সম্ভৱ হয়। উনবিংশ শতিকাৰ জীৱবিজ্ঞানী ডাৰউইনৰ "যোগ্যতমৰ উদ্বৰ্ত্তন" (Survival of the Fittest) সূত্ৰ এনেকৈযে বিভিন্ন জাতিৰ মাজত প্ৰতিযোগিতাৰ ক্ষেত্ৰলৈ সম্প্ৰসাৰিত কৰা হৈছে। ৰবীন্দ্ৰনাথে তাহান লক্ষ্য কৰাৰ দৰে এনেকৈযে জাতীযতাবাদ একধৰণৰ মাৰাত্মক নৰমেধৰ চালিকাশক্তিত পৰিণত হৈছে। এনে উগ্ৰ জাতীয়তাবাদী চিন্তাধাৰাৰ মতে এটা জাতিৰ আত্মৰক্ষা আৰু বিকাশ সম্ভৱ হয় কেৱল আন জাতিক দমন কৰি আৰু কৱলিত কৰি। ইযাত ন্যায় অন্যায়ৰ প্ৰশ্ন উঠিব নোৱাৰে। বৰং জাতিৰ ধাৰণাটোক এটা অমোঘ প্ৰাকৃতিক নিয়মত (natural law) পৰিণত কৰি সকলো মানুহক সেই নিয়মৰ অধীন কৰিবলৈ এই মতবাদে চেষ্টা কৰে।

আনহাতে ন্যায়-অন্যায়ৰ প্ৰশ্ন তোলা সকলে ভাবে, একোটা জাতিৰ ন্যায়সঙ্গত অধিকাৰ কিছুমান যেনেকৈ থাকে, তেনেকৈ সেই জাতিয়ে অন্য জাতিৰ অধিকাৰত হাত দিলেও সি অন্যায়। বিশ্বমানবতাৰ বিমূৰ্ত্ত

ধ্যানত মগ্ন হৈ এই দৃষ্টিভঙ্গীয়ে জাতিৰ অস্তিত্ব অস্বীকাৰ নকৰে, আন-হাতে একোটা জাতিয়ে কৰা সকলো দাবী আৰু আকাঙ্ক্ষাকে মানিবই লাগিব বুলি সি ধৰিও নলয়। যেনেকৈ সমাজত ব্যক্তিৰ অধিকাৰ মানিলেও তাক অসীম বুলি ধৰা নহয়, তেনেকৈ মানবসমাজতো জাতিৰ অস্তিত্ব আৰু অধিকাৰ মানিলেও তাক অসীম বুলি এই মতবাদে নাভাবে।

কিন্তু বিভিন্ন ব্যক্তিৰ মাজৰ সম্পৰ্কত ন্যায় অন্যায়ৰ প্ৰশ্নৰ মীমাংসা কৰিবলৈ আদালত আছে, অন্যান্য অনুষ্ঠান আছে। কিন্তু মানবসমাজত বিভিন্ন জাতিৰ মাজত অধিকাৰ লৈ হোৱা বিবাদত মীমাংসা কৰিব পৰা তেনে কোনো প্ৰতিষ্ঠান বা অনুষ্ঠান নাই। ৰাষ্ট্ৰসংঘৰ ক্ষমতা অত্যন্ত সীমাবদ্ধ—তাৰ সদস্য দেশবোৰৰ ওপৰত তাৰ কোনো কৰ্ত্তৃত্ব নাই। তেনে দেশবোৰে চলোৱা জাতীয় অত্যাচাৰ-অবিচাৰৰ প্ৰতিকাৰৰ ব্যৱস্থাই ৰাষ্ট্ৰসংঘই কৰিব নোৱাৰে। অথচ ৰাষ্ট্ৰসংঘৰ অস্তিত্বই প্ৰমাণ দিয়ে যে বিভিন্ন দেশ আৰু জাতিৰ মাজত চলা বিবাদৰ ন্যায়সঙ্গত মীমাংসাৰ বাবে মানৱ জাতিয়ে এটা অনুষ্ঠান বিচাৰে। তদুপৰি জাতীয় অধিকাৰৰ ওপৰত তাতকৈ বহল আৰু উন্নত ধাৰণা এটা মানবজাতিয়ে সম্প্ৰতি গ্ৰহণ কৰিছে। জাতিৰ অস্তিত্ব আৰু অধিকাৰ মানিলেও তাতকৈ গুৰুত্বপূৰ্ণ নীতিৰ অস্তিত্ব এনেকৈয়ে স্বীকাৰ কৰা হৈছে।

ন্যায়সঙ্গত আৰু ন্যায্য—এই শব্দ দুটাৰ অৰ্থ আইন সঙ্গততকৈ বেলেগ। বহু সময়ত আইনৰ সহায় লৈ ন্যায়ক বুঢ়া আঙুলি দেখুৱাব পাৰি। অথবা আইনৰ সুচতুৰ প্ৰয়োগৰ দ্বাৰা ন্যায় উলঙ্ঘা কৰিব পাৰি। এনে মনোভাবে অৱশ্যে সমাজত সুবিচাৰ প্ৰবৰ্ত্তন কৰিব নোৱাৰে। ব্যক্তিৰ ক্ষেত্ৰত যেনেকৈ হয় তেনেকৈ জাতিৰ ক্ষেত্ৰতো আইনৰ মেৰপেচৰে ন্যাযৰ উশাহ-নিশাহ বন্ধ কৰিব নিশ্চয পৰা যাব।

আইন কিছুমান নিয়ম মাত্ৰ। এই নিয়মবোৰে কিছুমান মূল বস্তু সংৰক্ষণ কৰে। যেনে ধৰক সংবিধানত উল্লেখ কৰা মৌলিক অধিকাৰ বা fundamental rights। কিন্তু মৌলিক অধিকাৰৰ ধাৰণাটোও যথেষ্ট নহয় বা মানুহৰ বাবে যথেষ্ট পৰিমাণে উন্নত নহয় বুলি মানব-সমাজত ক্ৰমে বিশ্বাস জন্মিছে। কাৰণ মৌলিক নাগৰিক অধিকাৰৰ ধাৰণা ব্যক্তি কেন্দ্ৰিক। সেয়ে সেই ধাৰণাৰ সংস্কাৰ আৰু পৰিমাৰ্জন

ঘটিছে। সম্প্ৰতি "মানব অধিকাৰৰ" ধাৰণাৰ জৰীয়তে এই সংস্কাৰ ঘটাব খোজা হৈছে।

অসমত বিভিন্ন জাতিৰ অধিকাৰৰ প্ৰশ্নটো এনে পটভূমিৰ পৰা বিচাৰ কৰি চোৱা প্ৰয়োজন। জাতিগত স্বাৰ্থই যেতিয়া জাতিগত স্বত্বৰ দাবী তোলে, তেতিয়া স্বাভাৱিকতে আবেগৰ মাত্ৰা বেছি হয়। তেতিযা অসমীযাই অনা-অসমীয়াৰ সকলো যুক্তিতে কুটিল ষড়যন্ত্ৰ বিচাৰি পায়। আনহাতে অনা-অসমীযাবিলাকে অসমীয়াৰ সকলো যুক্তিতে দেখে মাথোন অমানুষিক বৰ্বৰতা। এনে মনোভাৱৰ ফলত বিচাৰ আৰু মীমাংসা দুয়োটাই পণ্ড হয়।

কিছুমানে ভাবে যে বিভিন্ন জাতিৰ দৃষ্টিভঙ্গীক সামৰি লব পৰা চতুৰ বা বিচক্ষণ সমাধান সূত্ৰ উদ্ভাৱন কৰিব নোৱাৰা বাবেই অসম-সমস্যাৰ সমাধান অসম্ভৱ হৈ পৰিছে। অলপ ভাবি চালেই দেখা যাব যে ইও এক অলীক ধাৰণা। অসমীযা জাতীয় স্বাৰ্থই বিচাৰিব যে সমাধান-সূত্ৰ দেখাত ন্যায়নিষ্ঠ হলেও কাৰ্য্যক্ষেত্ৰত সি অসমীয়াৰ প্ৰতি পক্ষপাতী হওক। বঙালী মহলে বিচাৰিব তাৰ ওলোটাটো। সেয়ে সকলো মহল সমানে সজাগ আৰু চতুৰ হোবাৰ ফলতেই সমাধান-সূত্ৰ ওলোৱা নাই বুলিব পাৰি।

জাতীয দাবী আৰু আইনগত স্বত্বৰ কণা গলিত হাবাথুৰি খাই মুফুৰি আমি সেযে ন্যায অন্যায়ৰ দৃষ্টিভঙ্গীৰ পৰা সমস্যাটো বিচাৰ নকৰিলে উপায নাই। অন্যথাই অসমত কেইবাটাও শক্তিশালী জনগোষ্ঠীযে দীৰ্ঘকাল "যুদ্ধং দেহি" ভাবত পৰস্পৰৰ বিৰুদ্ধে অৱস্থান লৈ থাকিব। এই পৰিস্থিতিত কেন্দ্ৰীয চৰকাৰ আৰু বিদেশী শক্তিয়ে উচটাই জোল খোৱাৰ সুযোগ লব। সমাধানো নোলাব। আনহাতে ন্যায় অন্যায়ৰ ভিত্তিত কৰা সমাধানে প্ৰতিটো গোষ্ঠীৰে সংকীৰ্ণ গোষ্ঠীগত স্বাৰ্থ আৰু আবেগক আঘাত কৰিব পাৰে। কিন্তু এইবোৰ দাবীৰ সুস্থিৰ, স্থায়ী আৰু কাৰ্য্যকৰী মীমাংসাৰ বাবে তাৰ বাহিৰে আন পথ নাই।

ব্যক্তিগত মোকৰ্দমাত যেনেকৈ ঘটনাৰ পম খেদিব পৰিস্থিতিৰ উঁহ উলিয়াই যাওঁতে বৰ্তমান অৱস্থাৰ পৰা বহুদূৰ অতীতলৈ খেপিয়াব লগা হয়, তেনেকৈ জাতিগত বিবাদ আৰু সমস্যাৰ সঠিক মীমাংসাৰ বাবেও অতীত ইতিহাস ভালদৰে চৰ্চা কৰিব লগা হয়। ইতিহাস বাদ দি

সামাজিক বিষয়ৰ অধ্যয়ন সম্ভৱেই নহয়। কাৰণ সমাজৰ যি কোনো ডাঙৰ সমস্যাই বহুদিন ধৰি লাহে লাহে বিকাশ লাভ কৰি অৱশেষত সংকটৰ পৰ্য্যায় পায়গৈ। সমস্যাটোৰ ঐতিহাসিক উৎপত্তি আৰু বিকাশ তেনেদৰে অধ্যয়ন নকৰিলে তাৰ চৰিত্ৰ আৰু মৰ্মবস্তু উপলদ্ধি কৰাও টান হ'ব। অসম সমস্যাও তাৰ ব্যতিক্ৰম নহয়। দুখৰ বিষয় যে সেই ঐতিহাসিক পটভূমিৰ পূৰ্ণাংগ, বস্তুনিষ্ঠ অধ্যয়ন নেওচা দি আন্দোলনকাৰী আৰু আন্দোলনবিৰোধী সকলে ভাবপ্ৰৱণ দাবী নাইবা শ্লোগানেৰে কেউফাল ধুৱঁলি-কুৱঁলি কৰি পেলাইছে।

ব্ৰিটিছ আমোলৰ অসমৰ ইতিহাসতে আছে ঘটনাৰ বীজ। স্বাধীনতাৰ আগৰ দশকটোতে পৰিস্ফুট হৈ পৰিছিল ৰাজনৈতিক ক্ষমতাৰ বাবে বিভিন্ন গোষ্ঠীৰ আকাংক্ষা আৰু তাকে লৈ বিবাদ। আগৰ প্ৰভাৱশালী গোষ্ঠী বঙালী মধ্যবিত্তৰ অপসাৰণ কৰি অসমীয়া মধ্যবিত্তই তেতিয়া স্বাধীনতা সংগ্ৰামৰ জৰিয়তে অসমৰ জনগণৰ নেতৃত্বলৈ আহিছিল। কিন্তু জনজাতীয আহোম প্ৰভৃতি গোষ্ঠীৰ শিক্ষিত চামে অসমীয়া হিন্দু নেতৃত্বৰ প্ৰতি তেতিযা সংশয পোষণ কৰিছিল। মুছলিম লীগৰ দৰে আহোম সভা ট্ৰাইবেল লীগ প্ৰভৃতি গোষ্ঠীবাদী সংগঠনেো ব্ৰিটিছ ঔপনিবেশিক চৰকাৰে সহায কৰিছিল। কিন্তু সেই বুলিযেই এইবোৰ সংগঠনক কেৱল ব্ৰিটিছৰ বহতীযা বুলিব নোৱাৰি। (এইবোৰ সংগঠনৰ নেতাসকল এসময়ত নিষ্ঠাবান কংগ্ৰেছী আছিল।) বৰং অৱদমিত জাতি আৰু গোষ্ঠীবোৰৰ আকাংক্ষা আৰু বৰ্ণহিন্দু বৈষম্যবাদৰ মাজত দ্বন্দ্ব থকা বাবেই এইবোৰ সংগঠনে গা কৰি উঠিব পাৰিছিল। অসমীয়া জাতিৰ ভৱিষ্যত চৰিত্ৰ কেনেকুৱা হব, বিভিন্ন অৱদমিত গোষ্ঠীযে স্বাধীন পৰিবেশত কেনে ধৰণৰ সা-সুবিধা পাব, সেইবোৰ তেতিয়া অত্যন্ত প্ৰাসংগিক প্ৰশ্ন হৈ পৰিছিল। আজিও যে প্ৰশ্নবোৰ অমীমাংসিত হৈ আছে কেন্দ্ৰীয চৰকাৰে যে তাৰ সুবিধা লব পাৰিছে—সিয়েই প্ৰমাণ কৰে যে জাতিগঠনৰ প্ৰক্ৰিয়াত অসমীয়া নেতৃত্বই স্বাধীনতাৰ পিছত বিচক্ষণতাৰ পৰিচয় দিব নোৱাৰিলে।

কিন্তু তৎকালীন অসমৰ প্ৰায় আটাইবোৰ গোষ্ঠীযেই একবাক্যে পূৰ্ববংগৰ পৰা অহা প্ৰব্ৰজনকাৰীৰ অবাধ জনস্ৰোতত ভীষণভাবে উদ্বিগ্ন আৰু আতংকিত হৈছিল। বিধানসভাৰ মজিয়াত দুটা দশক জুৰি এই বিষয়টো লৈ প্ৰবল তৰ্কবিতৰ্ক হৈছিল। বিধানসভাৰ

বাহিৰতো তাৰ বিৰুদ্ধে প্ৰবল গণআন্দোলন চলিছিল। কিন্তু ব্ৰিটিছ সাম্ৰাজ্যবাদী চৰকাৰ আছিল নিৰ্বিকাৰ। ছাৰ ছাদুল্লাই তেতিয়া নিজৰ ৰাজনৈতিক ভৱিষ্যত সুৰক্ষিত কৰিবলৈ মুছলিম লীগৰ ওচৰত সম্পূৰ্ণ আত্মসমৰ্পণ কৰিছে। ছাৰ ছাদুল্লাৰ সহযোগিতাৰে ব্ৰিটিচে অসমলৈ লাখ লাখ পমুৱা আহিবলৈ সুবিধা কৰি দিলে। উদ্দেশ্য, দাৰিদ্ৰ্য পীড়িত পৰ্ববংগক সকাহ দিয়া নহয়—ঔপনিবেশিক ৰাজস্বশোষণৰ ক্ষেত্ৰ বহল কৰা আৰু সাম্প্ৰদায়িক ভেদনীতি অসমত শক্তিশালী কৰি তোলা। সাম্ৰাজ্যৰ স্বাৰ্থত এটা জাতিৰ ন্যায়সংগত জাতীয় দাবী দমন কৰি এইদৰেই ব্ৰিটিছে অসমত জাতিসংঘাতৰ বীজ সিচিলে। ব্ৰিটিছৰ এই ভূমিকা অগ্ৰাহ্য কৰি আজি বহুতে মুছলমান সম্প্ৰদায় বা বঙালী জাতিক অকালে দোষাৰোপ কৰে।

ব্ৰিটিছ সাম্ৰাজ্যবাদ আৰু মুছলিম লীগৰ এই ষড়যন্ত্ৰত বাধা দিবলৈ কংগ্ৰেছেই অসমত আগবাঢ়ি আহে। ১৯৪৬ চনৰ নিৰ্বাচনত কংগ্ৰেছে অসমীয়া জাতিৰ আত্মৰক্ষাৰ সংগ্ৰামৰ অগ্ৰণী বাহিনী হিচাবেই নিজৰ পৰিচয় দিয়ে। ড অমলেন্দু গুহই এই কথাত উগ্ৰজাতীয়তাবাদৰ গোন্ধ পাইছে তেওঁৰ Planter's Raj to Swaraj গ্ৰন্থত। তেওঁৰ এই মত অলপতে Statesman কাকতত ( ২৬ ফেব্ৰুয়াৰী ) প্ৰতিধ্বনিত কৰিছে সতীশচন্দ্ৰ কাকতিয়ে। এই ধাৰণা মাৰাত্মক ধৰণে ভ্ৰান্ত। সাম্ৰাজ্যবাদৰ অন্যায় জনবিৰোধ নীতিৰ বিৰুদ্ধে ই আছিল কংগ্ৰেছৰ জনমুখী অভিযান। মনত ৰখা ভাল যে সেই সময়ত ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ অসম শাখাযো এই প্ৰব্ৰজনে অসমীয়া জাতিৰ ভৱিষ্যত বিপন্ন কৰিছে বুলি প্ৰস্তাৱ লৈছিল। তথাকথিত Line System আছিল কাল্পনিক—মানচিত্ৰত দেখুৱালেও কাৰ্য্যক্ষেত্ৰত তাক কাৰ্য্যকৰী কৰা নহৈছিল। পুনশ্চ মনত ৰখা ভাল যে এই অবাধ সৰ্বগ্ৰাসী প্ৰব্ৰজনৰ অনিবাৰ্য্য পৰিণতি আছিল অসমত মুছলিম সকলৰ জনসংখ্যাৰ অনুপাত বৃদ্ধি কৰা। ( ১৮৯১ৰ পৰা ১৯৩১ চনৰ মাজত অসমত মুছলিম জনসংখ্যা শতকৰা ১০৯ ভাগ বাঢ়ে। ১৯০১ চনত নগাওঁ জিলাত মুছলমানৰ অনুপাত আছিল ৪ মাত্ৰ, ১৯৫১ত হ'লগৈ ৪০% )। তাৰেই পৰিণাম স্বৰূপে Caleinet Mission-এ অসমক বংগদেশৰ লগত সাঙুৰি দিয়াৰ আঁচনি আগবঢ়াইছিল ১৯৪৬ চনত। এই আঁচনিৰ তীব্ৰ বিৰোধিতা কৰি অসমত কংগ্ৰেছেই অসমীয়া জাতিৰ আত্মৰক্ষাৰ সংগ্ৰামৰ

সেনাপতিৰূপে অৱতীৰ্ণ হৈছিল। অসমৰ খেতিৰ মাটিত বাহিৰৰ খেতিয়কক বহুৱাত অসমৰ খেতিয়ক ৰাইজৰ মনত যি গভীৰ অসন্তোষ আৰু ক্ষোভ পুঞ্জীভূত হৈছিল, সি কংগ্ৰেছৰ হাত শক্তিশালী কৰিছিল। ( ড অমলেন্দু গুহই এইবোৰ মূল্যবান তথ্যপাতি উদ্‌ঘাটন কৰিলেও তেওঁৰ সিদ্ধান্ত বেলেগ হৈছে। সেই সিদ্ধান্ত আমি ভ্ৰান্ত বুলি ভাবোঁ। )

এইখিনিতে আমাৰ বামপন্থী বন্ধু সকলৰ এটা বিপজ্জনক ভ্ৰান্তিলৈ আঙুলিয়াই দিব খোজোঁ। তেওঁলোকে কেতিয়াবা এনে উক্তি কৰে যেন অসমলৈ প্ৰবল প্ৰব্ৰজন হোৱাটো পুঁজিবাদৰ এটা অৱধাৰিত পৰিণাম। তেওঁলোকে লক্ষ্য নকৰে, উন্নত পুঁজিবাদী দেশলৈ হোৱা প্ৰব্ৰজন আৰু তাহানিৰ অসমৰ দৰে ঔপনিবেশিক আৰু আজিৰ অসমৰ দৰে অনুন্নত অঞ্চললৈ হোৱা প্ৰব্ৰজন একে ধৰণৰ বস্তু নহয়। উন্নত বা গতিশীল পুঁজিবাদী দেশত শিল্পায়নৰ প্ৰবল শক্তিয়েই বাহিৰৰ মজুৰ আকৰ্ষণ কৰি আনে আৰু সিয়েই বহিৰাগত শ্ৰমিকক স্থানীয় শ্ৰমিকৰ লগত সানিপুটকি একাকাৰ কৰি এটা ঐক্যবদ্ধ শ্ৰমিক শ্ৰেণী গঠন কৰে। কিন্তু অসমত পূৰ্ববংগৰ পৰা প্ৰব্ৰজন শিল্পায়নৰ আকৰ্ষণত হোৱা নাছিল। ঔপনিবেশিক চৰকাৰী আঁচনিৰ ফলস্বৰূপেই এওঁলোক অসমলৈ আহিছিল। তদুপৰি তেওঁলোকৰ লক্ষ্য আছিল মাটি—স্থানীয় সাধাৰণ ৰাইজৰ জীৱিকানিৰ্বাহৰ একমাত্ৰ সম্বল। প্ৰথমে চৰ অঞ্চলত বহিলেও পিছলৈ সাধাৰণ খেতিৰ মাটি লৈয়েই থলুৱা কৃষকৰ লগত তেওঁলোকৰ হাইখৰিয়াল লাগিছিল। অৰ্থাৎ আজি প্ৰব্ৰজন লৈ অসমীয়া মানুহৰ মনত যি আশংকা জন্মিছে তাৰ প্ৰথম বিস্ফোৰণ হৈছিল স্বাধীনতাৰ আগতেই।

স্বাধীনতাৰ পিছত যেতিয়া অসমীয়া গণ্যমান্য নেতাসকল লৈ কংগ্ৰেছে অসমত চৰকাৰ গঠন কৰিলে অসমীয়া ৰাইজে স্বস্তিৰ নিশ্বাস পেলালে। ১৯৪৯-৫০ চনত কামৰূপ আৰু গোৱালপাৰা জিলাত যি মৈমনছিঙীয়া খেদা গণঅভিযান চলে, সি বোধহয় প্ৰাক্‌স্বাধীনতা যুগৰ উত্তেজনাৰে বিলম্বিত প্ৰকাশ আছিল। এই ঘটনাত তৎকালীন অসম চৰকাৰৰ প্ৰৰোচনা আছিল বুলিও বহুতে কব খোজে। কিন্তু তাৰ পিছৰ দশক কেইটাত প্ৰব্ৰজন বোধ বা নিয়ন্ত্ৰণ কৰিবলৈ কোনো কাৰ্য্যকৰী ব্যৱস্থা লোৱা নহ'ল। এইবাবে কেন্দ্ৰীয় চৰকাৰতকৈ বেছি দোষী আছিল অসমৰ অসমীয়া মন্ত্ৰী আমোলা। স্বাধীনতাৰ আগত আহোম,

জনজাতীয়, আদি যিবোৰ গোষ্ঠীয়ে শাসনক্ষমতাত ভাগ বিচাৰিছিল তেওঁলোকক দমাই ৰাখিবলৈ পমুৱাসকলৰ ভোট ব্যৱহাৰ কৰিবলৈ ধৰিলে বৰ্ণহিন্দু অসমীয়া নেতাসকলে। নিৰাপত্তাৰ বিনিময়ত পমুৱা আৰু ভগনীয়াসকলে বৰ্ণহিন্দু নেতৃত্বাধীন কংগ্ৰেছক ভোট দিবলৈ ধৰিলে। এনেকৈ ক্ষমতাৰ গাদীত নিৰাপদে বহি লৈ স্বাধীনতাৰ আগতে বিভিন্ন গোষ্ঠীৰ ওচৰত দিয়া প্ৰতিশ্ৰুতি কংগ্ৰেছৰ অসমীয়া নেতাসকলে পাহৰি পেলালে বৰং প্ৰকাৰান্তৰে কংগ্ৰেছেই অসমীয়া উগ্ৰজাতীয়তাবাদক প্ৰশ্ৰয় দিলে। শ্বিলঙত বাটপথৰ "বিষ্ণুপুৰ মতিনগৰ" নামকৰণ কৰি থাছি বীৰ সকলক অগ্ৰাহ্য কৰা হ'ল। ১৯৬২ ৰ পৰা ১৯৬৫ চনৰ ভিতৰত তামোলপুৰ জনজাতীয় বেষ্টনীত অসম চৰকাৰেই বহুৱালে ৫৫,০০০ ভগনীযা পৰিযাল, বা কমেও দুইলাখ মানুহ। এনে উদাহৰণ বিস্তৰ ওলাব।

অৰ্থাৎ স্বাধীনতাৰ আগতে অৱহেলিত আৰু অনুন্নত গোষ্ঠীবোৰে কৰা ভয় যে অমূলক নাছিল, প্ৰমাণিত হ'ল। ষাঠিৰ দশকত ভৈয়াম জনজাতি পৰিষদ ( Plains Tribel Council ) আৰু টাই-আহোম মংগোলীয় পৰিষদ নামৰ দুটা গোষ্ঠীবাদী সংগঠনে অসমীয়া বৰ্ণহিন্দু নেতৃত্বৰ বিৰুদ্ধে পুনৰ আন্দোলন আৰম্ভ কৰিলে। এইবোৰ গোষ্ঠীৰ সৰ্বসাধাৰণ ৰাইজে অৰ্থ নৈতিক উন্নতি, শিক্ষা আৰু ৰাজনৈতিক ক্ষমতাৰ ভাগ নোপোৱাৰ ফলতে অসমত গোষ্ঠীবাদে পুনৰ মূৰ দাঙিলে। পৰম্পৰাগত জাতিভেদে অসমৰ জাতিগঠন প্ৰক্ৰিয়া পুনৰ ব্যাহত কৰি এজাত নতুন পৰজীৱীৰ জন্ম দিলে।

এনে গোষ্ঠীবাদী আন্দোলনবোৰ যে সংকীৰ্ণমনা আৰু সাম্প্ৰদায়িক আছিল সন্দেহ নাই। কিন্তু বৰ্ণহিন্দু অসমীয়াৰ অদূৰদৰ্শী স্বাৰ্থান্ধতাই সিহঁতৰ প্ৰধান কাৰণ আছিল। তুলনামূলকভাবে অসমীয়া জাতীয়তা-বাদ গণভিত্তিক হোৱা সত্বেও সি অসমৰ জনগণৰ শতকৰা এশজনৰ মন জয় কৰিব পৰা নাছিল। মুছলিম লীগৰ সাম্প্ৰদায়িক ৰাজনীতিৰ ফলত মুছলমানসকলতো অসমীয়া জাতীয়তাবাদৰ বাহিৰত বৈ গৈছিলেই, আনকি অমুছলমান সকলৰ শকত অংশ এটাকো অসমীয়া জাতিৰ অবিচ্ছেদ্য অংগ হিচাবে ঐক্যবদ্ধ কৰাত অসমীয়া নেতৃত্ব বিফল হৈছিল। তাৰ উপৰিও আছিল আগৰ দশক কেইটাত প্ৰবল হৈ থকা বঙালী জাতীয়তাবাদৰ শক্তিশালী অৱশেষ।

কিন্তু অনৈক্যৰ এইবোৰ ফাঁট জোৰা লগাব পৰা কচাল অসমীয়া জাতিৰ সঁচাকৈ আছিল জানো ? যেহেতু অনগ্ৰসৰ আৰু অৰ্থ নৈতিক-ভাবে স্তব্ধ প্ৰায় পৰিবেশত উচ্চ হিন্দু শিক্ষিত অসমীয়া নেতা বৃন্দই অসমীয়া জাতি গঠনত নেতৃত্ব দিব লগা হৈছিল সেয়ে বৈষয়িক আৰু বাস্তৱ ভাবে অসমৰ থলুৱা জনগণক ঐক্যবদ্ধ কৰাৰ শক্তি তেওঁলোকৰ নাছিল। জাতীয় উদ্যোগৰ বিকাশ ঘটাই প্ৰাচীন সমাজ সম্পৰ্কত ৰূপান্তৰ আনি অসমৰ থলুৱা জনগণৰ মাজত যোগাযোগ বৃদ্ধি কৰা, বাটঘাট আদি সংযোগৰ উপায়বোৰ উন্নত আৰু প্ৰসাৰিত কৰা, জাতিভেদ, সাম্প্ৰদায়িকতা, গোষ্ঠীবাদ আদিৰ বিৰুদ্ধে প্ৰবল সংস্কাৰ-মূলক আন্দোলন সৃষ্টি কৰা—এনেধৰণৰ জাতীয় বিকাশৰ স্বাভাবিক পদ্ধতি সমূহৰ প্ৰয়োগ এওঁলোকৰ বাবে আছিল অসম্ভৱ। কাৰণ অৰ্থনৈতিক শক্তি আছিল প্ৰায় সম্পূৰ্ণভাবে বিদেশী সাম্ৰাজ্যবাদী শক্তিৰ হাতত কেন্দ্ৰীভূত। ৰাষ্ট্ৰক্ষমতাৰ এক নগণ্য অংশ ঔপনিবেশিক শাসন-সংস্কাৰৰ ফলত এওঁলোকৰ হাতলৈ আহিছিল। আনহাতে ব্ৰিটিছেও মুছলমান সাম্প্ৰদায়িকতা, উগ্ৰ বঙালী প্ৰাদেশিকতা, নিম্নবৰ্ণৰ হিন্দু বা অহিন্দু সকলৰ বিক্ষোভ প্ৰভৃতিত ইন্ধন যোগাই অসমীয়া উচ্চ হিন্দু নেতৃত্বক পিঞ্জৰাবদ্ধ কৰি ৰাখিছিল। এইবোৰ দুৰ্বলতা অসমীয়াৰ মাজত আজিও ৰৈ গৈছে।

দুটা উপায়ে উপনিবেশিক শক্তিৰ এই মাৰাত্মক চক্ৰান্তৰ বিৰুদ্ধে উচ্চহিন্দু অসমীয়া নেতৃত্বই যুঁজিছিল। সি হ'ল প্ৰথমতে ব্ৰিটিছৰ উপেক্ষা-অৱহেলা নেওচি জাতীয় ভাষা-সংস্কৃতিৰ ব্যাপক চৰ্চাৰে অসমৰ থলুৱা জনগণৰ মাজত আবেগিক ঐক্য প্ৰতিষ্ঠা কৰা আৰু দ্বিতীয়তে ভাৰত ব্যাপি হোৱা জনজাগৰণ অসমলৈ বোৱাই আনি সেই সোঁতত জনগণৰ মাজত সোমাই তেওঁলোকক একাত্মীভূত কৰা। দ্বিতীয় পদ্ধতিৰ অংশ হিচাবেই জাতিভেদ প্ৰভৃতি ক্ষতিকাৰক সামাজিক প্ৰথাৰ বিৰুদ্ধে তেওঁলোকে ঐকান্তিক আন্দোলন চলাইছিল।

কিন্তু আগতে উল্লেখ কৰা অৰ্থনৈতিক আৰু ৰাজনৈতিক দুৰ্বলতাৰ কাৰণে এই দুটা পদ্ধতিৰ সাৰ্থকতাও আছিল সীমাবদ্ধ। যেনেকৈ, শিক্ষা আৰু সাক্ষৰতাৰ প্ৰসাৰ সীমাবদ্ধ হৈ থকা বাবে অসমীয়া ভাষাৰ প্ৰচাৰো কিছু তৰাং আৰু ঠেক হৈ থাকিল। ইচ্ছা থকা সত্বেও বহু জনজাতীয় গোষ্ঠীয়ে অসমীয়া শিকাৰ সুযোগ নাপালে। তাহানিৰ পৰা

অসম সাহিত্য সভাৰ বিৰাট বছেৰেকীয়া মেলাখনত যোগ দিবলৈ অহা সৰহভাগ দৰ্শকেই নিৰক্ষৰ, ভাষা সাহিত্যৰ সঞ্জীৱনী স্পৰ্শৰ পৰা বঞ্চিত।

জাতিভেদ, সাম্প্ৰদায়িকতা প্ৰভৃতিৰ বিৰুদ্ধে অসমৰ নিম্নবৰ্ণৰ হিন্দুসকল, পলমকৈ হিন্দু সমাজৰ অন্তৰ্ভুক্ত হোৱা আহোম প্ৰভৃতি গোষ্ঠী, হিন্দু সমাজৰ সীমামূৰলিত বাস কৰা জনজাতিসকলৰ ক্ষোভ আৰু বিৰাগ ক্ৰমে তীব্ৰ হৈ আহিছিল। উচ্চ হিন্দু শিক্ষিত চামৰ দৰে তেওঁলোকেও আধুনিক কৃষ্টিৰ সংস্পৰ্শলৈ আহি অৰ্থনৈতিক উন্নতি আৰু ৰাজনৈতিক প্ৰগতি বিচাৰিছিল। কিন্তু এওঁলোকৰ প্ৰতিযোগিতাই উচ্চহিন্দুচামৰ ক্ষুদ্ৰ আৰু সংকীৰ্ণ ক্ষমতা আৰু হ্ৰাস কৰিব বুলি উচ্চহিন্দু সকলৰ ভয় হৈছিল। তদুপৰি উচ্চহিন্দু এচামৰ অৰ্থনৈতিক স্বচ্ছলতা আৰু সামাজিক মান মৰ্যাদা নিৰ্ভৰ কৰিছিল ভূ-সম্পত্তিৰ ওপৰত। এই ভূ-সম্পত্তি আকৌ আছিল নিম্নবৰ্ণৰ বা জনজাতীয় কৃষকৰ কান্ধৰ ওপৰত। সামাজিক বৈষম্য আৰু জাতিভেদৰ জৰীয়তে এইবোৰ নিম্নবৰ্ণৰ কৃষকক কম খৰচতে খটাই থকাৰ সুবিধাকনো এৰি দিব পৰা অৱস্থা তেওঁলোকৰ নাছিল। কাৰণ যেহেতু পুঁজিবাদী উপায়েৰে সম্পত্তি কৰাৰ উপায় তেওঁলোকৰ নাছিল, সেয়ে এইবোৰ সামাজিক প্ৰথাৰ পৰা হোৱা অৰ্থনৈতিক লাভ তেওঁলোকে এৰি দিবলৈ বিচৰা নাছিল।

তাৰ ফলত সমাজ-সংস্কাৰৰ ক্ষেত্ৰত আমি দেখোঁ এক প্ৰবল দোদুল্যমানতা। এহাতে গড়মুৰীয়া গোসাঁইৰ দৰে সম্পূৰ্ণ পৰম্পৰাগত শিক্ষা লাভ কৰা ধৰ্মগুৰুৱে অতুলনীয় প্ৰেৰণা আৰু ত্যাগেৰে এইবোৰ বৈষম্য দূৰ কৰি তলৰ মহলাৰ হিন্দুক ওপৰলৈ তুলি অনাৰ বাবে আহো-পুৰুষাৰ্থ কৰিছে—আনহাতে আউনিআটি আৰু দক্ষিণপাটৰ তেতিয়াৰ অধিকাৰ দুজনে গড়মুৰীয়া গোসাঁইৰ আচৰণ আৰু চিন্তাত আতংকিত হৈ ব্ৰিটিছ চৰকাৰক খাটনি ধৰিছে গড়মুৰীয়া গোসাঁইক কিবা উপায়ে পদচ্যুত কৰিবলৈ।। এহাতে লক্ষ্মীধৰ শৰ্মাই তাহানিৰ সামন্ততান্ত্ৰিক ৰীতি-নীতিৰ বিৰুদ্ধে খড়গৰ দৰে কলম তুলি লৈছে, কৃষ্ণ শৰ্মাই নদীয়াল মানুহক গোসাঁই ঘৰত সুমুৱাই সমাজত এঘৰীয়া হবলৈ ভয় কৰা নাই। আনহাতে "বিপুজয় স্মৃতি" নামৰ শাস্ত্ৰ প্ৰচাৰ কৰি আহোম কছাৰী প্ৰভৃতি জাতিৰ সামাজিকভাবে হেয় প্ৰতিপন্ন কৰাৰ চেষ্টা চলাইছে আন এচাম শক্তিশালী বৰ্ণহিন্দুৱে।

এনেবোৰ কাৰণতে অসমীয়া জাতিৰ গঠন প্ৰক্ৰিয়া দুৰ্বল আৰু পক্ষাঘাতগ্ৰস্ত হৈ পৰিল। যদিও আগতে কৈ অহা দৰে স্বাধীনতাৰ পিছত উচ্চ হিন্দু অসমীয়াই এইবোৰ দুৰ্বলতা অতিক্ৰম কৰাৰ কিছু সুযোগ পাইছিল, সেই সুযোগৰ সদ্ব্যৱহাৰ তেওঁলোকে নকৰিলে। বৰং স্বাধীনতাৰ ফলত অহা সুযোগ সুবিধাৰ সিংহভাগ দখল কৰি তেওঁলোকে আগতে অৱহেলা আৰু নিপীড়ন কৰা গোষ্ঠী আৰু সম্প্ৰদায়বোৰক আগৰ দৰে তলতে পেলাই থৈ দিলে। এই সম্প্ৰদায়বোৰে অৰ্থনৈতিক উন্নতি আৰু সামাজিক সুবিচাৰ পাবলৈ আকৌ আন্দোলন কৰিবলগীয়া হ'ল। পমুৱা মুছলমানসকলৰ আৰু ভগনীয়াসকলৰ ভোটেৰে সংখ্যাগৰিষ্ঠতা অৰ্জন কৰি উচ্চ হিন্দু নেতাসকলে অসমীয়া অনুন্নত বা জনজাতীয় সকলক অৱহেলা কৰাৰ কৌশল ল'লে। অধিক কি স্বাধীনতাৰ সময়ত মুছলিম লীগৰ প্ৰভাৱৰপৰা জনজাতীয়সকলক মুক্ত কৰিবলৈ অসমীয়া নেতাসকলে জনজাতীয় নেতাসকলৰ লগত যি চুক্তি কৰিছিল সেই চুক্তি বাৰে বাৰে ভংগ কৰি ভগনীয়া আৰু পমুৱাসকলক বছৰালে ট্ৰাইবেল বে'ল্টত।

যেহেতু স্বাধীনতা সংগ্ৰামৰ বিপুল জনজাগৰণৰ পৰিণতি স্বৰূপেই আহোম কছাৰী আদি জাতিৰ কৃষক জনতা স্বাধীনতা সংগ্ৰামত চামিল হৈছিল, সেয়ে স্বাধীনতা সংগ্ৰামৰ পৰিবেশ যিমান দিনলৈ থাকিল সিমান দিনলৈ, অসমৰ বিভিন্ন গোষ্ঠীৰ কৃষক জনতাও ঐক্যবদ্ধ হৈ থাকিল। কিন্তু কৃষকৰ অৱস্থাৰ উন্নতিৰ বাবে সুদীৰ্ঘ কংগ্ৰেছ শাসনৰ কালছোৱাত একোৱেই কৰা নহ'ল। সেয়ে অসমৰ অগণন কৃষকে অৱশেষত ঐক্যৰ পথৰ পৰা আঁতৰি ভৈয়াম জনজাতীয় পৰিষদ আৰু টাই-আহোম পৰিষদৰ আহ্বানত সঁহাৰি দিলে কংগ্ৰেছ অসমীয়া জাতিক ৰক্ষা কৰাৰ নামত প্ৰতিশ্ৰুতি দি ক্ষমতাত আসীন হৈছিল। কিন্তু কাৰ্য্যক্ষেত্ৰত অসমীয়াক ৰক্ষা কৰাৰ নামত উচ্চহিন্দু অসমীয়া পৰিয়াল কেইটামানৰ ধন-মান বঢ়ালে। বুনিয়াদী অসমীয়া—অৰ্থাৎ কৃষক জনগণৰ বাবে একো নকৰিলে।

আজিও অসম আন্দোলনৰ ৰাজহাঁড় হ'ল কৃষক আৰু গাৱঁলীয়া জনসাধাৰণ। কিন্তু জাতিৰক্ষা আন্দোলনে এওঁলোকৰ বাবে কিবা কৰিছেনে? এওঁলোকৰ তেজেৰে আন্দোলনৰ চকা ঘূৰিল। কিন্তু এতিয়া এওঁলোকৰ কথা মনত ৰাখিছে কোনে? চহৰৰ মধ্যবিত্ত হয়

ভাগৰিল, নহয় নতুন চৰকাৰৰ প্ৰলোভনত বান্ধ খালে। অৱহেলিত কৃষক পুনৰ সাম্প্ৰদায়িক মৰীচিকাৰ পিছত ঘূৰিব পাৰে আকৌ।

অসম আন্দোলনৰ ক্ষয়মান স্মৃতিত পুনৰ বান ডকাব পাৰি কেনেকৈ? আন্দোলনৰ নেতা সকলৰ চিন্তা এয়ে। কোনো গণ আন্দোলনেই বহুকাল তিষ্ঠি থাকিব নোৱাৰে। তদুপৰি হিংস্ৰ পৰ্য্যায় পোৱাৰ পিছত যদি উদ্দেশ্য সিদ্ধি নহয়, তেতিয়া তাৰ বল টুটি আহে। নিৰ্বাচনৰ সময়ৰ সংঘৰ্ষৰ পৰা অসমীয়া কৃষক বাইজেও শিক্ষা পালে যে বালিলৈ যিপাট শৰ, সুগ্ৰীৱলৈকো সেইপাত শৰ। গতিকে তেওঁলোকে আন্দোলনৰ নেতাসকলৰ পৰা বিচাৰিছে নতুন দিগদৰ্শক নীতি। অসমৰ কৃষক ৰাইজে একোকে পোৱা নাই। নতুন সংগ্ৰাম তেওঁলোকে কৰিব। কিন্তু সাম্প্ৰদায়িক সংঘৰ্ষৰ পথ ভ্ৰান্ত বুলি তেওঁলোকে বুজিছে।

এই অৱস্থাত বহুতে আঞ্চলিক দলৰ প্ৰয়োজন দোহাৰিছে। নিৰ্বাচনী সংগ্ৰামৰ কথাও কোৱা হৈছে। ৰাজনৈতিক, উপায়েৰেহে ৰাজনৈতিক সমস্যা সমাধান কৰা সম্ভৱ বুলি প্ৰচাৰ কৰা হৈছে। ইও এক অলীক বিশ্বাস। ইমান দিনে ছাত্ৰ সন্থা আৰু গণসংগ্ৰাম পৰিষদে ৰাজনীতি/ নকৰি কি কৰিছিল? তেওঁলোকে ৰাজনীতিয়েই কৰিছিল, কিন্তু দল নিৰ্বাচন আৰু বিধান সভাৰে নহয়। জনসাধাৰণেই আছিল এওঁলোকৰ শক্তিৰ ভিত্তি। নিৰ্বাচন খেলিবলৈ গৈ একেধৰণৰ সাফল্য তেওঁলোকে ভোগ কৰিব পাৰিবনে?

অন্যান্য ৰাজ্যৰ আঞ্চলিক দলবোৰৰ সাফল্যৰ প্ৰধান কাৰণ সেইবোৰ ৰাজ্যৰ জনবিন্যাস। তাত সংখ্যালঘু জাতি থাকিলেও প্ৰধান জাতিটোৰ জনসংখ্যাৰ অনুপাত অন্যান্য গোষ্ঠীবোৰৰ তুলনাত বহুত বেছি। কিন্তু অসমত অসমীয়াৰ অনুপাত এনে প্ৰভাৱশালী নহয়। বৰ্ত্তমান অসম আন্দোলনৰ গতিগোত্ৰলৈ চাই এনে ধাৰণাও নহয় যে প্ৰস্তাৱিত আঞ্চলিক দলটোৱে অসমত বাস কৰা সকলো গোষ্ঠী আৰু সম্প্ৰদায়ৰ আনুগত্য সমানে আদায় কৰিব পাৰিব। ইন্দিৰা কংগ্ৰেছৰ বিভেদমূলক নীতিও বিভিন্ন অসমীয়া গোষ্ঠীৰ মাজতে যিদৰে কাৰ্য্যকৰী হব ধৰিছে, নিৰ্বাচনত তাৰ কৃতিত্ব আশা কৰাতকৈ বহু বেছি পৰিমাণে সীমাবদ্ধ হব পাৰে। কথাটো লক্ষ্য কৰিয়েই হবলা অসমীয়া কাকত-পত্ৰবোৰে কোনো কৈফিয়ৎ নিদিয়াকৈ শইকীয়া মন্ত্ৰীসভাৰ প্ৰতি মনোভাৱ সলনি কৰিছে। কাৰণ অন্ততঃ বৰ্ত্তমানৰ পৰিস্থিতিত বিভিন্ন সংখ্যালঘু

সম্প্ৰদায়ৰ মাজত শইকীয়া মন্ত্ৰীসভাৰ প্ৰতি সমৰ্থন সুস্থিৰ আৰু দ্বিধাহীন। মাজে মাজে চৰকাৰী চোৰাংচোৱা বিভাগৰ হতুৱাই গণ্ডগোল সৃষ্টি কৰিও সংখ্যালঘুসকলক আতঙ্কিত কৰি এই সমৰ্থন অধিক নিগাজি কৰি থকা হৈছে।

কেন্দ্ৰীয় চৰকাৰে যে অসম আন্দোলনৰ দাবী সমূহ মানি নলয়, সি ধ্ৰুৱপ। দমননীতিৰ দ্বাৰা অসমীয়া জনগণৰ কণ্ঠৰোধ কৰি অসমীয়া ধনী আৰু প্ৰভাৱশালী মহলবোৰক নানাতৰহৰ ঘোচ-ঘাচ দি হাত কৰিবলৈ কেন্দ্ৰীয় চৰকাৰ আৰু শইকীয়া মন্ত্ৰীসভাই চেষ্টা কৰিছে। অসমীয়া উচ্চ মধ্যবিত্তই এই প্ৰলোভন নেওচা দিয়াৰ কোনো প্ৰমাণ আমি আজিলৈকে দেখা নাই। তেওঁলোকে আন্দোলনৰ প্ৰতি মৌখিক সমৰ্থন দি শইকীয়া মন্ত্ৰীসভাৰ লগত কাৰ্য্যকৰীভাবে হাত-বাট চলাইছে।

এনেস্থলত নতুন কাৰ্য্যপ্ৰন্থা আৰু নতুন উত্তম হাতত নল'লে অসম আন্দোলন ক্ৰমে ক্ষয় গৈ লুপ্ত হব। যোৰহাটৰ জাতীয় অভিৱৰ্ত্তনে সৃষ্টি কৰা উৎসাহ আৰু প্ৰত্যাশাই প্ৰমাণ কৰে যে অসমীয়া জনগণে এনে এক নতুন পদক্ষেপ বিচাৰিছে। কিন্তু নিৰ্বাচনী মৰীচিকা আৰু শাসকদলৰ গোপন প্ৰভাৱৰ বাবে সেই পদক্ষেপ নেতৃবৃন্দই লব পৰা নাই।

আঞ্চলিক দলবোৰ দৰাচলতে সদায় আঞ্চলিক ন্যস্থ স্বাৰ্থৰ প্ৰতিনিধি। অৱশ্যে জনসাধাৰণৰ অভাৱ-অভিযোগৰ প্ৰতি চকু দিবলৈ কেতিয়াবা এনে দলবোৰে চেষ্টা নকৰা নহয়। অসমত আঞ্চলিক দলে অসমীয়া ধনিক শ্ৰেণীৰ স্বাৰ্থহে প্ৰধানকৈ ৰক্ষা কৰিব। তাতে আকৌ অসমৰ জনবিন্যাসৰ ফলত অন্যান্য গোষ্ঠী আৰু সম্প্ৰদায়ৰ ধনিক শ্ৰেণীৰ মন যোগাব নোৱাৰাৰ ফলত তেওঁলোকে তেওঁলোকৰ গোষ্ঠীৰ সাধাৰণ মানুহক লৈ তাৰ বিৰোধিতা কৰিব। সেয়ে আঞ্চলিক দলৰ আঁচনি অসমীয়া জনসাধাৰণৰ অভাৱপূৰণৰ বাবে যথেষ্ট নহয়।

অথচ আঞ্চলিক দলগঠনৰ আয়োজনৰ অন্তৰালত যি চিন্তা আছে তাক মুই কৰিব নোৱাৰি। কেন্দ্ৰীয় চৰকাৰে বৃহত পুঁজিৰ স্বাৰ্থত অসমক অৱহেলা কৰিবই। ৰাজনৈতিক স্বাৰ্থত অসম সমস্যাৰ সমাধান সিহঁতে নকৰে। উগ্ৰপন্থী বিলাকক হয় কঠোৰ দমননীতিৰে শেষ কৰিব নহয় গোপন চক্ৰান্তৰে তেওঁলোকৰ মুৰ ঘূৰাই দি অন্যান্য গোষ্ঠী বা

সম্প্ৰদায়ৰ বিৰুদ্ধে লগাই দি অৰ্থহীন। হত্যাকাণ্ডত মত্তলীয়া কৰি ৰাখিব।

সেয়ে অসমৰ সকলো শ্ৰেণীৰ আৰু সকলো গোষ্ঠীৰ মানুহক লৈ কেন্দ্ৰীয় চৰকাৰৰ বিৰুদ্ধে প্ৰবল আৰু বিপুল জনবিক্ষোভ আৰু গণ-আন্দোলন গঢ়ি তোলাৰ প্ৰয়োজন আছে। তাৰ বাবে নতুন লক্ষ্য, নতুন কাৰ্য্যসূচী উদ্ভাৱন কৰাৰ প্ৰয়োজন আছে। এনে ধৰণৰ কাৰ্য্যসূচী, যাৰ ফলত অসমবাসী সকলো গোষ্ঠীৰ মাজত ঐক্য বৃদ্ধি পায়, শ্ৰমজীৱীৰ পৰা ক্ষুদ্ৰ পুঁজিপতিলৈ সকলোৱে কিছু অৰ্থনৈতিক উন্নতি আশা কৰিব পাৰে, আৰু অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষা নতুন পৰিবেশত সম্ভৱ হৈ উঠে।

বৃহৎ পুঁজি, আমোলাতান্ত্ৰিক চৰকাৰৰ আৰু অসমীয়া দালাল-বিলাকে এনে সুস্থ আৰু কাৰ্য্যকৰী কাৰ্য্যসূচী গঢ়ি উঠিবলৈ নিদিয়ে। গঢ়ি উঠিলেও তাত কুঠাৰাঘাত কৰিব। জনাবুজা সকলেও এনে দিক্-পৰিবৰ্ত্তনত হকাবধা কৰিব। অথচ অসমৰ শিক্ষিত তৰুণ চামৰ বাবে এয়ে এক নতুন আৰু অভূতপূৰ্ব সুযোগ। এই সুযোগ ল'লে জাতিৰ ইতিহাসত তেওঁলোকৰ পদচিহ্ন হব যুগমীয়া। নহলে ফেচিবাদী দালাললৈ অধঃপতিত হৈ তেওঁলোক জীৱিতাৱস্থাতে কলংকিত হব।

অতদিনে আমি এটা কথা বুজি পোৱা উচিত। প্ৰব্ৰজন আৰু অনুপ্ৰবেশ এটা সাংঘাতিক সমস্যা—কিন্তু প্ৰধান সমস্যা নহয়। প্ৰধান সমস্যা হ'ল কেন্দ্ৰীয় চৰকাৰ আৰু তাৰ লেকাম ধৰি থকা বৃহৎ পুঁজি।

( প্ৰতীতি/এপ্ৰিল, ১৯৮৪ )

# ভাৰতত মাৰ্ক্সবাদৰ চৰ্চা

## অৱতৰণিকা

প্ৰচণ্ড ৰাজনৈতিক সংকটৰ পিছত ভাৰতৰ শাসকশ্ৰেণীয়ে আজি যেতিয়া অলপ নিৰাপত্তা আৰু সুস্থিৰতা পুনৰ অনুভৱ কৰিছে, তেতিয়া যথাৰীতি মাৰ্ক্সবাদৰ বিৰুদ্ধে পুনৰ আৰম্ভ হৈছে পৰিকল্পিত অভিযান। মাৰ্ক্সবাদৰ যুগান্তকাৰী ভূমিকা স্থিতাৱস্থাৰ ধাৰক-বাহকসকলে মানি লয়েই বা কেনেকৈ ? ভাৰতৰ মাৰ্ক্সবাদী শিবিৰ যে উল্লেখযোগ্যভাবে সফল হৈছে তেনে নহয়। খাটি মাৰ্ক্সবাদীয়ে নিজৰ দোষ-দুৰ্বলতা নিস্পৃহভাবে বিচাৰ কৰিবলৈ আৰু স্বীকাৰ কৰি ল'বলৈ সংকোচ বোধ নকৰে। কিন্তু সেইবাবেই যে মাৰ্ক্সবাদৰ বিৰুদ্ধে চলোৱা আধা-চৰকাৰী জেহাদৰ আগত সেও হ'ব লাগিব, তেনে দুৰাৱস্থাও এতিয়ালৈকে অহা নাই।

## দ্বন্দ্বাত্মক দৃষ্টিকোণ

মাৰ্ক্সবাদৰ লক্ষ্য মানুহৰ মুক্তি। কিন্তু এই মুক্তি বৈৰাগ্যসাধনতো নাই কিংবা এমুঠি সৌভাগ্যবান লোকে বৈষযিক সংগ্ৰামৰপৰা অৱসৰত কলা-কৃষ্টিৰ মাজেৰে লাভ কৰা "অহৈতুকী" আনন্দতো নাই। এই মুক্তিৰ প্ৰথম সোপান হ'ল **শ্ৰমিক শ্ৰেণীৰ নেতৃত্বত শাসক শ্ৰেণীৰ কৰ্তৃত্ব ওফৰাই দি সমাজৰ উৎপাদন নিজৰ নিয়ন্ত্ৰণলৈ অনা**। সেই সময়ত তেওঁলোকৰ সম্পৰ্কে সেইকথা খাটে যি কথা ৰবীন্দ্ৰনাথে "ৰাশিয়াৰ চিঠি"ত ৰুছ জনগণৰ বিষয়ে কৈছিল "তাঁৰা স্ববশ, তাঁদেৰ হাত-হাতীয়াৰ স্ববশ।" তাৰ পিছৰ সোপানবোৰত মানুহে এনে পৰ্যায়লৈ উঠাই যাব য'ত মানুহৰ সকলো সৃষ্টিক্ষমতাৰ অভাৱনীয়, অফুৰন্ত আৰু অবাধ বিকাশ ঘটিব। চীন-ৰুছিয়াত সেই ঘটনা কিমান দূৰ ঘটিছে সি নিশ্চয় প্ৰাসংগিক প্ৰশ্ন। কিন্তু চীন-ৰুছিয়াৰ ত্ৰুটি বিচ্যুতিৰ বাবেই সেই ধাৰণা অলীক বুলি প্ৰমাণিত হোৱা নাই।

মাৰ্ক্সবাদী দৰ্শনৰ প্ৰধান বৈশিষ্ট্য তাৰ দ্বন্দ্বাত্মক ( dialectical ) দৃষ্টিকোণ। এই দ্বন্দ্বাত্মক দৃষ্টিকোণ দেখ্‌দেখকৈ শ্ৰেণীদ্বন্দ্ব আৰু শ্ৰেণী

সংগ্ৰামৰ লগত ঘনিষ্ঠভাৱে জড়িত। স্থূল বিবেচনাৰে চালে এনে ধাৰণাও হ'ব পাৰে যে এচাম ক্ষমতালোভী গুণ্ডাপ্ৰকৃতিৰ লোকে নিজৰ দুষ্ট প্ৰবৃত্তিৰ সমৰ্থনত আৰু মৰা-কটাৰ সুবিধাৰ বাবে এই দ্বন্দ্বাত্মক দৰ্শন উদ্ভাৱন কৰিলে। কিন্তু এই দ্বন্দ্বাত্মক ধাৰাৰ উৎপত্তিৰ লগত শ্ৰেণীদ্বন্দ্ব আৰু সামাজিক বিকাশৰ সম্পৰ্ক আওকাণ কৰিলে ডাঙৰ ভুল হ'ব। এই ধাৰাৰ পাতনিতে ( যেনে ৫৪০ খৃ° পূঃ ৰপৰা ৪৭৫ খৃ° পূ° লৈ জীয়াই থকা গ্ৰীক দাৰ্শনিক হেৰাক্লিটাছৰ সময়ত ) গ্ৰীক সমাজ জনজাতীয় অভিজাততন্ত্ৰৰ ( aristocracy ) পৰা গণতন্ত্ৰৰ ( democracy ) পিনে তীব্ৰ সংঘৰ্ষৰ মাজেৰে আগুৱাই গৈছিল। সেইবাবেই দ্বন্দ্বমুখৰ পৰিবেশত হেৰাক্লিটাছে উপলব্ধি কৰিছিল যে সকলো বস্তুৰেই প্ৰতিমুহূৰ্ততে পৰিবৰ্তিত হৈ আছে। ঘাট একেটাই হ'ব পাৰে, কিন্তু এখন নদীত আমি দুবাৰ নামিব নোৱাৰোঁ। আৰু এনে পৰিবেশতে সমাজৰ সকলো অনুষ্ঠানৰ লগতে বিশ্বচৰাচৰৰ সকলো বস্তুৰে অভ্যন্তৰত তেওঁ দেখা পাইছিল বিৰোধ আৰু সংঘৰ্ষ। ভাৰতত এনে ধৰণৰ দ্বন্দ্বাত্মক চিন্তাৰ আভাস দেখা গৈছিল বৌদ্ধ ধৰ্মৰ অভ্যুদয়ৰ মাজত। আদিম বৌদ্ধ ধৰ্মযো ঘোষণা কৰিলে যে সংসাৰত স্থায়ী বস্তু একো নাই, সকলো ক্ষণে ক্ষণে পৰিৱৰ্তিত হয়। অবিচ্ছিন্ন পৰিবৰ্তনেই প্ৰকৃতিৰ নিয়ম। বিভিন্ন জনজাতিক দমন কৰি সেই সময়ত উত্তৰ ভাৰতত ৰাজকীয় ৰাষ্ট্ৰৰ উদ্ভৱ হ'ব ধৰিছিল। মাৰ্ক্সীয় দ্বন্দ্বনীতিৰ উৎস হে'গে'লৰ দৰ্শন বুলি সকলোৱে জানে। হে'গে'লো ফৰাচী বিপ্লৱৰ ব্যাপক প্ৰভাৱৰ মাজত বুৰ্জোৱা সমাজ আৰু ৰাষ্ট্ৰৰ উদ্ভৱ সম্পৰ্কে সজাগ আছিল। অধিক কিডিয়ে'জগে'ন নামৰ এজন নিজ চেষ্টাতে শিক্ষালাভ কৰা শ্ৰমিকেও বস্তুবাদী দ্বন্দ্বনীতি প্ৰায় স্বাধীনভাবেই মাৰ্ক্স আৰু এংগলছৰ সমান্তৰালভাবে আবিষ্কাৰ কৰিছিল। চীনৰ মাৰ্ক্সবাদী তাত্ত্বিক মাওছেতুঙৰ জন্ম বৰ্দ্ধিষ্ণু কৃষক পৰিবাৰত। অৰ্থাৎ শ্ৰেণীদ্বন্দ্ব আৰু সামাজিক পৰিবৰ্তনৰ লগত মাৰ্ক্সীয় দ্বন্দ্বাত্মক চিন্তাৰ বিকাশ অংগাংগীভাবে জড়িত।

ভাৰততো শ্ৰমিক শ্ৰেণীৰ উদ্ভৱ আৰু বিকাশৰ লগত মাৰ্ক্সবাদৰ বিকাশ জড়িত। বোম্বে'ত যন্ত্ৰশিল্প আৰু শ্ৰমিক শ্ৰেণীৰ প্ৰসাৰ লাভ আছিল উল্লেখযোগ্য। ১৯২০ চনত চোলাপুৰৰ ১৪০,০০০ বাসিন্দাৰ ৫০,০০০ জনেই আছিল শ্ৰমিক। ১৯০২ চনত ভাৰতৰ কাৰখানা-

বোৰত দৈনিক ৫৪১,৬৩৪ জন শ্ৰমিক নিযুক্ত হৈছিল। ১৯২২ চনত সেই সংখ্যা বাঢ়ি হৈছিলগৈ ১,৩৬১,০০২ জন। ১৯২০ চনত লালা লাজপৎ ৰায়ৰ সভাপতিত্বত Indian Trade Union Congressৰ উদ্বোধনী অধিবেশন বহিছিল। ১৯২৪ চনতে ডাংগেৰ সম্পাদনাত Socialist নামৰ কাকত ওলাবলৈ ধৰে বোম্বে'ৰ পৰা। ১৯২৪ তে ডাংগে, শ্বৌকট ওচ মানি, মুজাফৰ আহমদ আৰু নলিনী গুপ্ত প্ৰমুখ্যে কমিউনিষ্ট নেতাৰ বিৰুদ্ধে বিখ্যাত কানপুৰ ষড়যন্ত্ৰৰ মোকৰ্দমা লগাই দিয়া হয়। প্ৰধান অভিযোগ ৰাজদ্ৰোহ।

ভাৰতৰ নিঃস্ব কৃষকজনতা আৰু শ্ৰমিক জনগণৰ মাজত শোষণ আৰু অন্যায়ৰ বিৰুদ্ধে যেতিয়া জাগৰণ আহিছিল, তেতিয়া প্ৰথম মহাযুদ্ধই হেজাৰ হেজাৰ গাঁৱলীয়া ভাৰতীয় ডেকাক চিপাহীৰ ৰূপত পৃথিবীৰ ইপিনে সিপিনে চিটিকাই পঠালে। তেওঁলোক নতুন দেশ, নতুন অভিজ্ঞতা, নতুন ভাৱধাৰাৰ প্ৰভাৱত পৰিল। সেই ভাৱধাৰা তেওঁলোকে ভাৰতৰ গাঁৱে ভূঞে লৈ আহিল। ১৯১৭ চনত ৰুছ বিপ্লৱেও এওঁলোকৰ প্ৰাণত অভিনৱ স্পন্দন সৃষ্টি কৰিলে। ৰুছ বিপ্লৱ যে খাটি খোৱা জনতাৰ বিপ্লৱ, বুজিবলৈ বিস্তৃত অধ্যয়ন বা তাত্ত্বিক জ্ঞানৰ প্ৰয়োজন নাছিল।

কিন্তু ভাৰতৰ পৰিস্থিতি শিল্পোন্নত দেশবোৰৰদৰে নাছিল। ভাৰত আছিল এখন অৰ্ধসামন্তবাদী ঔপনিবেশিক (colonial) দেশ। বৃটিছ সাম্ৰাজ্যবাদৰ কবলৰপৰা মুক্তিয়েই আছিল সেই সময়ত ভাৰতৰ সমগ্ৰ জনগণৰ সমুখত কেন্দ্ৰীয় লক্ষ্য। অন্যান্য পৰাধীন দেশৰদৰে ভাৰততো মধ্যবিত্ত আৰু নিম্নমধ্যবিত্ত বুদ্ধিজীৱীবৃন্দই পৰাধীনতাৰ অৱসান বিচাৰি ঔপনিবেশিক ৰাষ্ট্ৰৰ বিৰুদ্ধে সংগ্ৰামত অৱতীৰ্ণ হৈছিল। দেশীয় বুৰ্জোৱাৰ আপোচমুখিতা তেওঁলোকৰ পছন্দ নাছিল, সংগ্ৰাম আৰু মুক্তিৰ বাস্তৱসন্মত, বৈজ্ঞানিক পথ বিচাৰি এওঁলোকৰ এচামে মাৰ্ক্সবাদ গ্ৰহণ কৰিছিল। আৰু এওঁলোকে শ্ৰমিক-কৃষকক সংগঠিত কৰি বিদেশী শোষক আৰু স্বদেশী শ্ৰেণী শত্ৰুৰ কবলৰপৰা স্বদেশক মুক্ত কৰিবলৈ সংকল্প কৰিছিল। এনে ঘটনাত অৱশ্যে নতুনত্ব নাই। চি পি ফিজ্জে'ৰাল্ড (C P Fitzgerald, Birth of Communist China, Pelican) প্ৰভৃতি অ-মাৰ্ক্সবাদী পণ্ডিতেও মধ্যবিত্ত বুদ্ধিজীৱী আৰু কৃষক জনগণৰ সংযোগতে চীনা বিপ্লৱৰ শক্তিৰ উৎস বিচাৰি পাইছে।

কোনো কোনোৱে অভিযোগ কৰে, ক্ষমতালোভী আৰু স্বাৰ্থপৰ নিম্নমধ্যবিত্তই ক্ষমতালিপ্সাতে মত্ত হৈ মাৰ্ক্সবাদী দৰ্শন গ্ৰহণ কৰিছিল। কথাটো গোকাট মিছা। আনকি কমিউনিষ্ট-বিদ্বেষী মিনু মাছানিয়েও তেওঁৰ The Communist Party of India, a Short Historyত ( Bombay, 1967 ) স্বীকাৰ কৰিছে যে শান্তি, সাম্য আৰু সামাজিক ন্যায়ৰ আশাৰে আত্মপ্ৰকাশ কৰা ৰুছ বিপ্লৱৰ আদৰ্শবাদেই ভাৰতত সাম্যবাদৰ বতৰা কঢ়িয়াই লৈ আনিছিল। আদৰ্শৰ প্ৰেৰণাই আছিল সাম্যবাদী আন্দোলনৰ প্ৰধান উপাদান ( পৃ° ৮ )। আনকি একনিষ্ঠ কংগ্ৰেছকৰ্মী অহিংসাৰ পৰমভক্ত তৈয়বউল্লা চাহাবেও তেওঁৰ 'কাৰাগাৰৰ চিঠি'ত ৰুছ সমাজতন্ত্ৰৰ আদৰ্শক স্বাগতম জনাইছে ( যেনে ১০৪—১০৮ পৃ° )। সেয়ে কেৱল শক্তিৰ লোভতে অসম বা ভাৰতৰ মধ্যবিত্ত মাৰ্ক্সবাদ আৰু ৰুছিয়াৰ প্ৰতি আকৃষ্ট হোৱা বুলিলে ভুল হ'ব। কিন্তু মধ্যবিত্ত আৰু নিম্নমধ্যবিত্ত নেতৃত্বই যে বহুসময়ত মাৰ্ক্সবাদী দলবোৰক পথভ্ৰষ্ট কৰিছে, মাৰ্ক্সবাদী আদৰ্শকো বিকৃত কৰিছে তাৰ প্ৰচুৰ প্ৰমাণ আনকি কমিউনিষ্ট পাৰ্টি-বোৰৰ নিজা দলিলৰ স্বীকাৰোক্তিৰপৰাই সহজে দিব পাৰি। যি সামাজিক পৰিবৰ্তনে দ্বন্দ্বাত্মক চিন্তাৰ জন্ম দিলে তাক অনিবাৰ্য আৰু অন্তৰ্নিহিত পৰিণতিলৈ যাবলৈ নিদি মাজতে মধ্যবিত্ত বা বুৰ্জোৱা শ্ৰেণীৰ প্ৰতিপত্তিতে সেই পৰিবৰ্তন শেষ কৰিবলৈ বিচাৰিলে দ্বন্দ্বাত্মক চিন্তাৰ খোলাটোহে থাকিব, শাহটো নাথাকে। বাস্তৱিকতে বাৰে বাৰে সেয়ে হৈছে। দ্বন্দ্বাত্মক ( dailectical ) চিন্তাৰ ঠাই লৈছে আধিভৌতিক ( metaphysical ) চিন্তাই। কিন্তু শোষিত মুক্তিকামী মানুহৰ সংগ্ৰাম যিহেতু ভাৰতত শেষ হৈ যোৱা নাই, সমাজবাদ প্ৰতিষ্ঠা অবিহনে শেষ হ'ব নোৱাৰে, তেনে নকল দ্বন্দ্বাত্মক চিন্তাৰ অবসানো অৱধাৰিত।

## গান্ধীবাদৰ প্ৰত্যাহ্বান

প্ৰথমৰেপৰা ভাৰতত মাৰ্ক্সবাদৰ প্ৰধান প্ৰতিদ্বন্দ্বী হিচাপে গান্ধীবাদ অৱতীৰ্ণ হৈছে। মাৰ্ক্সবাদ বাৰে বাৰে পৰাজিত হৈছে গান্ধীবাদৰ হাতত। এসময়ত মই নিজে কথাটোৰ কাৰণ ভালদৰে বুজা নাছিলোঁ। ১৯৭৩ চনত নেশ্বনেল বুক ট্ৰাষ্টে প্ৰকাশ কৰা নৱকান্ত

বৰুৱাৰ "কপিলীপৰীয়া সাধু"ৰ পাতনিত (যি পাতনি মোৰ প্ৰবল আপত্তি সত্ত্বেও মাৰাত্মক বৰ্ণাশুদ্ধিসহ প্ৰকাশ কৰা হৈছে।) মই লিখিছিলোঁ যে গান্ধীজীয়ে ভাৰতৰ "মূক-বধিৰ" কৃষক জনগণক জাগ্ৰত আৰু জীৱন্ত কৰা সময়ত ভাৰতৰ সাম্যবাদীসকলে নিম্নমধ্যবিত্ত আৰু এমুঠি শ্ৰমিকক লৈ ব্যস্ত আছিল। সেয়ে স্বাধীনতা সংগ্ৰামত সাম্যবাদী সকলে বিশেষ কোনো প্ৰভাৱ পেলাব নোৱাৰিলে। আজি উপলব্ধি কৰিছোঁ যে মোৰ সেই ধাৰণা ভুল আছিল।

এটা কথা সাধাৰণতে আমি লক্ষ্য নকৰোঁ। স্বাধীনতা আৰু স্বৰাজ সম্পৰ্কে গান্ধীজীৰ কোনো এটা ধাৰণাই স্বাধীন ভাৰতত প্ৰতিষ্ঠা হোৱা নাই। গাঁৱৰ কৃষক জনগণৰ মাজতো গান্ধীজীয়ে বহু চিন্তা আৰু দৰদেৰে ৰচনা কৰি থৈ যোৱা গ্ৰাম স্বৰাজৰ আঁচনিবোৰ ৰূপায়িত কৰা হোৱা নাই। কাৰণ আন একো নহয়, গান্ধীজীৰ "উত্তৰাধিকাৰী" ভাৰতীয় বুৰ্জোৱা সেইবোৰ কথাত মুঠেই আগ্ৰহশীল নহয়। তেনে নিৰ্দোষ বাতুলতাত মজি থাকিবলৈ গান্ধীজীক জীৱনকালত তেওঁলোকে যথেষ্ট সুযোগ দিছিল। কিন্তু গান্ধীজীৰ ব্যৱহাৰ আৰু উপযোগিতা তেওঁলোকৰ বাবে আছিল বেলেগ। ভাৰতৰ কোটি-কোটি শোষিত আৰু নিৰ্যাতিত জনতাই যাতে কোনো প্ৰকাৰে হিংসাত্মক পথেৰে শোষণৰ বিৰুদ্ধে সংগ্ৰাম নকৰে, সেই উদ্দেশ্যেই মহাত্মাৰ ধৰ্মীয় আৰু নৈতিক কাৰ্যপন্থা তেওঁলোকে জনসমাজত প্ৰচাৰ কৰিছিল। বৃটিছ ঔপনিবেশিক শাসকসকলেও চূড়ান্ত বিপদৰ সময়ত মহাত্মাৰ এই 'মাহাত্ম্য'ৰ ফলত নিৰাপদে সাৰি যাব পাৰিছিল। সেয়ে মহাত্মাৰ দেৱতুল্য চৰিত্ৰ, তেওঁৰ নৈতিক মাহাত্ম্য, তেওঁৰ অলৌকিক পবিত্ৰতাৰ প্ৰশংসা আৰু প্ৰচাৰ বৃটিছ শাসকবৃন্দয়ো কৰিছিল। ভাৰতীয় বুৰ্জোৱা আৰু হ'ব খোজা বুৰ্জোৱাযো কাকতে-পত্ৰই, গীতে-নাটে, কবিতাই-বক্তৃতাই গান্ধীজীৰ এই সত্যযুগীয়া মহিমা প্ৰচাৰ কৰি এক বিশেষ বাতাৱৰণ সৃষ্টি কৰিছিল। গান্ধীজীয়েও বাৰে বাৰে অত্যন্ত উৎকণ্ঠাৰে ভাৰতৰ বৰলাট আৰু অন্যান্য শাসকলৈ চিঠি-পত্ৰৰ যোগেদি স্পষ্টভাষাত নিজৰ এই ভূমিকাত আলোকপাত কৰিছিল। ভূমিকাটো হ'ল হিংসাক পুলিয়ে-পোখাই উভালি তাৰ ঠাইত নৈতিক আলোচনা আৰু ন্যায়সম্মত দৰ কছাকছি (bargaining) ৰোপন কৰা। এনে দৰ কছাকছি নকৰিলে অনশন, "জেল ভৰো", নিৰস্ত্ৰভাৱে পুলিচৰ মাৰ খোৱা প্ৰভৃতি মাৰাত্মক

নৈতিক পন্থাত কৃষক জনগণক মতলীয়া কৰি এটা এনে হুলস্থুলৰ জন্ম দিয়া হৈছিল, যে বৃটিছ শাসকবৃন্দই আলোচনাত বহিবলৈ বাধ্য হৈছিল। আলোচনাৰ ফলাফলে অৱশ্যে কৃষক জনগণতকৈ ঢেৰ বেছি উপকাৰ সাধিছিল ভাৰতীয় বুৰ্জোৱাৰ।

১৯২০ চনতে মস্কোত বহা কমিণ্টাৰ্ণৰ প্ৰথম অধিবেশনত গৃহীত কাৰ্যসূচীয়ে গান্ধীবাদৰ এই ভূমিকা নিৰ্ভুলভাবে নিৰ্ণয় কৰিছিল .

"Tendencies like Gandhism in India, thoroughly imbued with religious conceptions, idealize the most backward and economically most reactionary forms of social life, see the solution of the social problem not in proletarian socialism, but in a reversion to these backward forms, preach passivity Gandhism is more and more becoming an ideology directed against mass revolution It must be strongly combated by Communism"

[ ভাৰতত গান্ধীবাদৰদৰে প্ৰৱণতাসমূহে ধৰ্মীয় ভাবধাৰাত গভীৰভাবে নিমজ্জিত হৈ সামাজিক জীৱনৰ সকলোত কৈ পিছপৰা আৰু অৰ্থ-নৈতিকভাবে সকলোতকৈ প্ৰতিক্ৰিয়াশীল ৰূপবোৰৰ জয়গান কৰিছে আৰু সামাজিক সমস্যাৰ সমাধান সৰ্বহাৰাৰ সমাজতন্ত্ৰত নিবিচাৰি, বিচাৰিছে পিছপৰা ৰূপবোৰলৈ প্ৰত্যাবৰ্তনত। ইহঁতে নিষ্ক্ৰিয়তাকে প্ৰচাৰ কৰিছে। ক্ৰমে গান্ধীবাদ গণবিপ্লৱৰ বিৰোধী মতাদৰ্শত পৰিণত হৈছে। সাম্যবাদে তাৰ লগত প্ৰবল সংগ্ৰাম চলাব লাগিব। ]

গান্ধীবাদৰ লগত সাম্যবাদৰ মুকলি আৰু ন্যায়সম্মত প্ৰতিযোগিতা হোৱা নাছিল। এই ক্ষেত্ৰত গান্ধীবাদৰ সপক্ষে আছিল বৃটিছ চৰকাৰ, ক্ৰমে শক্তিশালী হৈ উঠা ভাৰতীয় বুৰ্জোৱা, অগণন মধ্যবিত্ত, আৰু অতি গভীৰলৈ শিপাই থকা হিন্দু ধৰ্মৰ প্ৰভাৱ। সাম্যবাদীসকলক এই ক্ষেত্ৰত মুকলিকৈ প্ৰচাৰ কৰাৰ সুযোগ দিয়াই হোৱা নাছিল। ১৯৫১ চনলৈ বেছিভাগ সময়তে কমিউনিষ্ট পাৰ্টি আছিল বে-আইনী, পুলিচৰ চকুৰ কুটা দাঁতৰ শাল, জেল-হাজোতৰ ঘনিষ্ঠ। কাকতে পত্ৰই তেওঁলোকৰ সম্পৰ্কে অনবৰত কুৎসিত অপপ্ৰচাৰেই চলিছিল। প্ৰতিদ্বন্দ্বিতাটো আছিল নিতান্তই অসমান। কিন্তু এই কথাও নামানি উপায় নাই যে

তেওঁলোকে নিজৰ দোষতে সেই শ্বাসৰুদ্ধকৰ পৰিস্থিতিৰপৰা উদ্ধাৰ নাপালে। ভাৰতৰ অধিকাংশ মানুহে মাৰ্ক্সবাদী তথা সাম্যবাদীসকলৰ ত্যাগস্বীকাৰ, আদৰ্শ নিষ্ঠা আৰু বৌদ্ধিক অগ্ৰসৰতা মানি ল'লেও যেন পেটে পেটে সন্দেহ কৰে যে তেওঁলোক সম্পূৰ্ণ "আপোন" মানুহ নহয়। তেওঁলোক যেন বিদেশী ভাবধাৰা আৰু দৃষ্টিকোণত বেছিত অভ্যস্ত। এইবাবেই আজিও সামান্য চেলুতে প্ৰতিক্ৰিয়াশীল মহলে সাম্যবাদী-সকলক "বিদেশীৰ দালাল" বুলি প্ৰমাণ কৰিবলৈ সুযোগ পায়।

ৰিচাৰ্ড এট্‌নবৰ'ৰ "গান্ধী" কথাছবিখন চাবৰ সময়ত এক অবিস্মৰণীয় অভিজ্ঞতা হৈছিল। চৌৰি চৌৰাৰ ঘটনা সম্পৰ্কে কথাছবিখনত কিছু কথা আছিল। অহিংসাৰ প্ৰবক্তা হিচাবে গান্ধীজীৰ ভূমিকা দেখুৱাবলৈ হ'লে চৌৰিচৌৰাৰ প্ৰসংগ নানিলেই নহয়। নিৰস্ত্ৰ আৰু অহিংস স্বেচ্ছাসেৱক সকলৰ ওপৰত পুলিচৰ নিৰ্দয় আৰু অমানুষিক অত্যাচাৰ দেখুৱা হ'ল। গুলীচালনা পৰ্যন্ত দেখুৱা হ'ল। সভাগৃহ ভৰা মানুহে উশাহ নিশাহ বন্ধ কৰি চাই আছে। তাৰ পিছত দেখা গ'ল নিৰস্ত্ৰ জনতাৰ দুই চাৰিজনে উভতি শিল দলিয়াব ধৰিছে, আৰু ক্ৰমে আন বহুতে তাত যোগ দিছে। দৰ্শকমণ্ডলীৰ মাজত এইবাৰ উত্তেজনা আৰু উৎসাহৰ গুঞ্জন শুনা গ'ল। অৱশেষত ক্ৰুদ্ধ জনতাই খেদি গৈ অত্যাচাৰী পুলিচৰ দলটোক থানাত সুমুৱাই জুই লগাই দিলে। লগে লগে সমগ্ৰ হলৰপৰাই উৎসাহৰ কিৰিলি, প্ৰশংসাৰ হাতচাপৰি আৰু "চাবাচ—চাবাচ" জাতীয় ধ্বনি বহুপৰ ধৰি শুনা গ'ল। অন্যায়—অত্যাচাৰৰ বিৰুদ্ধে জনতাৰ স্বাভাৱিক প্ৰতিক্ৰিয়া এনেকুৱাই। অলপ পাছতে চিনেমাৰ পৰ্দাত যেতিয়া মহাত্মাজীৰ চিন্তাকুল মুখমণ্ডল দেখা গ'ল, যেতিয়া তেওঁ হিংসাৰ এই পাপস্পৰ্শৰপৰা জনতাক উদ্ধাৰ কৰিবলৈ সমগ্ৰ আন্দোলনটোকে প্ৰত্যাহাৰ কৰিলে, দৰ্শকমণ্ডলী হতভম্ব আৰু বিভ্ৰান্ত হৈ পৰিল। মহাত্মাজীৰ ঐশ্বৰিক লীলা বুলিয়েই ১৯৮৩ চনত গুৱাহাটীৰ সেই দৰ্শকমণ্ডলীয়ে ঘটনাটো হজম কৰিলে। ষাঠি বছৰ আগতে ভাৰতীয় জনতায়ো নিশ্চয় একে ধৰণেই সেই অমানবীয় নৈতিকতাৰ চাবুক হজম কৰিছিল।

চৌৰি চৌৰাৰ মোকৰ্দমাৰ ৰায়ত ১৯ জনক মৃত্যুদণ্ড দিয়া হ'ল, ১৪ জনক যাবজ্জীৱন নিৰ্বাসন দিয়া হ'ল আৰু ‵৯ জনক সশ্ৰম কাৰাদণ্ড দিয়া হ'ল। তেওঁলোকৰ সৰহভাগেই আছিল খেতিয়ক। তেওঁলোকক

ৰক্ষা কৰিবলৈ গান্ধীজীৰ নিৰ্দেশত কংগ্ৰেছ নেতৃত্বই কোনো চেষ্টাকে নকৰিলে। আনকি একে সময়তে আন আন ঠাইত কাৰাৰুদ্ধ হোৱা ১৫০০০ কাৰাবন্দীৰ মুক্তিৰ বাবেও কোনো চেষ্টা কৰা নহ'ল। পাপৰ প্ৰায়শ্চিত্ত হেনো!

চৌৰি চৌৰাত পুলিচৰ অত্যাচাৰৰ পিছত চৰকাৰী নিৰ্দেশৰ উপৰিও স্থানীয় ব্যৱসায়ীবিলাকৰ উচটনি আছিল। অসহযোগৰ প্ৰেৰণাত গাঁৱে ভুঞে কৃষকজনতাই সংগঠন গঢ়ি তুলিছিল, ক'ৰ্ট-কাছাৰিলৈ নোযোৱাকৈ নিজৰ ভিতৰৰ বিবাদ নিষ্পত্তি কৰিবলৈ লৈছিল, মদ ভাঙৰ চৰকাৰী দোকানত পিকেটিং কৰিছিল। সকলোতকৈ গুৰুতৰ কথা, ব্যৱসায়ীবিলাকৰ লুণ্ঠনৰ বিৰুদ্ধে আৰু বয়-বস্তুৰ মূল্য-কমাবলৈ সম্মিলিত-ভাৱে প্ৰতিবাদ আৰু প্ৰতিৰোধ চলাইছিল। এই কথাটোৱেই চৌৰি-চৌৰাৰ আটাইতকৈ ডাঙৰ অপৰাধ আছিল। পুলিচৰ অত্যাচাৰৰ প্ৰধান কাৰণো আছিল এয়ে। অহিংসাৰ দিগ্বিজয়ৰ কাৰণ আছিল ঔপনিবেশিক প্ৰশাসন আৰু দেশীয় শোষক শ্ৰেণীসমূহৰ পৰোক্ষ আৰু প্ৰত্যক্ষ সমৰ্থন।

জধেমধে, অপৰিকল্পিতভাৱে, যথোচিত ভিত্তি গঢ়ি নোতোলাকৈ হিংসাৰ প্ৰয়োগ কৰিবলৈ গ'লে পৰাজয় আৰু বিপৰ্যয় অনিবাৰ্য। কাৰণ শোষক শ্ৰেণীসমূহৰ সা-সুবিধা আৰু ক্ষমতা ৰক্ষাৰ বাবে ৰাষ্ট্ৰই প্ৰচণ্ড আৰু নৃশংস প্ৰতিহিংসা প্ৰয়োগ কৰিবলৈ কেতিয়াও কুণ্ঠাবোধ নকৰে। কিন্তু হিংসাৰ প্ৰয়োগ কেতিয়াও কৰা নহ'ব নাইবা ইমান দূৰ ভৱিষ্যতত কৰা হ'ব যে এতিয়া সেই বিষয়ে ভবাচিন্তা কৰাৰ কোনো প্ৰয়োজনেই নাই—এনে মানসিকতাৰপৰা কেৱল শাসক শ্ৰেণীৰ আধিপত্যহে সুদৃঢ় হ'ব পাৰে। প্ৰকৃতপক্ষে হৈছেও সেইটোৱেই। প্ৰতিষ্ঠিত সাম্যবাদী দলবোৰ জ্ঞাতসাৰে বা অজ্ঞাতসাৰে শাসক শ্ৰেণীৰ চৰকাৰটোৰে অংগীভূত হৈ পৰিছে, নাইবা তাৰ প্ৰভাৱত পৰিছে। আনহাতে হিংসাৰ প্ৰতি ৰোমাণ্টিক আকৰ্ষণত মন্ত্ৰমুগ্ধ মধ্যবিত্ত চৰমপন্থী দলবোৰৰ হিংসা শাসক শ্ৰেণীৰ প্ৰবল প্ৰতিহিংসাই বাৰে বাৰে ছত্ৰভংগ কৰিছে।

হিংসা অহিংসাৰ প্ৰশ্নটো চৰমপন্থী স্বদেশী বিপ্লৱীসকলৰ দিনত কৌশলগত প্ৰশ্ন হৈ আছিল। সংসদ-নিৰ্বাচন আবেদন-নিবেদন জাতীয় দাবী প্ৰতিষ্ঠাৰ বাবে বেছি কাৰ্যকৰী নে অস্ত্ৰৰ প্ৰয়োগ বেছি কাৰ্যকৰী, মুঠতে দেশ প্ৰেমিকসকলৰ বাবে ১৯১৮ চন মানলৈ সেইটো আছিল গুৰুত্বপূৰ্ণ

কৌশলগত প্ৰশ্ন। বহু নিৰ্যাতন সহ্য কৰা আৰু চৰমপন্থীবিলাকৰ লগত জড়িত বালগঙ্গাধৰ তিলকেও পূৰ্ণ স্বাধীনতাৰ আহ্বান দিয়া নাছিল। কিন্তু প্ৰথম মহাযুদ্ধৰ পিছত কছ বিপ্লৱৰ প্ৰতিধ্বনি কেউপিনে বিয়পি যোৱাৰ পিছত, ভাৰতত ৰাজনীতিৰ চৰিত্ৰ সলনি হ'ল। অগণন কৃষক বহু শতাব্দীৰ নিদ্ৰাৰপৰা সাৰ পাই উঠিল। ৰাজনীতিৰ মঞ্চৰ মাজমজিয়াত ঠিয় হ'লহি। উত্তাল অসহযোগ আন্দোলনে বৃটিছ চৰকাৰ আৰু কংগ্ৰেছ নেতাসকলক সচকিত কৰি জনাই দিলে যে ভাৰতক বিদেশীৰ কবলৰপৰা মুক্ত কৰিব পৰা শক্তিৰ আবিৰ্ভাৱ হৈছে। অৱশ্যে কছিয়া, চীন বা ভিয়েটনামত ঘটাৰদৰে বীৰত্বপূৰ্ণ জনযুদ্ধৰ বাহিৰে শ্ৰমজীৱী জনগণে দেশক স্বাধীন কৰা আৰু স্বাধীন ৰখাৰ কোনো উপায় নাই। সেয়ে হিংসাৰ প্ৰশ্নটো কৃষকৰ জাগৰণৰ লগে লগে ইমান গুৰুত্বপূৰ্ণ হৈ উঠিল। সশস্ত্ৰ কৃষকৰ প্ৰেৰণা, শক্তি, সাহস আগত প্ৰতাপী বৃটিছ সিংহযো নেগুৰ মোটোকাই দৌৰ মৰাটো সুনিশ্চিত আছিল।

হিংসাৰ প্ৰয়োগৰ উদ্দেশ্য ইয়াত বৰ্বৰতা নহয়, বৰ্বৰতাৰ বিলোপ সাধন হে। কিন্তু সকলো শ্ৰেণীবিভক্ত সমাজতে—শাসক শ্ৰেণীৰ ৰাষ্ট্ৰই জনসাধাৰণক হিংসাৰপৰা বিৰত ৰাখিবলৈ চেষ্টাৰ ত্ৰুটি নকৰে। মৌৰ্য-সাম্ৰাজ্যৰ দিনতে কৌটিল্যই দিয়া সাক্ষ্যপ্ৰমাণ অনুযায়ী ভাৰতৰ গ্ৰামবাসী জনগণৰ অস্ত্ৰধাৰণৰ অধিকাৰ ৰহিত কৰা হ'ল। তাৰ পাছত আৰম্ভ হ'ল বিভিন্ন ধৰ্মীয় আৰু নৈতিক অভিসন্ধি। জাতিভেদৰ বৈষম্য গভীৰ আৰু কঠোৰ কৰি জনসংহতিৰ বাট বন্ধ কৰা হ'ল। অদৃষ্ট আৰু কৰ্মফলৰ প্ৰভাৱ বুলি সকলো অন্যায়—অবিচাৰ সহিবলৈ শোষিত-নিপীড়িতক শিক্ষা দিয়া হ'ল। আনকি তেওঁলোকৰ মনত প্ৰোথিত কৰা হ'ল গভীৰ হীনমন্যতা বোধ। সকলো ধৰণৰ স্বাভিমান, স্বাধিকাৰবোধক অহঙ্কাৰ বুলি খৰ্ব কৰিবলৈ বিচৰা হ'ল। আনকি বৈষ্ণৱ ভক্তি আন্দোলনে তাৰ প্ৰবলতা সত্ত্বেও এই পৰিস্থিতিৰ উন্নতি নঘটালে।

কলিযুগৰ অনুগ্ৰহত এইদৰে সত্যযুগতে জাপি দিয়া ধৰ্মীয় নৈতিকতা ক্ষয় হ'ব ধৰিছিল। বৃটিছ আমোলত কলিৰ মাহাত্ম্য বাঢ়িলত ন-ন অভিজ্ঞতাৰ পৰিণতিস্বৰূপে কৃষক জনগণৰো ধৰ্মৰ প্ৰতি অচলা নিষ্ঠাত অলপ লৰচৰ হ'বলৈ ধৰিছিল। এনে সন্ধিক্ষণতে অৱতাৰী পুৰুষ মহাত্মাজীৰ আবিৰ্ভাৱ হোৱাত কলিয়ে পুনৰ মাৰ খালে আৰু জমিদাৰ আৰু বৃহৎ ব্যৱসায়ীৰ "ধৰ্ম" পুনঃসংস্থাপন কৰা সত্যযুগৰ প্ৰবৰ্তন হ'ল।

কৃষক জনতাৰ হাতত অস্ত্ৰ পৰিলে, অন্যায় ব্যৱস্থাৰ অৱসানত বলপ্ৰয়োগ কৰা উচিত বুলি কৃষকে ভাবিবলৈ ল'লে, কেৱল বৃটিছ প্ৰশাসনৰে আছুকাল নহয়। লগে লগে সেই ব্যৱস্থাৰ লগত এখন হাত মিলাই থকা জমিদাৰ—মহাজন সকলৰো বিপদ অনিবাৰ্য। সেয়ে হাত-মূৰ জোকাৰি ৰামধুন গোৱাৰ নিছাত তেওঁলোকক মতলীয়া কৰা হ'ল। তেতিয়াৰ পৰা "সবকো সদ্‌মতি দে ভগৱান" বুলি কৃষকসকলে আটাহ পাৰি আছে। কিন্তু জমিদাৰ—ব্যৱসায়ীৰ সদমতি হোৱাৰ লক্ষণ এতিয়াও ফুটি নুঠিল। অৱশ্যে এইবোৰ শ্ৰেণীৰ অহিংসা প্ৰীতি আজিও প্ৰবল।

গান্ধীজী অপেক্ষাকৃত অনুন্নত পৰিৱৰ্তনৰ চঞ্চলতা নথকা অঞ্চলত ডাঙৰ হৈছিল। সেয়ে ভাৰতৰ কৃষক জনগণৰ ধৰ্মান্ধ মানসিকতা কলিকতা আদি চহৰৰ বাবুসকলতকৈ তেওঁ ভালদৰে বুজিছিল। তেওঁ যেতিয়া "ৰামৰাজ্য"ৰ কথা উলিয়ালে কৃষক জনতা মন্ত্ৰমুগ্ধ হৈ পৰিল। বিহাৰৰ ভূমিকম্পক যেতিয়া তেওঁ ভাৰতীয় ৰাইজৰ পাপৰ বিৰুদ্ধে ভগৱানৰ সাৱধান বাণী বুলি অভিহিত কৰিলে, তেতিয়া জৱাহৰলাল নেহৰুৰ মূৰ ঘূৰি গ'লেও সাধাৰণ কৃষকে সহজ ভক্তিৰেই কথাটো গ্ৰহণ কৰিলে।

ঔপনিবেশিক আমোলত ক্ৰমবৰ্ধমান দাৰিদ্ৰ্যৰ মাজতো গ্ৰামাঞ্চলত পৰিবৰ্তন তথা আধুনিকতাৰ নতুন কোনো উপাদানে খোপনি ল'ব পৰা নাছিল। সেয়ে ব্যাপক কৃষি সংগ্ৰামৰ বাহিৰে গ্ৰামাঞ্চলত নতুন সমাজ প্ৰতিষ্ঠাৰ কোনো বাস্তৱসম্মত উপায় নাছিল। কিন্তু এই কাৰ্যতে গান্ধীজীৰ অহিংসাই বিধি পথালি দিলে। অথচ মাৰ্ক্সবাদীসকলেও শ্ৰেণী সংগ্ৰামত কৃষকসকলক আসক্ত কৰিব নোৱাৰিলে। তাৰ কাৰণ আমি পিছত আলোচনা কৰিব লাগিব।

অথচ গান্ধীজীৰ ধৰ্মীয় আন্দোলনত কৃষক জনগণৰ দুখ-কষ্টৰ প্ৰতি প্ৰকৃত আন্তৰিক সমবেদনা আছিল। যেনেকৈ টলষ্টয়ৰ মনত ৰুছ খেতিয়কসকলৰ দুৰ্দশাৰ প্ৰতি সহানুভূতি আছিল। হিন্দু ধৰ্মকো ঘঁহি-মাজি কিছু নতুন ৰূপ দিয়াত তেওঁ উৎসাহী আছিল। অস্পৃশ্যতাবিহীন জাতিভেদৰ বাবে তেওঁ অহোপুৰুষাৰ্থ কৰিছিল। যিবোৰ গঠনমূলক আঁচনি তেওঁ ভাবি উলিয়াইছিল হেজাৰ হেজাৰ লোকক ওৰে জীৱন উৎসৰ্গিত হৃদয়েৰে আৰু ঐকান্তিক নিষ্ঠাৰে সেইবোৰ ৰূপায়িত কৰি

জনগণৰ দুখ লাঘৱৰ চেষ্টা কৰিবলৈ তেওঁ অনুপ্ৰাণিত কৰিব পাৰিছিল। গান্ধীজীৰ অনুগামী স্বেচ্ছাসেৱকসকলৰ আদৰ্শনিষ্ঠা আৰু আন্তৰিকতা তেওঁৰ শ্ৰেষ্ঠ কীৰ্তিবোৰৰ অন্যতম। কিন্তু এই কীৰ্তি জনসাধাৰণৰ কোনো কামত নাহিল।

এই ব্যৰ্থতাও শ্ৰেণীগত আত্ম-সম্মোহনৰ পৰিণাম। একে সময়তে ভাৰতীয় কংগ্ৰেছৰ নেতৃত্বই নৱবিকশিত শ্ৰমিক শ্ৰেণীকো সংগঠিত কৰিবলৈ বিচাৰিছিল। ১৯২৩ চনৰ ২৬ আৰু ২৭ মাৰ্চত All India Trades Union Congress-ৰ তৃতীয় অধিবেশন বহে। সভাপতিৰ আসনত দেশবন্ধু চিত্তৰঞ্জন দাস। সভাপতিৰ ভাষণত তেওঁ উল্লেখ কৰিলে যে কৃষককে ধৰি ভাৰতৰ শ্ৰমজীৱী জনগণ দেশৰ জনসংখ্যাৰ শতকৰা ৯৮ ভাগ। অথচ স্বাধীনতা সংগ্ৰাম চলাই আছে নগৰ বাসী শতকৰা ২ ভাগ জনসংখ্যাই। সেয়ে তেওঁ দাবী কৰিলে "জনগণৰ বাবে স্বৰাজ" ( Swaraj for the masses )। তেওঁ অভিভাষণ শেষ কৰিলে, মাৰ্ক্স এংগেলছৰ "কমিউনিষ্ট মেনিফেষ্টো"ৰত শ্লোগানৰ প্ৰতিধ্বনি কৰি

"দুনিয়াৰ মজদুৰ, এক হোৱা, তোমালোকৰ হেৰুৱাবলৈ বাকী মাথো তোমালোকৰ শিকলিবোৰ।"

অথচ একে অভিভাষণতে চিত্তৰঞ্জনে ক'লে যে, ব্যক্তিগত সম্পত্তিৰ-পৰা বিপদ নাই, ব্যক্তিগত সম্পত্তিৰ মাজত থকা অধৰ্মহে দূৰ কৰা উচিত। সেই অধিবেশনতে সাধাৰণ সম্পাদক কে, এল, গোঁবাই ক'লে যে ভাৰতত যথেষ্ট সংঘাত আছে—নতুনকৈ শ্ৰেণী সংঘাত আৰু নালাগে। অৰ্থাৎ শ্ৰেণী সমন্বয়ৰ অলীক আঁচনি গান্ধীজীৰ নিজা সম্পত্তি নহয়, ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ উচ্চবিত্ত আৰু মধ্যবিত্ত নেতাসকলৰ উমৈহতীয়া পৰিকল্পনা তথা দৰ্শন। অৱশ্যে বনুৱা সংগঠন বিলাকৰ মাজত গান্ধীবাদ সিমান প্ৰবল নহ'ল। ক্ষমতাপ্ৰাপ্তিৰ সময়ৰপৰাহে ৰাষ্ট্ৰ আৰু পুঁজিপতিৰ যৌথ আয়োজনত শ্ৰমিক সংগঠনত গান্ধীবাদ প্ৰবল হৈ উঠিল। কিন্তু তাৰ আগতে শ্ৰমিক সংগঠনত গান্ধীবাদৰ বিৰুদ্ধ ভাৱধাৰাও শক্তিশালী আছিল।

সদৌ ভাৰত কিষাণ সভাৰ জন্ম হয় ১৯৩৬ চনত। বনুৱা আন্দোলনত সৰ্বভাৰতীয় সংগঠন হোৱাৰ দুই-তিনি দশক পাছত কৃষক সংগঠনে সেই ৰূপ কিয় পালে ভাবি চাবলগীয়া। সৰ্বভাৰত কিষাণ সভাৰ ( All India Kisan Sabha )ৰ প্ৰথম অধিবেশনত

সভাপতি সহজানন্দই ক'লে " "জমিদাৰ আৰু প্ৰজাৰ মাজত কোনো আপোচ আৰু সম্ভৱ নহয়, জমিদাৰবিলাকৰ মালিকানা উচ্ছেদ কৰিব লাগিব।" ৰাম মনোহৰ লোহিয়াই ক'লে গান্ধীজীৰ কাৰ্যসূচীত চৰকাৰী শোষণৰপৰা সকাহ আছে, কিন্তু জমিদাৰৰ শোষণৰ-পৰা সকাহ নাই। অথচ বংগত চৰকাৰে খেতিয়কৰপৰা পায় তিনি কোটি টকা আৰু জমিদাৰে খেতিয়কৰপৰা নিয়ে ওঠৰ কোটি টকা !! ১৯৩৬ চনৰে শেষৰ পিনে হোৱা ফাইজপুৰৰ দ্বিতীয় অধিবেশনত সভাপতি এন, জি, ৰংগই ( পাছলৈ স্বতন্ত্ৰ দলৰ মুধা ফুটা নেতা !! ) ক'লে "প্ৰতি পৰ্যায়তে আমাৰ স্বাধীনতা সংগ্ৰামৰ প্ৰধান বাধা জমিদাৰ আৰু পুঁজিপতিবিলাক।" স্পে'ইন আৰু চীনত জনগণে দেশৰ স্বাধীনতা ৰক্ষাৰ বাবে অস্ত্ৰধাৰণ কৰাৰ কথাও তেওঁ উল্লেখ কৰিলে। অৰ্থাৎ এই সময়ত কমিউনিষ্ট চিন্তাধাৰাই কৃষক সংগঠনতো গভীৰ প্ৰভাৱ পেলাইছিল।

তেনেহ'লে কেণা লাগিল ক'ত ?

ইয়াৰ উত্তৰ জটিল হ'লেও তাৰ সঠিক সূত্ৰায়নতে ভৱিষ্যতৰ পথ নিৰ্দেশ লুকাই থাকিব।

ভাৰতত মাৰ্ক্সবাদ প্ৰথম প্ৰচাৰ হওঁতে বিদেশী তাত্বিক আৰু সংগঠকৰ প্ৰভাৱ পৰিছিল গভীৰভাৱে। চীন দেশত "কমিউনিষ্ট আন্তৰ্জাতিক" ( Communist International )ৰ নিৰ্দেশ সাম্যবাদী আন্দোলনৰ সাফল্যৰ পথত অন্তৰায় হৈ দেখা দিছিল। বৰোডিন, এম এন ৰায় প্ৰভৃতি প্ৰতিনিধিয়ে চীনৰ সংগ্ৰাম পৰিচালনা কৰিবলৈ গৈ তাক বিপৰ্যয়ৰ মুখলৈ ঠেলি দিছিল। কাৰণ চীনৰ সঠিক পৰিস্থিতি-পৰিবেশ জনা বিদেশীৰবাবে সম্ভৱ নাছিল—বিশেষকৈ ছুদিনীয়া অধ্যয়ন বা ভ্ৰমণৰ অভিজ্ঞতাৰে। চীন বিপ্লৱৰ ভাগ্য ভাল যে এনে বিদেশী হস্তক্ষেপত মাও জে' ডঙে গভীৰ প্ৰত্যয় আৰু দৃঢ়তাৰে প্ৰথমৰেপৰা বাধা দিছিল। চীনৰ সমাজ আৰু সংস্কৃতিৰ গভীৰ আৰু বিস্তাৰিত অধ্যয়ন আৰু বিশ্লেষণৰ ওপৰত তেওঁ গুৰুত্ব দিছিল। তেওঁৰ নিজৰ বুৰঞ্জী প্ৰসিদ্ধ 'হুনান প্ৰতিবেদন' ( Hunan Report ) এনে পুংখানুপুংখ, ধৈৰ্যশীল আৰু বিস্তাৰিত অধ্যয়ন—বিশ্লেষণৰ নিদৰ্শন।

'৪ৰ্থ মেইৰ আন্দোলন'ত 'শ্ৰীযুত বিজ্ঞান' আৰু 'শ্ৰীযুত গণতন্ত্ৰ'ৰ জয়যাত্ৰা মাও জে' ডঙে স্বাগতম জনাইছিল স্থবিৰ, স্থাণু চীনা সমাজত

পৰিবৰ্তনৰ জোঁকাৰ লাগক বুলি। কিন্তু তেওঁ এইটোও বুজিছিল যে চীনৰ পৰিস্থিতিত মাৰ্ক্সবাদৰ প্ৰয়োগ চীনৰ পৰিবেশ আৰু সংস্কৃতিত মাৰ্ক্সবাদ খাপ খুৱাই নল'লে সম্ভৱ নহ'ব। ১৯৩৮ চনৰ অক্টোবৰৰ চীনা কমিউনিষ্ট পাৰ্টিৰ ষষ্ঠ প্লে'নামত তেওঁ ক'লে. "বহু হেজাৰ বছৰ ধৰি আমাৰ মহান জাতিৰ বিৱৰ্তনে বহু জাতীয় বৈশিষ্ট্য প্ৰকাশ কৰিছে। মাৰ্ক্সবাদী হিচাপে আমি এই জাতীয় ইতিহাস বিকৃত কৰিব নোৱাৰোঁ। কমিউনিষ্ট এজন মাৰ্ক্সবাদী আন্তৰ্জাতিকতাত বিশ্বাসী—কিন্তু প্ৰয়োগ কৰিবলৈ হ'লে, মাৰ্ক্সবাদক জাতীয় গঢ় দিব লাগিব। এজন চীনা কমিউনিষ্টে যদি চীনৰ জনগণৰ এজন হোৱা সত্ত্বেও চীনা বৈশিষ্ট্যসমূহ বাদ দি মাৰ্ক্সবাদৰ কথা কয়, তেন্তে সি হ'ব অন্তঃসাৰশূন্য বিমূৰ্ত ধাৰণা। আমাৰ মতান্ধতা নেওচা দি আমি এনে এক নতুন আৰু প্ৰাণৱন্ত আহি দাঙি ধৰিব লাগিব যাতে চীনৰ সৰ্বসাধাৰণ লোকে তাক দেখি আৰু শুনি তৃপ্তি পায়।"

এইটোৱেই মূল কথা।

এই মূল কথাটো মাও জে' ডঙেই সদায় সঠিকভাবে প্ৰয়োগ কৰা নাই। কেতিয়াবা উগ্ৰজাতীয়তাবাদী বিচ্যুতিতো তেওঁ পৰিছে। কিন্তু তেওঁ এই মূল কথাটো ধৰিব পৰা বাবেই তেওঁৰ নেতৃত্বত চীন বিপ্লৱ সফল হ'ল।

ভাৰতৰ সমাজ-সংস্কৃতিৰ যথাযথ মাৰ্ক্সবাদী অধ্যয়ন ভাৰতত আৰম্ভ হৈছে বুৰ্জোৱাৰ জয়লাভৰ পিছত হে। তাৰ আগলৈকে কমিউনিষ্ট ইণ্টাৰনাশ্বনালৰ নিৰ্দেশত নাইবা বৃটিছ কমিউনিষ্ট দলৰ ফিলিপ স্প্ৰাট, বে'ন ব্ৰেডলে' প্ৰভৃতি প্ৰতিনিধি আৰু ৰজনী পাম দত্তৰ তাত্ত্বিক তদাৰকিত ভাৰতত কাম চলিছিল। ভাৰতৰ মাৰ্ক্সবাদীসকলৰ ব্যৰ্থতাৰ প্ৰধান কাৰণ আছিল এই গুৰুমুখিতা।

কমিউনিষ্ট ইণ্টাৰনাশ্বনালত আন্তৰ্জাতিক চিন্তাধাৰাৰ প্ৰকৃত স্বৰূপৰ অৱনতি কিয় আৰু কেনেকৈ হ'বলৈ পালে আমি পিছত বিশদভাবে আলচ কৰিম। কিন্তু মাও জে' ডঙৰ দৃঢ়তা আৰু চৰিত্ৰবল ভাৰতীয় সাম্যবাদীসকলৰ কিয় নহ'ল তেওঁলোকে সেই স্বাধীন চিন্তা কিয় আয়ত্ত নকৰিলে, সি এক কৰুণ আৰু কঠিন কাহিনী। ঔপনিবেশিক শিক্ষা আৰু সামন্তবাদী পৰমুখাপেক্ষিতা মিলি গৈ ভাৰতৰ সাম্যবাদী নেতা-সকলৰ মনত অদ্ভুত মতান্ধতা সৃষ্টি কৰিছিল। আজিও ত'ৰ অৱশেষ

দূৰ হোৱা নাই। অসম সমস্যাৰ ক্ষেত্ৰতো সি প্ৰকট হৈছে। তাৰ শ্ৰেণীভিত্তিও কিবা আছে নেকি বিচাৰ কৰিব লাগিব।

পাৰ্টিৰ লগত শেষত কাজিয়া কৰি বিখ্যাত মাৰ্কসবাদী পণ্ডিত কোশাম্বীয়ে ভাৰত ইতিহাসৰ সাৰ্থক বৈজ্ঞানিক অধ্যয়নৰ ভিত্তি স্থাপন কৰিলে। তেওঁ নেতাসকলক পৰিহাস কৰি নাম দিলে ওম্ (OM) অৰ্থাৎ Official Marxist। আজিও এই আমোলাতান্ত্ৰিক মাৰ্ক্সবাদে পুৰোহিতালি কৰি ভাৰতত মাৰ্ক্সবাদ আধমৰা কৰি ৰাখিছে।

যি সময়ত ভাৰত তথা অসমৰ শিক্ষিত মধ্যবিত্ত শ্ৰেণীটোৱে প্ৰতিপত্তিশালী দেশী-বিদেশী পুঁজিৰ দখলত থকা শিল্প-বাণিজ্য নাইবা কোনো চৰকাৰী বিভাগ বা নিগমত চাকৰি যোগাৰ কৰাই জীৱনৰ চৰম সাৰ্থকতা বুলি ভাৱিবলৈ ধৰিছে, আৰু কলা সাহিত্য সকলোতে এইবোৰ শক্তিৰে চকিদাৰী আৰম্ভ কৰিছে, সেই সময়ত দেশৰ অগণন শৃঙ্খলিত জনগণৰ প্ৰকৃত মুক্তি আৰু উন্নতিৰ সন্ধেদ মাৰ্ক্সবাদী বিচাৰ-বিশ্লেষণৰ জৰিয়তেহে পোৱা যাব পাৰে। আজি লক্ষ্মীনাথ বেজবৰুৱা বা ৰবীন্দ্ৰনাথৰ ওপৰতে ভৰষা কৰি আগবাঢ়িব খোজাটো ভাৱবাদী বাতুলতা অথবা মতলবী চতুৰালি মাত্ৰ। কাৰণ সেই যুগৰ সকলো সৎ প্ৰমূল্যৰ অবক্ষয় ঘটিছে। নাগৰিক স্বাধীনতাৰ সাৰাংশখিনি একচেতিয়া পুঁজি আৰু দানবীয় ৰাষ্ট্ৰৰ কবলত লুপ্তপ্ৰায়—যদিও বাতৰিকাকতৰ ফেৰেঙণিত বহি লাঠুৱা ল'ৰাৰদৰে আৰ-তাৰ গাত ময়লা ছটিওৱাকেই স্বাধীনতা বুলি ভৱা খিতিঙালি আমাৰ দুই-এক বয়স্ক মানুহৰ মাজত দেখা যায়। শিক্ষাৰ পৰিবেশ দূষিত। সমাজত কাৰ ক'ত কি হৈছে ভাৱিবলৈ আন কাৰো আহৰি নাই। অতীতৰ সকলো সৎ অৱদান সামৰি লৈ যুগপৰিবৰ্তনৰ পিনে সমাজক আগুৱাই লৈ যোৱাৰ সামৰ্থ আজি মাৰ্ক্সবাদী শিবিৰতহে দেখা যাব পাৰে।

অথচ আমি আগতে কৈ অহা দৰে মাৰ্ক্সবাদী শিবিৰৰ মাজত তেনে সৃষ্টিশীল আৰু সম্ভাৱনাপূৰ্ণ উদ্যোগ পৰিলক্ষিত হোৱা নাই। কেতবোৰ অপৰীক্ষিত নীতি আৰু ধাৰণাকে চিৰসত্য বুলি আকোঁৱালি লৈ শৃংখলাৰ নামত জনগণ আৰু সংগঠনৰ মাজত দুৰ্লঙ্ঘ্য প্ৰাচীৰ গঢ়ি তোলা হৈছে। জনগণৰ যি শক্তিয়ে সংগঠন সঞ্জীৱিত আৰু পুষ্ট কৰে সেই শক্তিৰ প্ৰবাহৰপৰা মাৰ্ক্সবাদী শিবিৰ বিচ্ছিন্ন। সেই শূন্যস্থান পূৰণ কৰিবলৈ প্ৰতিষ্ঠিত-অপ্ৰতিষ্ঠিত কেচিবাদী জনমুখী সংগঠনৰ উদ্ভৱ হৈছে কাঠফুলাৰ দৰে। ই অতি দুশ্চিন্তাৰ বিষয়। প্ৰাজ্ঞ প্ৰবীণসকলে প্ৰজ্ঞাৰ বলত

দুশ্চিন্তা নালাগে, যিকোনো চিন্তাৰ উৰ্ধত আসন পাতি লৈছে। তেৰাসৰক কোনো কথা ক'বলৈ আমাৰ স্পৃহা নাই। কিন্তু অপেক্ষাকৃত নবীনসকলে আমাৰ এই দুশ্চিন্তাৰ ভাগ ল'লে, আমাৰ উদ্দেশ্য সাৰ্থক হোৱা বুলি ভাৱিম।

কিন্তু সন্ধিক্ষণত বা সংকট মুহূৰ্তত যান্ত্ৰিক চিন্তাৰ চিকাৰ হোৱাটো মাৰ্ক্সবাদী মহলৰ আজিৰ বিকাৰ নহয়। অতীতত ঘটি অহা ঘটনাৰ সি পুনৰাবৃত্তি মাত্ৰ। সেয়ে যি কোনো সচেতন আৰু দাযিত্ববান মাৰ্ক্সবাদীৰ বাবে অতীত ইতিহাসৰ অধ্যয়ন অতি প্ৰয়োজনীয়।

কুৰি শতিকাৰ তৃতীয় দশকটোৱেই আছিল ভাৰতত মাৰ্ক্সবাদৰ বিকাশৰ বাবে অতি গুৰুত্বপূৰ্ণ। শ্ৰমিক-কৃষকৰ জাগৰণে তাৰ পাতনি মেলে। "মীৰাট ষড়যন্ত্ৰ মোকৰ্দমা"ৰে সাম্ৰাজ্যবাদী বৃটিছ চৰকাৰে এই উদীয়মান শক্তিক কলিতে মষিমূৰ কৰিবলৈ প্ৰচণ্ড আঘাত হানিলে। কিন্তু দেখা গ'ল যে স্বাধীনতা সংগ্ৰামৰ নিৰ্ভাজ আৰু নি স্বাৰ্থ দেশপ্ৰেমিক কৰ্মীসকলৰ এক অগ্ৰগামী অ শই মাৰ্ক্সবাদৰ আকৰ্ষণত পৰিচিত চিন্তাৰ পৰিসীমা অতিক্ৰম কৰিলে। ভাৰতীয় ব্যৱস্থাপক সভাত ( Indian Legislative Assembly ) উদাৰনৈতিক নেতা মতিলাল নেহৰুৱে তেওঁলোকৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিলে

"( The Communists ) I have known are men of opinions, strong opinions, no doubt, but men with the courage of their convictions such men, whether you agree with them or not must be entitled to the respect of every well-balanced Mind"—

( Legislative Assembly Debates Vol I 1929 )

( মই লগ পোৱা সাম্যবাদীসকল হ'ল নিজা মতামত থকা মানুহ। নিঃসন্দেহে সেই মতামত চোকা বিধৰ কিন্তু তাক প্ৰকাশ কৰাৰ আৰু সেই অনুযায়ী কাম কৰাৰ সৎসাহস তেওঁলোকৰ আছে।
তেওঁলোকৰ লগত আমি একমত হও বা নহঁও, যিকোনো সম্যক্‌দৰ্শী মানুহৰ শ্ৰদ্ধা তেওঁলোকে আকৰ্ষণ কৰিব। )

গান্ধীজী অৱশ্যে সাম্যবাদীসকলৰ প্ৰতি সদায়ে সন্দিহান। ( তেওঁ উম্মাৰে ঘোষণা কৰিছিল যে তেওঁ সাতদিনতে মাৰ্ক্সৰ Dastapical-ৰ নিচিনা কিতাপ এখন লিখি উলিয়াব পাৰে। ) কিন্তু ডেকাচামৰ

সংগ্ৰামী নেতাসকলে মাৰ্ক্সবাদ আৰু মাৰ্ক্সবাদীসকলৰ প্ৰতি আকৰ্ষণ অনুভৱ কৰিলে। বৃটিছ সাম্ৰাজ্যবাদৰ লগত সংগ্ৰামত কংগ্ৰেছৰ প্ৰবীণ দক্ষিণপন্থী নেতাসকলৰ তুলনাত কমিউনিষ্টসকলৰ বলিষ্ঠ আপোচহীন মনোভাৱৰ স্বভাৱ বস্তু আৰু নেহৰুৱে শলাগ লৈছিল। সাম্যবাদীসকলৰ লগত বহু কথাত মতভেদ সত্ত্বেও পৰিকল্পিত উন্নয়নৰ জৰিয়তে ৰুছিয়াৰ অৰ্থনৈতিক বিকাশৰ আহিয়ে তেওঁলোকক অনুপ্ৰাণিত কৰিছিল। এই নেতাসকলৰ দৰে ভাৰতীয় জনগণো মাৰ্ক্সবাদৰ বিৰোধী হৈ পৰাৰ কাৰণ নাছিল। অথচ এই দশকৰ শেষত দেখা গ'ল যে মাৰ্ক্সবাদ ভাৰতৰ সংগ্ৰামী জনতাৰ বাবে দিক্‌দৰ্শী ভাৱধাৰা হৈ নপৰিল—দেশৰ মুক্তি যুদ্ধৰ নেতৃত্বত মাৰ্ক্সবাদী সংগঠন অধিষ্ঠিত নহ'ল।

সাম্ৰাজ্যবাদী বৃটিছ চৰকাৰৰ প্ৰচণ্ড, অবিৰত আৰু মাৰমুখী নিপীড়ন তাৰ অন্যতম কাৰণ। আন কথাত বিৰোধ থাকিলেও ভাৰতীয় বুৰ্জোৱাৰ লগত কমিউনিষ্ট বিৰোধিতাৰ ক্ষেত্ৰত বৃটিছ চৰকাৰ একমত হ'ল। ভাৰতৰ উদীয়মান বুৰ্জোৱা শ্ৰেণীয়ে অভাৱনীয় বিচক্ষণ কৌশলেৰে নিজকে নিগাজীকৈ ভাৰতৰ মুক্তি সংগ্ৰামৰ নেতৃত্বত প্ৰতিষ্ঠিত কৰিবলৈ সমৰ্থ হ'ল। তেওঁলোকে গ্ৰামাঞ্চলৰ জমিদাৰ আৰু অন্যান্য ৰক্ষণশীল শ্ৰেণীৰ লগত মিত্ৰতা বজাই ৰাখিলে। বৃটিছ পুঁজিপতি মহল আৰু চৰকাৰৰ ওপৰত চাপ সৃষ্টি কৰি ক্ষমতাৰ অংশৰ বাবে দাম-দৰ চলাই গ'ল। আনহাতে জনগণৰ বৈপ্লৱিক আশা-আকাংক্ষাকো অস্পষ্ট প্ৰতিশ্ৰুতি আৰু ভাৱাবেগেৰে নিজৰ কামত লগাবলৈ সক্ষম হ'ল। এই উদীয়মান বুৰ্জোৱা শ্ৰেণীৰ নেতৃত্বক কোনো পৰ্যায়তে মাৰ্ক্সবাদীসকলে প্ৰৱল প্ৰত্যাহ্বান জনাব নোৱাৰিলে।

ভাৰতীয় বুৰ্জোৱাৰ এই ৰাজনৈতিক দক্ষতাৰ এক পটভূমি আছে। প্ৰথমেই বৃটিছ পুঁজিয়ে নিজৰ স্বাৰ্থত ভাৰতত এনে এক পৰিবেশ ৰচনা কৰিলে যি ভাৰতীয় বুৰ্জোৱাৰ বাবে ৰাজনৈতিকভাৱেও লাভজনক আছিল। চীনৰ তুলনাত ভাৰতত ৰেল পথ, ডাক-তাঁৰ আদি আধুনিক সংযোগ ব্যৱস্থাৰ প্ৰৱৰ্তন আছিল ব্যাপক। বৃটিছ পুঁজি আৰু বৃটিছ শাসনযন্ত্ৰৰ লগত সুদীৰ্ঘ সহযোগী। তাৰ জৰিয়তে বৃটিছৰ লগত যুঁজিবলৈ প্ৰয়োজনীয় অভিজ্ঞতাও সঞ্চয় কৰিছিল ভাৰতীয় বুৰ্জোৱাই। ১৮৪০ চনৰপৰা লৰ্ড মেক'লেই দেশব্যাপি উদ্দেশ্য প্ৰণোদিতভাৱে গঢ়ি তোলা শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰপৰা ভাৰতীয় বুৰ্জোৱাই বিভিন্ন বিষয়ৰ কৰ্মী,

বিশেষজ্ঞ আৰু ৰাজনৈতিক নেতা সংগ্ৰহ কৰিব পাৰিছিল। সেয়ে বৃটিছ চৰকাৰে নানা বাধা-বিঘিনি সৃষ্টি কৰা সত্ত্বেও ভাৰতীয় বুৰ্জোৱাৰ ভূমিকা চীনৰ বুৰ্জোৱাৰ তুলনাত অধিক বলিষ্ঠ আছিল। যদিও চীনৰদৰেই ই প্ৰধানকৈ আছিল সহযোগী পুঁজি ( Comprader Capital )ৰ মালিক, তথাপি কাপোৰ মৰাপাটৰ কল, টাটা পৰিয়ালৰ লো-তীখাৰ কাৰখানা, চেঁনি, চিমেণ্ট প্ৰভৃতি ক্ষেত্ৰত ত্ৰিছৰ দশকত ভাৰতীয় বুৰ্জোৱা ভালেখিনি আগবাঢ়ি আহিছিল। ৰাজনীতিৰ ক্ষেত্ৰত বৃটিছ চৰকাৰৰ পৰা সুবিধা আদায় আৰু কৃষক বিদ্ৰোহৰ উপশম ঘটাই জমিদাৰৰ লগত সম্ভাৱ স্থাপন—এই দুই লক্ষ্য একেলগে সাধন কৰাত গান্ধীজীৰ অহিংসা মন্ত্ৰ আৰু ধৰ্মীয় সম্মোহ অব্যৰ্থ অস্ত্ৰ আছিল। সেযে গান্ধীজীয়েই আছিল বিড়লা, বাজাজ প্ৰমুখ্যে ভাৰতীয় পুঁজিপতিসকলৰ প্ৰধান উকিল।

অলপতে ইটালীৰ মাৰ্ক্সবাদী তাত্ত্বিক গ্ৰামশ্চিৰ ( Gramsci ) উক্তি দি এজন পণ্ডিতে লিখিছে যে ভাৰতৰ জনগণ বৃটিছ চৰকাৰৰ তুলনাত অসহায় আৰু নিৰস্ত্ৰ আছিল বাবেই হেনো গান্ধীজীৰ অহিংসা ভাৰতীয় পটভূমিত আছিল উপযুক্ত কৌশল। বৰ বৰ লোকৰ উক্তিৰ বৰটোপেৰে সকলোকে সৈমান কৰোৱাৰ কায়দাটো সামন্তযুগীয় পাণ্ডিত্যৰ লক্ষণ মাত্ৰ। অসহযোগ আন্দোলন আৰু আইন-অমান্য আন্দোলনৰ সময়ত মাজে সময়ে নিৰস্ত্ৰ জনতাৰ প্ৰবল অংশগ্ৰহণে বৃটিছ ৰাষ্ট্ৰযন্ত্ৰক নিষ্ক্ৰিয় কৰি পেলাইছিল। সুপৰিকল্পিত হিংসাৰ প্ৰয়োগে জনতাৰ এই অংশগ্ৰহণক নিঃসন্দেহে ক্ষমতাদখলৰ দীৰ্ঘকালীন যুদ্ধত পৰিণত কৰিলেহেঁতেন। কিন্তু সেই সুযোগ নলৈ কেৱল আলাপ আলোচনাৰ মাজত বাৰে বাৰে জনজাগৰণক বিভ্ৰান্ত কৰি দিয়া হ'ল। গ্ৰামশ্চিয়ে যিয়েই নাভাৱক, গান্ধীজীয়ে ১৯৩১ চনৰ মে' মাহত স্পষ্টকৈ কৈছিল

"মই নিভাঁজ অহিংসাৰে বিফলতা আহৰণ কৰিবলৈকো সাজু আছোঁ, কিন্তু তাৰপৰা চুলি এডালমানো বিচ্যুত হৈ সন্দেহপূৰ্ণ সফলতা অৰ্জন কৰিবলৈ নিবিচাৰোঁ।" ( R P Dutt, India Today, 1971, P 365 ) স্পষ্টকৈ ই কেৱল কৌশলৰ প্ৰশ্ন নহয়।

কেৱল প্ৰচাৰ অভিযানৰ বাবেই ত্ৰিছৰ দশকত সাম্যবাদী প্ৰভাৱ বৃদ্ধি পোৱা নাছিল। তাৰ এক বস্তুগত পটভূমি আছিল। ভাৰতীয়

পুঁজিৰ বিকাশ লাভৰ লগে লগে ১৯২২—১৯৩৯ চনৰ মাজত কল-কাৰখানাৰ সংখ্যা ৫,১৪৪ টাৰ পৰা ১০,৪৬৬ টালৈ বৃদ্ধি পায়। অথচ শ্ৰমিকৰ ওপৰত শোষণো তীব্ৰ হয়। ১৯৩৮ চনত জেনিভাত বহা বিশ্ব শ্ৰমিক সম্মিলনত ভাৰতীয় প্ৰতিনিধি পাৰুলে'কাৰে উল্লেখ কৰে যে বোম্বাইৰ দৰে শিল্পপ্ৰধান অঞ্চলতো শতকৰা ৯৫ ভাগ শ্ৰমিক পৰিয়ালে মাত্ৰ এটা কুঠৰিৰ জুপুৰিত বাস কৰিব লগা হৈছিল কাৰাগাৰত দিয়া খাদ্যতকৈ তেওঁলোকৰ দৈনন্দিন আহাৰ অধম আছিল। শতকৰা ৭৫ ৰ পৰা ৯০ ভাগ শ্ৰমিক পৰিয়াল ধাৰ ঋণত পোত গৈ আছিল। ভূতৰ ওপৰত দানহৰ দৰে ১৯২৯ মানৰপৰা হোৱা বিশ্বপুঁজিবাদী সংকটৰ ফলত চাহিদাৰ সংকোচন হৈ মজুৰি হ্ৰাস আৰু নিবনুৱা সমস্যাৰ পৰাহত শ্ৰমিক শ্ৰেণীক পেলাই দিলে। অথচ শ্ৰমিক শ্ৰেণীৰ ওপৰত এনে দুৰ্বহ বোজা জাপি দি পুঁজিপতি শ্ৰেণীটো বিপদৰ হাত সাৰিল। ১৯৩৫ৰ পৰা ১৯৩৬ চনৰ ভিতৰত বৃটিছ পুঁজিৰ দখলত থকা কোম্পানিবোৰৰ অংশীদাৰে শতকৰা ৩০ ৰ পৰা ৫০ লৈ লভ্যাংশ (dividend) পাইছিল। অনুৰূপভাৱে কৃষিজাত দ্ৰব্যৰ মূল্যবৃদ্ধি, খাজনা আৰু কৰৰ পৰিমাণ বৃদ্ধি, কল-কাৰখানাত মজুৰি কৰি ভাত মোকলোৱাৰ উপায় টুটি অহা—প্ৰভৃতি ঘটনাই ভাৰতীয় কৃষক জনতাৰ বাবেও দুৰ্যোগ সৃষ্টি কৰিলে এই সময়ত।

বিশৰ দশকৰ শেষ পিনে শ্ৰমিক সংঘ বা ট্ৰেড্ ইউনিয়নৰ সংগঠনো শ্ৰমিকসকলৰ মাজত বৃদ্ধি পায়। সাম্যবাদীসকলৰ প্ৰভাৱত ট্ৰেড্ ইউনিয়নৰ মাজত সংস্কাৰবাদী মনোভাৱ দূৰ হৈ সংগ্ৰামী মনোভাৱ সবল হৈ আহে। ১৯২৭—২৮ চনত বৃটিছ ট্ৰেড্ ইউনিয়ন কংগ্ৰেছ সদৌ ভাৰত ট্ৰেড্ ইউনিযন কংগ্ৰেছক (AITUC) সংস্কাৰবাদী ট্ৰেড্ ইউনিয়ন আন্তৰ্জাতিকত (Trade Union International) যোগ দিবলৈ বহু খাটনি ধৰে কিন্তু ভাৰতীয় শ্ৰমিকসকলে সেই অনুৰোধত কোনো সঁহাৰি নিদিলে। বৃটিছ ঔপনিবেশিক চৰকাৰৰ গোপন নথিপত্ৰত কমিউনিষ্ট প্ৰচাৰ আৰু প্ৰভাৱ বৃদ্ধিত উদ্বেগ প্ৰকাশ পাবলৈ ধৰে। শেষত "মীৰাট ষড়যন্ত্ৰ মোকৰ্দমা"ত কমিউনিষ্ট বুলি বহু শীৰ্ষস্থানীয় শ্ৰমিক নেতাক ৰাজদ্ৰোহৰ অপৰাধত অভিযুক্ত কৰা হয়।

এই সময়ত শ্ৰমিক চেতনাৰ পৰিচয় কেতবোৰ ঘটনাৰ পৰা পোৱা যায়। ১৯২৮ চনত কলিকতাৰ কংগ্ৰেছ অধিবেশনৰ সময়ত ৫০,০০০

( পঞ্চাছ হেজাৰ ) শ্ৰমিকে অধিবেশনৰ প্ৰাংগন দখল কৰি পূৰ্ণ স্বাধীনতাৰ দাবী তুলিবলৈ কংগ্ৰেছৰ নেতাসকলক আহ্বান জনাব। ১৯২৮ চনত বোম্বাইৰ গিৰ্ণি কামগৰ ইউনিয়নৰ সভ্য আছিল ৩২৪ জন। কিন্তু ১৯২৯ চনত সি ৬৫,০০০ জনলৈ বৃদ্ধি পায়। ১৯২৮ চনত বোম্বাইৰ কপোৰ কলৰ শ্ৰমিকসকলে ছমাহ জোৰা অনমনীয় ধৰ্মঘট চলাই মালিকপক্ষই অন্যায়কৈ জাপি দিয়া মজুৰি কৰ্তন ( pay cut ) উঠাই ল'বলৈ বাধ্য কৰে। এই সফল সংগ্ৰামত ১৫০ ০০০ শ্ৰমিকে অংশগ্ৰহণ কৰিছিল।

এই সময়তে কৃষক সমাজত সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামেও বিকাশ লাভ কৰে। বিশ্বপুঁজিবাদী মন্দাৰ কবলত ১৯২৮ৰ পৰা ১৯৩৩ চনৰ মাজত কৃষিজাত দ্ৰব্যৰ মূল্য শতকৰা ৫০ ( পঞ্চাছ ) ভাগ হ্ৰাস পায়, অথচ কৃষকে কিনা শিল্পজাত সামগ্ৰীৰ মূল্য সামান্য পৰিমাণহে কমে। কৃষকৰ আয় যেতিয়া কমি আহে সেই সময়তে উত্তৰ প্ৰদেশত জমিদাৰে ৭০ ( সত্তৰ ) লাখ টকাৰ খাজানা বৃদ্ধি কৰে। স্বাভাৱিকতে কৃষকৰ মাজত বিক্ষোভ আৰু অশান্তি বৃদ্ধি পায়। কৃষক বিক্ষোভক বৃটিছ বিৰোধী ৰূপ দিবলৈ অথচ অত্যাচাৰী দেশীয় জমিদাৰ গোষ্ঠীক কৃষকৰ ৰোষৰপৰা ৰক্ষা কৰিবলৈ কংগ্ৰেছ নেতৃত্বই সুচতুৰ কাৰ্যপন্থা গ্ৰহণ কৰে। ১৯৩০ চনত উত্তৰ প্ৰদেশত যেতিয়া কৃষকবিলাকে জমিদাৰক খাজনা দিয়া বন্ধ কৰিবলৈ স্বত স্ফুৰ্তভাৱে আন্দোলন আৰম্ভ কৰিলে গান্ধীজীয় তেতিয়া জমিদাৰবিলাকক লিখিতভাৱে জনাই দিলে যে এই আন্দোলন কংগ্ৰেছৰ দ্বাৰা অনুমোদিত নহয়॥ কিন্তু গুজৰাট প্ৰদেশত খাজনা আদায়ৰ ভাৰ জমিদাৰৰ নাছিল আছিল চৰকাৰৰ হাতত। তাত চৰকাৰে ২০—৩০ শতাংশ খাজনা বৃদ্ধি কৰাত বাৰদোলিত খাজনা বন্ধ সত্যাগ্ৰহ চলোৱা হয়। এই সত্যাগ্ৰহে অভূতপূৰ্ব সাফল্য অৰ্জন কৰে। আইন অমান্য আন্দোলনত খেতিয়কে ব্যৱহাৰ কৰা এবিধ নিত্যপ্ৰয়োজনীয় সামগ্ৰী লোণ প্ৰস্তুতিৰ ওপৰত চৰকাৰী নিষেধাজ্ঞা লঙ্ঘণ কৰি সস্তাতে লোণ যোগাৰ কৰাৰ আশা দাঙি ধৰি গান্ধীজীয়ে বিখ্যাত দাণ্ডী যাত্ৰা ( Salt March ) আৰম্ভ কৰিছিল। হেজাৰ বিজাৰ কৃষকে ভাত সঁহাৰি দিছিল। জমিদাৰ বা পুঁজিপতিৰ লগত সংঘাতৰ সম্ভাৱনাও নাছিল। সৈন্যবাহিনীৰ প্ৰয়োগ আৰু প্ৰবল নিপীড়ন সত্বেও ১৯৩০—৩১ চনৰ

দহ মাহত ৯০,০০০ সত্যাগ্ৰহীয়ে কাৰাবৰণ কৰে। বিপুল কৃষক জাগৰণৰ প্ৰমাণ ইয়াৰ মাজতো সুস্পষ্ট।

জাতীয় স্বাধীনতাৰ আন্দোলনে এনেদৰে পাৰভাঙি সমগ্ৰ জনগণলৈ বিয়পি যোৱাৰ ফলত নেতৃত্বৰ চৰিত্ৰ আৰু দিশ লৈ ৰাজনৈতিক মঞ্চত দ্বন্দ্ব প্ৰবল হৈ উঠে। নিম্ন মধ্যবিত্ত বিশেষকৈ ছাত্ৰ যুৱ সমাজত ওপৰ মহলৰ নেতৃত্বৰ আপোচমুখী, সুবিধাবাদী চৰিত্ৰই তীব্ৰ অসন্তোষৰ জন্ম দিয়ে। এই শ্ৰেণীৰ প্ৰতিনিধিত্ব কৰে সুভাষ বসু প্ৰমুখ্যে বামপন্থী জাতীয়তাবাদী নেতাই। সুভাষ বসু নিষ্ঠাবান কংগ্ৰেছ কৰ্মী হোৱা সত্ত্বেও এই ধৰণৰ আপোচমুখিতাৰ বিৰুদ্ধে অৱশেষত জেহাদ আৰম্ভ কৰিলে। পোন প্ৰথমে জৱাহৰলাল নেহৰুও এই দলতে আছিল। League Against Imperialism প্ৰভৃতি সাম্যবাদী নিয়ন্ত্ৰিত আন্তৰ্জাতিক সংগঠনৰো তেওঁ সভ্য হৈছিল। কংগ্ৰেছ সমাজতান্ত্ৰিক দলেও ( Congress Socialist Party ) জয়প্ৰকাশ নাৰায়ণ, লোহিয়া, অচ্যুত পটবৰ্দ্ধন নৰেন্দ্ৰদেৱ প্ৰভৃতিৰ নেতৃত্বত সুভাষ বসুক সমৰ্থন দিছিল। সুভাষ বসুৰ দৰে এওঁলোকো আছিল সম্পূৰ্ণ জাতীয়তাবাদী ভাৱধাৰাৰ প্ৰবক্তা। আন্তৰ্জাতিক পৰিপ্ৰেক্ষিতৰ অভাৱেই তেওঁলোকৰ প্ৰধান দুৰ্বলতা। কিন্তু সাম্যবাদীসকলৰ তুলনাত এওঁলোকৰ জাতীয় পৰিস্থিতিৰ জ্ঞান আছিল অপেক্ষাকৃত উন্নত। পোনপ্ৰথমে কংগ্ৰেছৰ বুৰ্জোৱা নেতৃত্ব সম্পৰ্কে এওঁলোকৰ প্ৰবল মোহ নাছিল। সাম্যবাদী-সকলৰ ভুলৰ বাবেই এওঁলোক ভ্ৰাতৃপ্ৰতিম দলৰপৰা দোৰ্ঘোৰ কমিউনিষ্ট বিৰোধীত পৰিণত হ'ল।

কংগ্ৰেছ সমাজতান্ত্ৰিক দলৰ প্ৰতিষ্ঠা সন্মিলনত সভাপতি নৰেন্দ্ৰদেৱে কেইটামান মূলনীতি ঘোষণা কৰিলে ১৯৩৪ চনৰ ১৬—১৭ মে'ত।

(১) মাৰ্ক্সৰ দ্বান্দ্বিক পদ্ধতি প্ৰয়োগ কৰি ভাৰতৰ পৰিস্থিতি বুজিবলৈ চেষ্টা কৰিব লাগে।

(২) দেশৰ স্বাধীনতাৰ আন্দোলনৰ প্ৰধান অস্ত্ৰ কংগ্ৰেছৰপৰা বিচ্ছিন্ন হোৱাৰ প্ৰশ্নই নুঠে। কিন্তু কংগ্ৰেছৰ কাৰ্যসূচীত প্ৰকৃত গণতান্ত্ৰিক আৰু সমাজতন্ত্ৰী উপাদান যোগ দি তাৰ চৰিত্ৰৰ পৰিবৰ্তন ঘটাব লাগিব।

(৩) দেশৰ আন বিপ্লৱী আৰু বামপন্থী সংগঠনৰ লগত ঐক্য স্থাপন কৰিব লাগিব।

কৃষক বিদ্ৰোহী কাৰ্যসূচী সমাজতন্ত্ৰীসকলৰ নাছিল। সেয়ে শেহাস্তৰত শান্তিপূৰ্ণ আৰু শৃংখলাবদ্ধ গণ-আন্দোলনৰ পথেই চূড়ান্ত উপায় বুলি তেওঁলোকে মানি লৈছিল। কিন্তু কমিউনিষ্টসকলৰ লগত তেওঁলোকৰ চূড়ান্ত বিৰোধৰ কোনো কাৰণো নাছিল।

কোমিণ্টাৰ্ণৰ সপ্তম সমাবেশৰ প্ৰস্তাৱ ক্ৰমে বিশ্ব জুৰি যেতিয়া ফেচিবাদবিৰোধী গণতান্ত্ৰিক যুক্ত মৰ্চাৰ ( United Front ) যো-জা চলিল তেতিয়া জয়প্ৰকাশ নাৰায়ণে নিজেই Congress Socialist Partyৰ দুৱাৰ সাম্যবাদীসকললৈ খুলি দিলে। বহু সাম্যবাদী কংগ্ৰেছ সমাজতন্ত্ৰী দলৰ সভ্য হ'ল আৰু তাৰ আঞ্চলিক নেতৃত্ব গ্ৰহণ কৰিলে। ভাৰতীয় জনগণৰ ৰাজনৈতিক বিকাশত ই আছিল এক ঐতিহাসিক মুহূৰ্ত। সমাজতন্ত্ৰী আৰু সাম্যবাদীসকলৰ যুটীয়া সমৰ্থনত ১৯৩১ চনত গান্ধীজীৰ সমৰ্থিত প্ৰাৰ্থীৰ বিৰুদ্ধে সুভাষ বসুৱে জয়লাভ কৰি কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হ'ল। কিন্তু এই সুযোগ বামপন্থীসকলে ব্যৱহাৰ কৰিব নাজানিলে। মাৰ্চ মাহত ত্ৰিপুৰি সন্মিলনত দক্ষিণপন্থীসকলে সুভাষ বসুৰ ওপৰত গান্ধীৰ নিৰ্দেশ মানি চলিবলৈ এটা প্ৰস্তাৱ জাপি দিলে। কংগ্ৰেছ কাৰ্যবাহী কমিটিও গান্ধীৰ পৰামৰ্শমতে মনোনীত কৰিবলৈ সভাপতিক নিৰ্দেশ দিয়া হ'ল। অৱশেষত দক্ষিণপন্থী প্ৰতিক্ৰিয়াৰ চূড়ান্ত অভিযান হিচাপে সুভাষ বসুক অপসাৰিত কৰা হ'ল।

এই ঘটনাক ফেচিবাদী চক্ৰান্ত বুলি অভিহিত কৰিলে স্বয়ং ৰবীন্দ্ৰনাথে। কিন্তু ফেচিবাদৰ জয়লাভ প্ৰায় ক্ষেত্ৰতে কমিউনিষ্ট ভ্ৰান্তি তথা মূৰ্খামিৰ অন্যতম পৰিণাম। ঘটনাৰ অন্তৰালত আছিল সমাজতন্ত্ৰী দল আৰু সাম্যবাদী সকলৰ অন্তৰ্দ্বন্দ্ব আৰু বিচ্ছেদ। বামপন্থী গণতান্ত্ৰিক ঐক্যৰ মাজত ফাঁট মেলিব ধৰা বাবেই গান্ধীবাদী চক্ৰান্তকাৰীসকলৰ সুযোগ মিলিল।

প্ৰথমৰে পৰা কংগ্ৰেছ সমাজতন্ত্ৰী দলৰ ওপৰত ভাৰতীয় সাম্যবাদী-সকলে বিদ্বেষ আৰু বিৰাগৰে আক্ৰমণ চলাইছিল। কিন্তু ১৯৩৫ত কোমিণ্টাৰ্ণৰ সপ্তম অধিবেশনত আনুষ্ঠানিকভাৱে ঘোষণা কৰা হ'ল

"আমাৰ ভাৰতীয় কমৰেডসকলে বহুদিন ধৰি "বাম" সংকীৰ্ণতাৰ ভ্ৰান্তিৰপৰা ভুগিছে। তেওঁলোকে জাতীয় কংগ্ৰেছৰ কোনো সংগঠনত যোগ দিয়া নাই, আৰু জাতীয় কংগ্ৰেছে আৰম্ভ কৰা কোনো বিক্ষোভ বা আন্দোলনত অংশগ্ৰহণ কৰা নাই। নিজাববীয়াকৈ শক্তিশালী

সাম্ৰাজ্যবাদ বিৰোধী আন্দোলনৰ জন্ম দিয়াৰ বাবে তেওঁলোকৰ যথেষ্ট শক্তিও নাই। সেয়ে তেওঁলোক ভাৰতীয় জনগণৰপৰা বিচ্ছিন্ন হৈ পৰিছে।”

এনে প্ৰবণতাৰ প্ৰায়শ্চিত্ত কৰিয়েই ভাৰতীয় কমিউনিষ্টসকলে সমাজতন্ত্ৰীসকলৰ লগত হাত মিলাইছিল। কিন্তু কোমিণ্টাৰ্ণৰ ঘোষিত নীতিৰ অন্ধ অনুকৰণৰ বাহিৰে অভিজ্ঞতাৰ ভিত্তিত আত্ম সমালোচনাৰ অতীব প্ৰয়োজনীয় পথ তেওঁলোকে লোৱা নাছিল। বাগাড়ম্বৰৰ খোলাৰ মাজত আগৰ সংকীৰ্ণতাবাদী মনটোৱেই বৈ গৈছিল।

গান্ধীজীৰ লগত তুই-এক বছৰ যুঁজিয়েই জয়লাভ কৰা আছিল অসম্ভৱ। কষ্টকৰ আৰু ধৈৰ্যশীল সুদীৰ্ঘ শ্ৰমেৰে তাৰ ভিত্তি ৰচনা কৰাৰ প্ৰয়োজন আছিল। কিন্তু তাকে নকৰি যান্ত্ৰিক ফৰ্মুলা অনুসৰণ কৰি সাম্যবাদীসকলে জয়প্ৰকাশৰ দলক গান্ধীবাদৰ কোলালৈ ঠেলি দিলে। জয়প্ৰকাশ গান্ধীৰ অন্ধ সমৰ্থক নাছিল। ৪২ৰ আগষ্ট বিদ্ৰোহৰ আগতেই নীতি আৰু পদ্ধতি লৈ তেওঁৰ লগত গান্ধীজীৰ তীব্ৰ মত বিৰোধ হৈছিল। স্বাধীনতাৰ পিছত ছচিয়েলিষ্টসকল কমিউনিষ্টৰ দৰেই কংগ্ৰেছ চৰকাৰৰ বিৰাগ ভাজন হৈছিল। কিন্তু এই সকল নেতা আৰু তেওঁলোকৰ সংগঠনৰ বাস্তৱসম্মত মূল্যায়ন কমিউনিষ্টসকলে কৰিব নোৱাৰিলে। ১৯৩৭—৩৮ চনৰপৰা সমাজতন্ত্ৰী দলত গোপন অনুপ্ৰৱেশ চলাই তাক “দখল” কৰাৰ কমিউনিষ্ট আঁচনি সমাজতন্ত্ৰী নেতাসকলে জানিবলৈ পায়। এই কথা লৈ সমাজতন্ত্ৰী নেতাসকল স্বাভাৱিকতে ক্ষুব্ধ হয়। শেষত ১৯৪০ চনত কমিউনিষ্টসকলক কংগ্ৰেছ সমাজতন্ত্ৰী দলৰপৰা বহিষ্কাৰ কৰা হয়। এই ধৰণৰ “বেদখল”ৰ মনোবৃত্তি আজিৰ ভাৰতীয় কমিউনিষ্টৰ মাজতো বেছ প্ৰবল। জাতীয় আন্দোলনৰ নেতৃত্ব এনে ধৰণে দখল কৰা আছিল অসম্ভৱ।

কংগ্ৰেছৰ বুৰ্জোৱা নেতৃত্বই নিজৰ শ্ৰেণীগত সুবিধাৰ বাবে সাম্ৰাজ্যবাদৰ প্ৰতি সদায় অপোচৰ হাত এখন আগবঢ়াই থৈছিল। শ্ৰমিক কৃষকৰ দৰে নিম্ন মধ্যবিত্ত শ্ৰেণীও এই নীতিত ক্ষুব্ধ হৈ আছিল। এই অপোচৰ স্বৰূপ উন্মোচন কৰাৰ লক্ষ্য নিশ্চয় সঠিক আছিল। প্ৰশ্ন হ'ল, কেনেকৈ সেই লক্ষ্য পূৰণ কৰা হ'ব?

শ্ৰেণীভিত্তিক বিচাৰ যদি মাৰ্ক্সবাদী, তেন্তে বামপন্থী নিম্ন মধ্যবিত্ত শ্ৰেণীৰ সমাজবাদী সংগঠন ভাৰতত বহুদিন থাকি যাব বুলি কমিউনিষ্ট-

সকলে বুজিব লাগিব। আপোচকামী আৰু দালালবিলাকৰ স্বৰূপ কেৱল সূত্ৰগতভাৱেই নহয়, যৌথ সংগ্ৰামৰ মাজেৰে, অভিজ্ঞতাৰ জৰিয়তে সমাজতন্ত্ৰীসকলক বুজোৱাৰ প্ৰয়োজন আছিল। 'মাও ঝে' তুঙৰ "নয়া গণতন্ত্ৰ" ( New Democracy ) ৰ প্ৰধান শিক্ষা সেয়েই। কেৱল সমাজবাদলৈ উত্তৰণৰ কালতহে এনে সংগঠনৰ লগত বিৰোধ যুক্তিযুক্ত। হয়তো সিমান দিনে বহুতেই অভিজ্ঞতাৰ পৰাই সত্যক চিনি ললে-হেঁতেন। তাকে নকৰি, বন্ধুত্বপূৰ্ণ প্ৰতিযোগিতা আৰু মতাদৰ্শগত বিতৰ্কৰ ঠাইত অনুপ্ৰৱেশ আৰু কুটাঘাতৰ পথ লৈ কমিউনিষ্টসকল নিজেইহে বিচ্ছিন্ন আৰু নিসংগ হৈ পৰিল। তাৰে ফলস্বৰূপে সুভাষ বসু পিছ হুহকি গ'ল আৰু নিজেও ফেচিবাদৰ সাময়িক মোহত পৰিল। আজি সুভাষ বসুক বীৰ বুলি পূজা কৰা সাম্যবাদীবিলাকে সততা আৰু সত্যনিষ্ঠাৰে নিজৰ সেই মাৰাত্মক ত্ৰুটি স্বীকাৰ কৰি লোৱা নাই। ফলত নতুনকৈ মাৰ্ক্সবাদৰ ওচৰ চাপি অহা যুৱকসকলৰ পাৰ্টিৰ অতীত ইতিহাস বুজিব নোৱাৰা উত্থান-পতন আৰু অগা ডেৱাৰ সাঁথৰ হৈ আছে।

ভাৰতত জাতীয় মুক্তি আন্দোলনৰ শক্তিশালী দক্ষিণপন্থী নেতৃত্বক বিচ্ছিন্ন কৰি সকলো বিপ্লৱী আৰু সংগ্ৰামী শক্তিক ঐক্যবদ্ধ কৰাত দ্বিতীয় মহাযুদ্ধৰ আগৰ গুৰুত্বপূৰ্ণ দশকটোত ভাৰতীয় সাম্যবাদীসকল বিফল হ'ল। সন্দেহ নাই, এই ঘটনাৰ বাবে সুভাষ বসু বা ভাৰতীয় কংগ্ৰেছী সমাজবাদী ( Congress Socialist Party ) সকলো জগৰীয়া। কিন্তু যিহেতু সাম্যবাদীসকল সমাজ আৰু ৰাজনীতিৰ বৈজ্ঞানিক অধ্যয়নৰ দ্বাৰা পৰিচালিত, সেয়ে এই ক্ষেত্ৰত তেওঁলোকৰ ব্যৰ্থতা সকলোতকৈ দুখজনক।

প্ৰথমৰপৰাই বৈজ্ঞানিক সমাজবাদ সম্পৰ্কে এক অবৈজ্ঞানিক মতান্ধতাৰ মনোভাৱ তেওঁলোকৰ মাজত পৰিলক্ষিত হয়। আন যি নহওক, সুভাষ বসু আৰু কংগ্ৰেছী সমাজবাদীসকল সাম্ৰাজ্যবাদৰ দালাল নাছিল। সম্প্ৰতি কোনো কোনো ঐতিহাসিকে এনে তথ্য প্ৰমাণো দাঙি ধৰিছে যে বংগদেশৰ সাধাৰণ যুৱক প্ৰজাৰ স্বত্ব লৈ সুভাষ বসু কেতিয়াও বিশেষ উৎসাহিত নাছিল। গ্ৰামাঞ্চলৰ মধ্যবিত্তৰ স্বাৰ্থৰ প্ৰতি দৰদ তেওঁৰো বেছি আছিল। আকৌ কংগ্ৰেছী সমাজবাদী সকলক বিশ্ব শ্ৰমিক আন্দোলনৰ সংস্কাৰপন্থী শোধনবাদী নেতা কিছুমানৰ লগত তুলনা কৰি কোৱা হৈছে যে তেওঁলোকে প্ৰকৃতভাৱে দক্ষিণপন্থী নেতৃত্বৰ

নেতৃত্বহে আছিল। অহিংসা আৰু শান্তিপূৰ্ণ আন্দোলনৰ প্ৰতি তেওঁলোকৰ দুৰ্বলতাই তাৰ প্ৰমাণ।

সুভাষ বসু বা কংগ্ৰেছী সমাজবাদীসকলৰ শ্ৰেণীগত দুৰ্বলতা বা পক্ষপাতিত্ব থকাটো অস্বাভাৱিক নহয়। কিন্তু প্ৰধান শত্ৰু সাম্ৰাজ্যবাদ সম্পৰ্কে তেওঁলোকৰ মনত মোহ নাছিল। গ্ৰামাঞ্চলৰ সমান্তবাদৰ বিৰুদ্ধে সাম্যবাদীসকলে প্ৰবল আন্দোলন সংগঠিত কৰিব পাৰিলে এওঁলোকে তাত বিঘিনি জন্মালেহেঁতেন বুলিও ভাবিব নোৱাৰি। কিন্তু এনে গঠনমূলক চিন্তাৰ অভ্যাস ভাৰতীয় সাম্যবাদীসকলৰ নাছিল। বৰং তেওঁলোকৰ মনত এনে ধাৰণাই বাহ লৈছিল যেন বৈজ্ঞানিক সমাজবাদৰ মাদুলি পিন্ধি বাবে তেওঁলোকে হেলাৰঙে সকলো বিপদ অতিক্ৰম কৰিব পাৰিব।

ইযাৰ ফলত কংগ্ৰেছৰ দক্ষিণপন্থী নেতৃত্বৰ বিৰুদ্ধে বামপন্থী প্ৰত্যাহ্বান শোচনীয়ভাৱে পৰাস্ত হয়। সুভাষ বসু সভাপতি পদৰপৰা অপসাৰিত আৰু অৱশেষত সামান্য চেলুত কংগ্ৰেছৰ সাধাৰণ সদস্যপদৰ-পৰাও বঞ্চিত হয়। (আজি যিসকল লোকে সুভাষ বসুৰ বিৰুদ্ধে হয় মহাযুদ্ধৰ সময়ত কমিউনিষ্টাবলাকৰ অপপ্ৰচাৰক মূলধন কৰি লৈ কমিউনিষ্ট বিৰোধী প্ৰচাৰত মত্ত হৈছে তেওঁলোক তেতিয়াৰ ভাৰতীয় জাতীয় কংগ্ৰেছে সুভাষ বসুৰ বিৰুদ্ধে কৰা ঘোৰতৰ অন্যায় সম্পৰ্কে নীৰৱ হৈ থাকে।) সেযে দ্বিতীয় মহাযুদ্ধৰ সময়ছোৱাত সাম্যবাদী-সকল জনসাধাৰণৰপৰা বাৰুকৈয়ে বিচ্ছিন্ন হৈ পৰে। দ্বিতীয় মহাযুদ্ধক প্ৰথম অৱস্থাত ইউৰোপৰ সাম্ৰাজ্যবাদী শক্তিবোৰৰ মাজৰ ক্ষমতাযুদ্ধ বুলি সাম্যবাদীসকলে অভিহিত কৰে। ভাৰতৰ জাতীয় কংগ্ৰেছৰ নেতাসকলেও যুদ্ধৰ এই চৰিত্ৰ প্ৰকাৰান্তৰে মানি লৈছিল। ভাৰতৰ জনগণৰ মতামত নোলোৱাকৈ বৃটিছ চৰকাৰে ভাৰতকো ইংলেণ্ডৰ মিত্ৰদেশ হিচাপে যুদ্ধত যোগ দিয়ালে—অথচ তাৰ বিনিময়ত ভাৰতক স্বাধীনতা দিয়াৰো কোনো প্ৰতিশ্ৰুতি দিয়া নাছিল। বৃটিছক কোনো ধৰণৰ সহায় কৰিব নালাগে—ভাৰতৰ সাম্যবাদীসকলেই প্ৰবল উৎসাহেৰে এই প্ৰচাৰ চলাই গৈছিল। আনহাতে কংগ্ৰেছৰ দক্ষিণপন্থী নেতৃত্বই ১৯৪১ চনত বৃটিছৰ যুদ্ধ প্ৰচেষ্টাত বাধা দিয়া বা তাৰ প্ৰবল বিৰোধিতা কৰাৰ কথা ভবা নাছিল। কিন্তু ১৯৪২ চনত সাম্যবাদী সকলৰ মুৰ সলনি হ'ল। তেওঁলোকে ভাৰতৰ জনগণক আহ্বান জনালে সৰ্বান্তঃ-

কৰণে বৃটিছৰ যুদ্ধপ্ৰচেষ্টাত সহঁাৰি জনাবলৈ। তেওঁলোকৰ আগৰ শ্লোগান আছিল—সাম্ৰাজ্যবাদী যুদ্ধৰ বাবে “না এক পাই, না এক ভাই”। (এটা পায়ো দিয়া নহয় এটি ভায়ো পঠোৱা নহয়।) এতিয়া কোৱা হ'ল, যুদ্ধই জনগণৰ যুদ্ধৰ ৰূপ লৈছে আৰু ধনেজনে এই যুদ্ধত বৃটিছক সহায় কৰিব লাগে। এবছৰৰ ভিতৰত এই আকাশ পাতাল পৰিবৰ্তন ভাৰতৰ সাধাৰণ মানুহক বুজোৱা সহজ নাছিল। কেৱল উপযুক্ত কৌশলেৰে সংগ্ৰামী জনগণক ঐক্যবদ্ধ কৰি জনগণৰ মাজত ভিত্তি স্থাপন কৰি ল'ব পাৰিলেহে এনে দিক্‌পৰিবতন জনগণৰ বাবে বিভ্ৰান্তিকৰ নহ'লহেঁতেন। তাৰ অবিহনে কমিউনিষ্টসকলে নিজৰ চৰিত্ৰহননৰ অস্ত্ৰ নিজেই দক্ষিণপন্থী বিলাকৰ হাতত তুলি দিছিল।

এই ক া ঠিক যে নাৎছি জাৰ্মানিয়ে চোভিয়েট ইউনিয়নক আক্ৰমণ কৰাৰ লগে লগে দ্বিতীয় মহাযুদ্ধৰ চৰিত্ৰ সলনি হৈছিল। তাৰ কাৰণ কেৱল এয়ে নহয় যে চোভিয়েট ইউনিয়ন সাম্ৰাজ্যবাদী ৰাষ্ট্ৰ নহয় সমাজবাদী ৰাষ্ট্ৰহে। পৃথিৱীত সমাজবাদৰ ভৱিষ্যত বহুদূৰ চোভিয়েট ইউনিয়নৰ নিৰাপত্তাৰ ওপৰত নিৰ্ভৰ কৰিছিল। কিন্তু তাতোকৈ ডাঙৰ কথা আছিল এয়ে যে নাৎছি জাৰ্মানি, ইটালি আৰু জাপানে বিভিন্ন দেশৰ জনগণক পদানত ভূমিস্যাৎ কৰি যুদ্ধৰ চৰিত্ৰ ক্ৰমে সলনি কৰি পেলাইছিল। ঔপনিবেশিক দেশবোৰৰ জনগণৰ শতাব্দীজোৰা দাসত্বৰ লগত যোগ হৈছিল ফ্ৰান্স বা বেলজিয়াম প্ৰভৃতি উন্নত দেশৰ জনগণৰ দাসত্ব, আৰু ৰুছিয়া আৰু ইংলেণ্ডৰ জনগণৰ স্বাধীনতালুপ্তিৰ বিপদ। যিহেতু ২য় মহাযুদ্ধৰ ৰণাংগণ আছিল বিশ্বব্যাপি সেয়ে এই পৰি-প্ৰেক্ষিতত ২য় মহাযুদ্ধক জনগণৰ যুদ্ধ (অৰ্থাৎ ফেছিবাদী দাসত্বৰ বিৰুদ্ধে গণতন্ত্ৰ ৰক্ষাৰ যুদ্ধ) বুলি কোৱাত কোনো দোষ নাছিল। ইউৰোপৰ বহু দেশত আৰু আমেৰিকাত জনসাধাৰণে যুদ্ধখনক তেনেধৰণেই লৈছিল। আমেৰিকাত তমাছ মান, আইনষ্টাইন চালি চেপ্‌লিন প্ৰভৃতি শিল্পী সাহিত্যিক-বৈজ্ঞানিকে এইবাবেই যুদ্ধত মিত্ৰপক্ষক সমৰ্থন জনাইছিল।

কিন্তু ভাৰত প্ৰভৃতি ঔপনিবেশিক দেশত মিত্ৰপক্ষৰে বৃটিছ সাম্ৰাজ্য-বাদৰ অত্যাচাৰত জনসাধাৰণ জৰ্জৰিত হৈ আছিল। ভাৰতৰ জাতীয় কংগ্ৰেছৰ নেতৃবৃন্দই লক্ষ্য কৰাদৰে এই চৰম বিপদৰ মুহূৰ্ততো বৃটিছ সাম্ৰাজ্যবাদী শাসকচক্ৰই ভাৰতৰ স্বাধীনতাকামী জনগণৰ প্ৰতি সুবিচাৰ

কৰাৰ সম্ভাৱনা নাছিল। তেনেস্থলত সাম্যবাদীসকলে জনযুদ্ধৰ আৱাজ কেনেকৈ দিয়ে, যি আছিল কৌশলৰ পিনৰপৰা এক দুৰ্যোগময় প্ৰত্যাহ্বান।

অৱশ্যে তাৰ বাবে যে পটভূমি একেবাৰে নাছিল তেনেও নহয়। জাপানৰ চীন আক্ৰমণত ভাৰতৰ শিক্ষিত সমাজ অতি ক্ষুব্ধ হৈছিল। ৰবীন্দ্ৰনাথে প্ৰথমে ভুল কৰিলেও পিছত বাৰে বাৰে তীব্ৰ ভাষাত ইউৰোপীয় ফেছিবাদক আক্ৰমণ কৰিছিল। তেওঁৰ পুৰণি বন্ধু য়োনে' নগুচিয়ে ( Yona Noguchi ) জাপানৰ আগ্ৰাসী যুদ্ধবাদী মনোভাৱৰ প্ৰশংসা কৰাত তাৰ উত্তৰত ৰবীন্দ্ৰনাথে তীব্ৰ প্ৰতিবাদ জনাইছিল। ১৯৩৭ চনত ৰবীন্দ্ৰনাথ, শৰৎ চেটাৰ্জী, প্ৰমথ চৌধুৰী, মুন্সী প্ৰেমচন্দ, জৱাহৰলাল নেহৰু নন্দলাল বসু প্ৰভৃতিৰ স্বাক্ষৰ সম্বলিত ঘোষণা—পত্ৰত যুদ্ধলোলুপ ফেছিবাদী শক্তিবোৰক গৰিহণা দিয়া হৈছিল। ফেছিবাদবিৰোধী আন্তৰ্জাতিক আন্দোলনৰ লগত কংগ্ৰেছৰ তৰুণ নেতা জৱাহৰলাল নেহৰু জড়িত হৈছিল। এই ফেছিবাদবিৰোধী মনোভাৱ এনে দকৈ শিপাইছিল যে সুভাষ বসু কংগ্ৰেছৰ সভাপতি থকা কালত নেহৰুৰ উদ্যোগত ভাৰতীয় চিকিৎসকৰ এটা সঁজাতী দলে সুদূৰ চীনত চীনৰ ফেছিবাদবিৰোধী যুদ্ধত সহায় কৰিবলৈ ৰাওনা হৈছিল। ( প্ৰাত স্মৰণীয়, ডং কোট্‌নিচ্‌ আছিল সঁজাতী দলটোৰ সদস্য।) এই ঘটনাৰ আলমত আনকি চৰম কল্পনাবিলাসী ভাৱবাদী ঔপন্যাসিক বিভূতিভূষণ বন্দ্যোপাধ্যায়েও এখন কিশোৰ-উপন্যাস ৰচনা কৰিছিল। অৰ্থাৎ ভাৰতৰ জনগণক ফেছিবাদীৰ চৰিত্ৰ আৰু তাৰপৰা হ'ব পৰা বিপদ সম্পৰ্কে শিক্ষা দিবলৈ ভাৰতীয় সাম্যবাদী মহলে যথেষ্ট সময় আৰু সুযোগ পাইছিল। সেইদৰে আমাৰ দেশৰ জনগণৰ বাবে চোভিয়েট ৰুছিয়াৰ সমাজবাদ কিয় গুৰুত্বপূৰ্ণ সেই কথা প্ৰচাৰ কৰাৰো অৱকাশ যথেষ্ট পাইছিল। স্বয়ং ৰবীন্দ্ৰনাথ আৰু জৱাহৰলাল নেহৰুৱে ৰুছিয়া ভ্ৰমণ কৰি উভতি আহি সেই বিৰাট সামাজিক পৰীক্ষাৰ ভূয়সী প্ৰশংসা কৰিছিল। কিন্তু সময় থাকোঁতেই ভাৰতৰ সাম্যবাদীসকলে এই দুটা গুৰুত্বপূৰ্ণ বিষয়ে যথেষ্ট প্ৰচাৰ নচলালে।

ফলস্বৰূপে ২য় মহাযুদ্ধৰ চৰিত্ৰ সম্পৰ্কে যেতিয়া পৰিস্থিতিৰ পৰিবৰ্তন অনুযায়ী ভাৰতীয় সাম্যবাদীসকলে নৱমূল্যায়ন চলালে তেতিয়া তেওঁলোকৰ ভূমিকাই সন্দেহৰ উদ্ৰেক হে কৰিলে। ১৯৪২ চনৰ জুন-

জুলাই মাহত ঐতিহাসিক ভাৰত ত্যাগ ( Quit India ) আন্দোলনৰ সিদ্ধান্ত সম্পৰ্কে জাতীয় কংগ্ৰেছৰ কাৰ্যবাহী সমিতিত ( Congress Working Committee ) যি বিতৰ্ক আৰু আলোচনা হৈছিল তাৰ পৰা দেখা যায় যে আজাদ জৱাহৰলাল আৰু ভূলাভাই দেশাইৰ বাহিৰে আন কোনো কংগ্ৰেছী নেতা মহাযুদ্ধৰ নতুন চৰিত্ৰ বা ফেছিবাদৰ বিপদ সম্পৰ্কে অবহিত নাছিল। আনকি নৰেন্দ্ৰদেৱ আৰু অচ্যুত পটবৰ্ধনৰ দৰে বিশিষ্ট সমাজবাদী নেতাযো সেইবোৰ কথাত কোনো গুৰুত্ব দিয়া নাছিল। সাম্যবাদৰ সপক্ষে বাতাবৰণ গঢ়ি তোলাত সাম্যবাদীসকল কেনেদৰে ব্যৰ্থ বা অমনোযোগী আছিল, এইবোৰ ঘটনা তাৰে প্ৰমাণ মাত্ৰ। এনে প্ৰচাৰ অভিযান অবিহনে তেওঁলোকে ৰাজনৈতিক অস্তিত্ব কেনেদৰে বজাই ৰাখিবলৈ বিচাৰিছিল, সি এক ৰহস্য। যান্ত্ৰিক সংগঠনকেন্দ্ৰিক চিন্তাৰ ইয়াতকৈ ডাঙৰ প্ৰমাণ আৰু নালাগে। সেয়ে কংগ্ৰেছৰ জাতীয় নেতৃত্বই হিংস্ৰ জাপানী আক্ৰমণৰ মুহূৰ্ততে বিখ্যাত "ভাৰত ত্যাগ কৰা' আন্দোলনৰ আহ্বান দিব পাৰিছিল ।

অধিকাংশ সাম্যবাদী নেতা অৱশ্যে কাৰাৰুদ্ধ হৈ আছিল। অৰুণ শৌৰি প্ৰমুখ্যে লেখকে যিমানেই প্ৰচাৰ নকৰক, এই কথা ঠিক যে ভাৰতৰ সাম্যবাদীসকলে চোভিয়েট য়ুনিয়নক নাৎছি জাৰ্মানিয়ে আক্ৰমণ কৰাৰ লগেলগে লাইন সলনি কৰা নাছিল। অৰুণ শৌৰিৰ মতে স্তালিনৰ নিৰ্দেশতে ভাৰতৰ সাম্যবাদীসকলে ৰুশ্ব-জাৰ্মান যুদ্ধ আৰম্ভ হোৱাৰ পুৰা ছমাহ পিছত যুদ্ধসম্পৰ্কে তেওঁলোকৰ মনোভাৱ সলনি কৰে। স্তালিনৰ "নিৰ্দেশ" পোৱাৰ আগতেই কাৰাৰুদ্ধ বিশিষ্ট সাম্যবাদী নেতাসকলে বিশ্বযুদ্ধ সম্পৰ্কে তেওঁলোকৰ মনোভাৱ সলনি হোৱা সম্পৰ্কে এখন "দলিল' প্ৰস্তুত কৰিছিল। অৰ্থাৎ গণ্ডগোলৰ কাৰণ শৌৰি প্ৰমুখ্যে সমালোচকে কোৱা দৰে স্তালিনৰ হুকুমবাজ নহয়—গণ্ডগোলৰ কাৰণ ভাৰতৰ সাম্যবাদীসকলৰ প্ৰস্তুতি আৰু পৈণত চিন্তাৰ অভাৱ।

বিয়াল্লিছৰ "গণ-বিপ্লৱ"ৰ সময়ত দেখা গ'ল পৰাধীনতাৰ শিকলি শৰীৰৰপৰা জোঁকাৰি পেলাবলৈ কংগ্ৰেছৰ নিৰ্দেশত ভাৰতৰ জনতাই জাগ্ৰত সিংহৰ দৰে আগবাঢ়ি আহিছে, আৰু বৃটিছৰ যুদ্ধপ্ৰচেষ্টাত সক্ৰিয়ভাৱে বাধা দিছে—আনহাতে সাম্যবাদীসকলে পূৰ্ণোদ্যমে বৃটিছৰ যুদ্ধপ্ৰচেষ্টাত সহযোগিতা কৰিছে আৰু "ভাৰত ত্যাগ" আন্দোলনৰ

বিৰোধিতা কৰিছে। তেওঁলোকে অৱশ্যে তেওঁলোকৰ প্ৰচাৰত সুভাষ বসুৰ বাহিৰে আন কংগ্ৰেছী নেতাৰ সুস্পষ্ট নিন্দা কৰা নাছিল। ভাৰতৰ স্বাধীনতাৰ দাবী যুদ্ধৰ কালছোৱালৈ স্থগিত ৰাখিলেও বৰ্জন কৰা নাছিল। তথাপি প্ৰত্যাশিতভাৱেই জনগণৰ সন্দেহ আৰু বিৰাগ তেওঁলোকে বুটলিব লগীয়া হ'ল।

তেওঁলোকে কি কৰা উচিত আছিল? বিশ্ব ইতিহাসৰ পৰিৱৰ্তিত পৰিস্থিতিত এই বিডম্বনা অনিবাৰ্য আছিলনে? আমি ইতিপূৰ্বে ইংগিত দিছো যে সাম্যবাদীসকলৰ কামকাজ তথা চিন্তাৰ নানাবিধ ফাঁকৰ বাবেই এনে দুৰ্দশাত পৰিছিল তেওঁলোক। অৱশ্যে তাৰ পিছতো জনগণৰ লগত সৌহাৰ্দ্য স্থাপনৰ বাবে তেওঁলোকে বিশেষ কিছু ব্যৱস্থা ল'ব পাৰিলেহেতেন। কিন্তু মহাযুদ্ধত সৈন্যবাহিনীক খুৱাবৰ বাবে বৃটিছে ভাৰতত উৎপন্ন খাদ্যশস্য ধাহি-মুহি লৈ যোৱাৰ ফলত যি ভয়াবহ মন্বন্তৰ হয় (যি দুৰ্ভিক্ষত ২০ লাখ লোক মৃত্যুবৰণ কৰে) তাকো দেশীয় চোৰাংব্যৱসায়ী আৰু মজুতদাৰৰ অপকীৰ্তি বুলি সাম্যবাদীসকলে প্ৰচাৰ কৰিছিল। "জনযুদ্ধ"ৰ লাইন এনেদৰে তেওঁলোকে ক'ব নোৱাৰাকৈ জনবিৰোধী যুদ্ধৰ লাইনত পৰিণত হৈছিল। অৰ্থাৎ কোনো ঐতিহাসিক ঘটনাৰ সকলো দিশ চালিজাৰি সেই মতে নিজৰ কাৰ্যপন্থা নমনীয়ভাৱে নিৰ্ধাৰণ কৰাতকৈ কোনো আগতে ঠিৰাং কৰা 'লাইন' গোঁৱাৰৰ দৰে খামোচ মাৰি ধৰি থকাই তেওঁলোকৰ বৈশিষ্ট্য হৈ পৰিছিল। সেয়ে ত্যাগ আৰু নিষ্ঠা অথলে গৈছিল।

বৃটিছৰ যুদ্ধপ্ৰচেষ্টাত পোনচাটে সমৰ্থন নিদি তেওঁলোকে প্ৰথমতে চোভিয়েট য়ুনিয়নৰ সমৰ্থন আৰু সহায়ত সভাসমিতি কৰি সংগঠন গঢ়ি তুলিব লাগিছিল। এনে অৱস্থাত জৱাহৰলাল প্ৰমুখ্যে প্ৰগতিশীল কংগ্ৰেছী নেতাৰ সহযোগিতাও তেওঁলোকে পালেহেঁতেন। দ্বিতীয় পৰ্যায়ত তেওঁলোকে আগৰ প্ৰচাৰৰ ভিত্তিতে বৃটিছ সাম্ৰাজ্যবাদৰ লগত সাময়িক যুদ্ধবিৰতিৰ হকে ওকালতি কৰিব পাৰিলেহেঁতেন। কিন্তু এনেধৰণৰ জটিল, সুসংবদ্ধ পৰিকল্পনা সাম্যবাদী মহলত নাছিল।

বহুতে কোমিণ্টাৰ্ণৰ শাসনক এনে পৰিণতিৰ বাবে দায়ী কৰিব খোজে। পিছলৈ সেই সম্পৰ্কে আমি বহলাই আলোচনা কৰিম। কিন্তু এটা কথা অৱহেলা কৰিব নোৱাৰি—সাম্যবাদীসকলে, তেওঁলোকৰ মাজত বহুত ধীমান আৰু বিচক্ষণ লোক থকা সত্বেও, বস্তুৰ গভীৰতম

মৰ্মত প্ৰৱেশ কৰিবলৈ শিকা নাছিল। যি কোনো কথাৰ সমৰ্থনত মাৰ্ক্স লেনিনৰ পৰা এগালমান উদ্ধৃতি দিয়েই তেওঁলোকে বাহ্যিক সম্পৰ্ক এটা স্থাপন কৰি দায় সাৰিছিল। বুৰ্জোৱা মহলত এনেকৈ ম'ৰা পাখি ধাৰ কৰি ছালি ধৰা কাউৰী সুলভ। কিন্তু মাৰ্ক্সবাদী সকল তেনে টুলুঙা ফেৰিৱালা হ'ব নোৱাৰে। অনুশীলন আৰু তত্ত্বৰ দ্বান্দ্বিক প্ৰয়োগেৰে সমাজজীৱনৰ অনুসন্ধান আৰু ৰূপান্তৰত গভীৰৰ পৰা গভীৰতৰ স্তৰলৈ যোৱাই তেওঁলোকৰ সাৰ্থক পৰিচয়।

আজি ভাৰতত মাৰ্ক্সবাদ আৰু মাৰ্ক্সবাদী দলসমূহৰ যি দুৰ্দশা ঘটিছে, তাৰবাবে শাসক শ্ৰেণীৰ দমন-নীতি নিশ্চয় বহু পৰিমাণে দায়ী। বৃহৎ পুঁজিপতি মহলে আন্তৰ্জাতিক বন্ধু-বান্ধৱৰ সহযোগত অনবৰত মাৰ্ক্সবাদবিৰোধী কুৎসা আৰু অপপ্ৰচাৰৰ ঢল বোৱাই আছে। শক্তি-শালী সাংবাদিক সুপ্ৰতিষ্ঠিত বুদ্ধিজীৱী আৰু বাক্‌পটু ৰাজনীতিবিদ এনে কামত অনবৰত লিপ্ত। পৰিতাপৰ বিষয় যে, বিভিন্ন মাৰ্ক্সবাদী দলৰ মাজত চলা প্ৰবল সংগ্ৰামেও তেওঁলোকক এনে ব্যস্ত ৰাখিছে—যি সংগ্ৰাম প্ৰায়েই ৰক্তক্ষয়ী পৰ্যায়লৈ অৱনমিত হৈছে—যে তেওঁলোকে বিভ্ৰান্ত সৰ্বসাধাৰণ ৰাইজৰ মাজত মাৰ্ক্সবাদৰ প্ৰতি অনাস্থা আৰু অনীহাৰহে জন্ম দিছে। কোনো এটা মাৰ্ক্সবাদী দলেই জনসাধাৰণৰ ওচৰ চাপি তেওঁলোকৰ অন্তৰত স্থান ল'ব পৰা নাই। তেওঁলোকৰ বাবে আশা ভৰসাৰ থল হৈ পৰা নাই, তেওঁলোকৰ মুক্তিৰ অগ্ৰদূত হ'ব পাই। এই পৰিস্থিতিৰ বাবে তেওঁলোকে অনুসৰণ কৰা ভ্ৰান্ত নীতিয়েই দায়ী হ'ব লাগিব।

আমি আগতেই কৈ আহিছো যে এনে কৰাল মাৰি ধৰা ভ্ৰান্তি আৰু বন্ধ্যাত্বৰ গভীৰ সামাজিক আৰু ঐতিহাসিক কাৰণ থাকিব লাগিব। সমালোচকসকলে আঙুলিয়াই দিছে যে ভাৰতীয় সাম্যবাদীসকলৰ সৰহভাগেই বিভিন্ন পৰ্যায়ৰ শোষক শ্ৰেণীৰপৰা অহা বাবেই তেওঁলোকে সামাজিক ৰূপান্তৰৰ শুদ্ধ পথ ল'ব পৰা নাই। সেইটো অৱশ্যে এটা সবল যুক্তি নহয়। প্ৰকৃত দিশত খোজ দিব পাৰিলে শোষক শ্ৰেণীৰ-পৰা অহা নিষ্ঠাবান বিপ্লৱী তেওঁৰ মূল শ্ৰেণীৰ প্ৰভাৱৰপৰা মুক্ত হৈ সৰ্বহাৰা শ্ৰেণীৰ লগত একাত্ম হৈ যোৱাত বাধা নাথাকে। মাৰ্ক্স বা লেনিন, এজনো শ্ৰমিক শ্ৰেণীৰ সন্তান নাছিল।

তেন্তেনো কি কাৰণত সাম্যবাদীসকলৰ মাৰ্ক্সবাদ চৰ্চাত বাৰে বাৰে আউল লাগিছে ? তেওঁলোকৰ নিষ্ঠা আৰু ত্যাগ সত্ত্বেও বাৰে বাৰে শোষক শ্ৰেণীৰ অভ্যস্ত দৃষ্টিকোণলৈকে তেওঁলোক উভতি গৈছে। হয় শোষক শ্ৰেণীৰ ৰাষ্ট্ৰ ব্যৱস্থাত লীন গৈ তাৰ ধাৰক-বাহকত পৰিণত হৈছে, নহয় অতিবিপ্লৱী হিংসাৰ উদগীৰণেৰে শাসক শ্ৰেণীক খন্তেকলৈ চমকিত কৰি শীতল আৰু সেমেকা পৰিবেশত মুমাই ছাই হৈ গৈছে। আজি ভাৰতৰ ট্ৰেড্ ইউনিযন আন্দোলনৰ প্ৰধান কেন্দ্ৰ বোম্বাই চহৰত সাম্যবাদী দলবোৰতকৈ অধিক জঙ্গী মতাদৰ্শহীন নেতা দত্ত সামন্তৰ নেতৃত্বৰ প্ৰতিহে সাধাৰণ শ্ৰমিক আকৃষ্ট—শিৱ সেনাৰ দৰে হিংস্ৰ শ্ৰমিকবিৰোধী দল এটাই বোম্বাইৰ পৌৰ প্ৰশাসন কৰায়ত্ত কৰিছে। বিহাৰ আৰু উত্তৰপ্ৰদেশৰ বিস্তীৰ্ণ ভূখণ্ডৰ লাখ লাখ কৃষি শ্ৰমিকে আৰু হৰিজন "বন্ধা"ই আজিও কুকুৰ-মেকুৰীৰ দৰে জীৱন যাপন কৰিবলগীয়া হৈ আছে। ভাৰতত মাৰ্ক্সবাদৰ অসাৰ প্ৰয়োগৰ আৰু কি প্ৰমাণ লাগিছে ?

শোষক শ্ৰেণীৰ দৃষ্টিকোণ বুলিলে শোষক শ্ৰেণীৰ লগত আপোচৰ কথা আমি বুজাব খোজা নাই। বহু মাৰ্ক্সবাদীযে আপোচৰ ধাৰণাটো নিশ্চয ঘৃণাৰে নেওচা দিব। অথচ কাৰ্যক্ষেত্ৰত তেওঁলোকক আপোচ কৰাই দেখা গৈছে বাৰে বাৰে—যাৰ ফলত ভাৰতত বিপ্লৱী প্ৰক্ৰিয়াৰ অগ্ৰগতি ব্যাহত হৈছে। তেওঁলোকৰ "এপ্ৰোচ্" ( approach ) বা বিচাৰ ধাৰাৰ অন্তৰ্নিহিত দুৰ্বলতাৰ বাবেই ভাৰতীয় সমাজ ব্যৱস্থা আৰু সংস্কৃতিৰ মৌলিক চৰিত্ৰ বুজাত তেওঁলোক ব্যৰ্থ হৈছে, আৰু এই ব্যৰ্থতাৰপৰাই উদ্ভূত হৈছে সমাজৰ বৈপ্লৱিক ৰূপান্তৰ ঘটোৱাত তেওঁলোকৰ ব্যৰ্থতা। এনে বিচাৰ ধাৰাৰ উৎস নিশ্চয় তেওঁলোকৰ শ্ৰেণী চৰিত্ৰ। কিন্তু এই শ্ৰেণী চৰিত্ৰ কোনো বিমূৰ্ত অৰ্থনৈতিক সূত্ৰ নহয়। তাৰ বিশেষ, দৃশ্যমান সাংস্কৃতিক প্ৰকৃতি আছে। এই প্ৰকৃতিয়েই কাৰ্যক্ষেত্ৰত সমাজ আৰু বিপ্লৱ সম্পৰ্কে তেওঁলোকৰ চিন্তাধাৰাৰ গঢ় দিছে।

খিচুৰিবাদী বা পল্লৱগ্ৰাহী ( eclectic ) চিন্তাবিদৰ হাতত এই সত্যটোৱে কিম্ভূত-কিমাকাৰ ৰূপ ল'ব পাৰে। তেতিয়া আমি শুনি চমৎকৃত হ'ম যে চি-পি-এম দল আচলতে ছদ্মবেশী কালীসাধক, নাইবা লোহিয়া পন্থীসকল প্ৰকৃততে জনজাতীয় ভূতৰ ওজাৰ আধুনিক অৱতাৰ। ভাৱবাদ আৰু খিচুৰি চিন্তাৰ সংগমত এনে অদ্ভুত প্ৰসৱ ঘটিলেও তাত

কেৱল নাক কোঁচালেই নহ'ব। তাৰ মাজত সেই ধৰণৰ বুর্জোৱা বুদ্ধিজীৱীয়ে যদি কিবা সত্যৰ আভাস দিছে, আমি তাক অৱহেলা নকৰি আত্মসমালোচনাৰ বাবে গ্রহণ কৰাহে যুগুত হ'ব।

অৱশ্যে মানুহৰ মগজে মগজে এটা যুগৰপৰা আন যুগলৈ চিন্তাৰ বিদ্যুৎপ্রবাহ বৈ নাথাকে। দ্বান্দ্বিক বস্তুবাদৰ সার্থকতা এইখিনিতে যে এনে মোহান্ধ ধাৰণাৰপৰা আমাক মুক্ত কৰি উৎপাদন-ব্যৱস্থাৰ গঢ়-গতি আৰু ক্রমবিকাশৰ লগত চিন্তাৰ উদ্ভব, বিলয়, ধাৰাবাহিকতা কিংবা পুনৰুত্থান কেনেদৰে যুক্ত, সি ফঁহিয়াই দেখুৱাব পাৰে।

বৃটিছ শাসনে ভাৰতৰ প্রাচীন শিক্ষাব্যৱস্থাক পৃষ্ঠপোষকতাৰপৰা বঞ্চিত কৰি পংগু কৰিলে। বহুকাল ধৰি একে ধৰণে পুনৰাবৃত্ত হৈ থকা এই শিক্ষাব্যৱস্থা জড়াগ্রস্ত হ'লেও তাৰ ভিতৰত হয়তো ভাৰতীয় মানুহৰ উপযোগী শিক্ষামুলক উপাদান আছিল। কিন্তু সেই সম্ভাবনা তল পেলাই মেক'লেই ভাৰতত প্রবর্তন কৰিলে তথাকথিত পছিমীয়া আহিৰ শিক্ষাব্যৱস্থা। কিন্তু বহুতে ভাবি নাচায যে এই "পছিমীযা" শিক্ষা-ব্যৱস্থা ভাৰতত তাৰ পূর্ণাংগ ৰূপত প্রতিষ্ঠিত নহ'ল। ঘাইকৈ ইংলেণ্ডৰ উচ্চবিত্ত আৰু বিশ্রামপ্রিয় এটা শ্রেণীৰ অভ্যস্ত শিক্ষাব্যৱস্থাকে সামান্য সাল সলনি কৰি ভাৰতত বৃটিছ ঔপনিবেশিক প্রশাসন চলাবলৈ বহু সংখ্যক কেৰাণী-মহৰী তৈয়াৰ কৰাই নাইবা এচাম সৌভাগ্যবান সংস্কৃতি-বিলাসীৰ জন্ম দিয়াই এই অর্ধবিকশিত পছিমীযা শিক্ষা ব্যৱস্থাৰ প্রধান পৰিণতি হৈ পৰিল। অর্থাৎ শিল্প বিজ্ঞানৰ যথাযথ বিকাশ অবিহনে আলাসতে এনে বিদেশী শিক্ষা ব্যৱস্থা জাপি দিয়াৰ ফল ভাৰতবাসীৰ বাবে মাৰাত্মক হ'বলৈ বাধ্য। স্থানান্তৰত আমি যিহেতু বহলাই এইবোৰ কথা আলোচনা কৰিছোঁৱেই, ইয়াত আৰু এই সম্পর্কে বিশদ খুটি-নাটিৰ উল্লেখ নকৰোঁ।

কিন্তু ভাৰতীয় জমিদাৰ, উকীল, আমোলা আৰু বৃটিছ নির্ভৰ ব্যৱসায়ীৰ মাজত এই শিক্ষাব্যৱস্থাই কেতবোৰ মাৰাত্মক সীমাবদ্ধতাৰ জন্ম দিলে। পোনতে, বৃটিছ শিক্ষাব্যৱস্থাই কঢ়িয়াই অনা আৰু প্রচাৰ কৰা কেতবোৰ মূল ধ্যান-ধাৰণা ভাৰতীয় পৰিস্থিতিত যিমানেই অবাস্তৱ বা অপ্রাসংগিক নহওক, সেইবোৰ অগ্রাহ্য কৰাৰ শক্তি শিক্ষিত ভাৰতীয়ই প্রায় হেৰুৱাই পেলালে। আনহাতে এনে অবাস্তৱ বা ছিন্নমূল ধাৰণাই যেহেতু চিন্তাৰ জগত আচ্ছন্ন কৰি ৰাখিলেও শিক্ষিত-

সকলৰ ব্যৱহাৰিক জীৱন প্ৰভাৱিত কৰিব নোৱাৰিলে, সেয়ে শিক্ষিত ভাৰতীয়ৰ মনোজগতৰ ভিত্তি গঠন কৰিলে পৰম্পৰাগত কেতবোৰ বিশ্বাসে আৰু ওপৰোক্ত অবাস্তৱ পছিমীয়া ধাৰণাবোৰ যেতিয়া বাস্তৱৰ পৰীক্ষাত বাৰে বাৰে উফৰি গ'ল, তেতিয়া ভিত্তিত শিপাই থকা কৌটিকলীয়া বিশ্বাস আৰু সংস্কাৰবোৰেই এচাম শিক্ষিতৰ মাজত প্ৰবল ৰূপ ধাৰণ কৰিলে।

ভাৰতৰ জাতীয় কংগ্ৰেছৰ ইতিহাসত সেয়ে আমি দেখোঁ যে পছিমীয়া শিক্ষাব্যৱস্থাৰপৰা আহৰণ কৰা নিয়মতান্ত্ৰিক উদাৰতাবাদ প্ৰয়োগ কৰিবলৈ গৈ ৰাণাডে, গোখলে' আৰু সুৰেন্দ্ৰনাথ বন্দোপাধ্যায় যেতিয়া ঔপনিবেশিক প্ৰভুসকলৰ অহমিকা আৰু গোৰাঁডামিৰ সমুখত বিফল মনোৰথ হ'ল তেতিয়া তেওঁলোকৰ নেতৃত্বত প্ৰত্যাহ্বান জনাই 'লাল-বাল-পালৰ' ( লালা লাজপত ৰায়, বালগঙ্গাধৰ তিলক আৰু বিপিনচন্দ্ৰ পাল ) তথাকথিত চৰমপন্থী নেতৃত্বই ভাৰতীয় ঐতিহ্যৰ পুনৰুদ্ধাৰকেই দেশৰ মুক্তিৰ সেন্দুৰীয়া আলি বুলি ধৰি ল'লে। বিবেকানন্দ, শ্ৰীঅৰবিন্দ প্ৰভৃতি মনীষীয়ে এই পুনৰুত্থানবাদৰ ক্ষেত্ৰ প্ৰস্তুত কৰিলে। কিন্তু পাশ্চাত্যৰ লগত ভৃত্যসুলভ সহযোগিতা আৰু পাশ্চাত্যৰ প্ৰতি অন্ধ বিদ্বেষ—দুয়োটাই দেশৰ জনগণৰ মুক্তিৰ বাবে প্ৰশস্ত পথ নাছিল। দেশৰ জনগণক আত্মবলত বলীয়ান কৰি পাশ্চাত্যৰ শিক্ষাৰে প্ৰয়োজন অনুসাৰে প্ৰস্তুত আৰু প্ৰশিক্ষিত কৰি বৃটিছ সাম্ৰাজ্যবাদৰ লগত শক্তি পৰীক্ষা কৰিহে নেতাসকলে প্ৰকৃত মুক্তি আনিব পাৰিলেহেঁতেন। কিন্তু তথাকথিত চৰমপন্থীসকলে ভাৰতীয় সমাজব্যৱস্থাৰ বৈষম্য আৰু অমানবিকতা, অন্ধবিশ্বাস আৰু কুসংস্কাৰত হাত নিদিয়াকৈ জনগণক জাগ্ৰত কৰিবলৈ বিচাৰিলে। নৰমপন্থীসকলে আকৌ কেৱল শিক্ষা সংস্কৃতি আৰু বৃটিছৰ প্ৰতি আনুগত্যৰ জৰিয়তে স্বাধীনতাৰ মৰীচিকা খেদি ফুৰিলে। চৰমপন্থী দলৰ শ্ৰেণীভিত্তি আছিল ঘাইকৈ নিম্নমধ্যবিত্ত আৰু ব্যাপক শিক্ষিত তৰুণচাম। নৰমপন্থীসকলৰ শ্ৰেণীভিত্তি আছিল জমিদাৰ, উচ্চবিত্ত উকিল, আমোলা প্ৰভৃতি চাম। অৱশেষত মাৰ্ক্সবাদে ভাৰতত খোপনি ল'ব নোৱাৰা অৱস্থাৰ সুযোগ লৈ আবিৰ্ভূত হ'ল দুই ধাৰাৰ যাদুকৰ ঘটক মহাত্মাগান্ধী—যি বিলাতফেৰৎ অথচ কৌপীনধাৰী কৃষকৰ গুৰু, যি একেধাৰে বৃটিছৰ আইন মানে আৰু ভাঙে, যাৰ প্ৰেৰণা আহিছিল বিবেকানন্দ, তিলক, গোখ্লে', আৰু ৰাণাডে'ৰপৰা। মন

কৰিবলগীয়া কথা অৱশ্যে এয়ে মতাদৰ্শগতভাবে ৰামমোহন ৰায়ৰ ঐতিহ্য তেওঁ স্পষ্টভাষাত বিসৰ্জন দিলে 'হিন্দ স্বৰাজ' নামৰ গ্ৰন্থত। (আজিৰ পুনৰুত্থানবাদীসকলে আকৌ এই কিতাপখনক ভাৰতীয় সভ্যতাৰ নৱবিধান বুলি ঢোল বজোৱাটো তাৎপৰ্যপূৰ্ণ।) আমাৰ দেশৰ অগণন নিৰক্ষৰ কৃষকৰ বাবে এই পাশ্চাত্ত্যবিৰোধী, নগৰবিৰোধী আৰু বহু পৰিমাণে যুক্তিবিৰোধী মতবাদ দুৰ্দমনীযভাৱে আকৰ্ষণীয় হৈ উঠিল।

ইয়াৰ উত্তৰত মাৰ্ক্সবাদীসকলে কৰিলে কি? তেওঁলোকে উগ্ৰভাষাত গান্ধীজী আৰু গান্ধীবাদক আক্ৰমণ কৰিলে। কিন্তু কৃষকসকলৰ অৰ্থনৈতিক অভাৱ আৰু দাবীৰ সংগ্ৰামত যথেষ্ট পৰিমাণে সক্ৰিয় হোৱা সত্ত্বেও এওঁলোকে ভাৰতীয় কৃষক সমাজৰ মন নাপালে। যুক্তিবাদ, বৈজ্ঞানিক চিন্তাধাৰা, আধুনিক গণতান্ত্ৰিক মূল্যবোধৰ নামত এওঁলোকে যিমানেই শপত নাখাওক, চহৰবোৰতো তাৰ প্ৰসাৰ লাভ হ'ল সীমাবদ্ধ। তাৰ কাৰণ অনুসন্ধান কৰিলে দেখা যাব যে পছিমীয়া আৰ্হিৰ শিক্ষাব্যৱস্থাৰ গুণত তেওঁলোকৰ বহুতৰে নিজৰে যুক্তিবাদ আমাৰ বাস্তৱবাদ আছিল উপৰুৱা আৰু অসাৰ। ভাৰতীয় সমাজ আৰু ইতিহাসৰ মাৰ্ক্সবাদী দৃষ্টিকোণৰপৰা বস্তুনিষ্ঠ গভীৰ অধ্যযন আৰু বিশ্লেষণ ভাৰতত সম্ভৱ হৈছিল ভালেমান দিনৰ মূৰত। সিও হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ত শিক্ষাপ্ৰাপ্ত কৌশাম্বী আৰু জৰ্জ টমম্বনৰ ছাত্ৰ দেৱীপ্ৰসাদ চট্টোপাধ্যায়ৰ চৰ্চাত। সমাজসত্যৰ ব্যৱহাৰিক অনুসন্ধানৰ অনুশীলন কৰিহে দুযো 'ভদ্ৰলোকী' মাৰ্ক্সবাদৰ উল্লিখিত সীমাবদ্ধতাৰপৰা মুক্তিলাভ কৰিছিল।

সেয়ে দেখা গ'ল, এহাতে মাৰ্ক্সবাদৰ একান্ত অনুগামী ঘৰত লক্ষ্মীপূজা কালীপূজাৰ উৎসাহী উদ্যোক্তা, আৰু আনহাতে ভাৰতৰ সৰ্বসাধাৰণ জনগণৰ মাজত পৰিব্যাপ্ত সংস্কৃতি তথা মানসিকতাৰ অধ্যয়নত সম্পূৰ্ণ উদাসীন। সম্প্ৰতি দেৱীপ্ৰসাদ চট্টোপাধ্যায়ৰ বিৰুদ্ধে এটা অমূলক অভিযোগ উত্থাপন কৰা হৈছে যে তেওঁ জনগণৰ মাজত প্ৰচলিত তন্ত্ৰ আৰু লোকায়ত মতৰ বিষয়ে গৱেষণা কৰি তন্ত্ৰ মন্ত্ৰত উৎসাহ দিছে। এই যুক্তি মানিবলৈ হলে ক'ব লাগিব যে আদিম জনজাতীয় বিবাহ-পদ্ধতিৰ পম খেদি গৈ নৃতত্ত্ববিদ মৰ্গানে আধুনিক যুগত সেই বিবাহ-প্ৰথা পুনৰ প্ৰচলন কৰিবলৈ বিচাৰিছিল। আচলতে ভাৰতীয় জনগণৰ

মানসিকতা বুজিবলৈ হলে তেওঁলোকৰ মাজত পৰিব্যাপ্ত সংস্কৃতি বুজি ল'ব লাগিব—যাতে তাৰ শক্তি আৰু দুৰ্বলতাৰ যথাযথ উপলব্ধিৰ জৰীয়তে তেওঁলোকক প্ৰগতিৰ পথত নেতৃত্ব দিব পাৰি। 'আদিম' বা 'জনজাতীয়' বুলি নাক কোঁচাই থাকিলে সেই কাম সম্ভৱ নহ'ব।

বৈজ্ঞানিক পদ্ধতিৰে যি কাম ভাৰতীয় মাৰ্ক্সবাদী সকলে কৰা নাছিল, সহজবুদ্ধিৰ ( Intuition ) প্ৰয়োগ কৰি গান্ধীজীয়ে সেই কাম নিজৰ প্ৰয়োজনৰ জোখাৰে কৰি ললে। ফলত মাৰ্ক্সবাদী-সকলতকৈ তেওঁ ভাৰতীয় জনগণৰ বেছি ওচৰ চাপিব পাৰিলে। ভাৰতীয় জনগণৰ মাজত যে সদায় কেৱল তন্ত্ৰ-মন্ত্ৰৰ হে চলতি আছিল তেনে নহয়। ভক্তি আন্দোলনৰ প্ৰধান বানটো তললৈ নামি-অহাৰ পিছত নানা সৰুসুৰা শাখা উপশাখাৰ মাজেৰে জনসাধাৰণৰ মাজত প্ৰগতিশীল, মানবতাবাদী চিন্তাধাৰাৰ বুৰবুৰণি উঠি আছিল। উল্লেখ-যোগ্য যে বহু সময়ত এনেবোৰ গোষ্ঠী আছিল বেদান্তবিৰোধী আৰু দেহবাদী। অৰ্থাৎ তন্ত্ৰৰ লগত এনেবোৰ বৈষ্ণৱ' সাধনাৰ সম্পৰ্ক আছিল গভীৰ। ( আচাৰ্য ক্ষিতিমোহন সেন, হজৰীপ্ৰসাদ দ্বিবেদী প্ৰভৃতিৰ গবেষণাত এইবোৰ মাৰ্গৰ এক সংস্কৃত আভাস পোৱা যায়। )

ভাৰতীয় মাৰ্ক্সবাদীসকলে এইবোৰক জাবৰ জোথৰ বুলি ধৰি লৈ গুৰুত্ব দিলে তথাকথিত 'নবযুগ'ৰ ( Bengal Renaissance বা Indian Renaissance ) পুৰ্বসূৰীসকলৰ ওপৰত। ৰামমোহন, বিদ্যাসাগৰ প্ৰভৃতি মহামানৱসকলে অৰ্ধসমাপ্ত কৰি এৰি থৈ যোৱা বৈজ্ঞানিক, গণতান্ত্ৰিক, যুক্তিবাদী বিপ্লৱকে ভাৰতীয় মাৰ্ক্সবাদীসকলে নিজৰ প্ৰধান বৌদ্ধিক উত্তৰাধিকাৰ হিচাপে ধৰি লৈ সেই পথেৰেই অগ্ৰসৰ হোৱাৰ কথা চিন্তা কৰিছিল। অধ্যাপক সুশোভন সৰকাৰৰ ( অমিত ৰায়ৰ ) Notes on the Bengal Renaissance ( ১৯৪৪, কলিকতা ), বিনয় ঘোষৰ 'বাংলাৰ নবজাগৃতি' ( ১৯৪৯, কলিকতা ) আৰু 'বিদ্যাসাগৰ ও বাঙালী সমাজ' ( ১৯৫৬, কলিকতা ) প্ৰভৃতি গ্ৰন্থ এই ধাৰাৰ উল্লেখযোগ্য নিদৰ্শন।

তথাকথিত 'নক্সালপন্থী' সকলেহে এই ধাৰাৰ যথাৰ্থতা সম্পৰ্কে সন্দেহ প্ৰকাশ কৰিলে। আমোলাতান্ত্ৰিক অধ্যাপকমহলে আজিও এই "নক্সালপন্থী"সকলৰ অৱদানক যথোচিত মূল্য দিয়া নাই। কিন্তু সন্দেহ নাই যে তেওঁলোকেই সৰ্বপ্ৰথমে তথাকথিত ভাৰতীয় নৱজাগৃতিৰ

বিভিন্ন দুৰ্বলতা আৰু স্ববিৰোধ পোহৰলৈ আনিলে। অৱশ্যে ১৯৫১ৰ প বংগৰ চেন্সাছ কমিশ্যনাৰ অশোক মিত্ৰ ( বিত্তমন্ত্ৰীজন নহয় ) এই ক্ষেত্ৰত তেওঁলোকৰ পথিকৃৎ আছিল।

“নক্সালপন্থী”সকলে আঙুলিয়াই দিলে যে ভাৰতীয় নৱযুগৰ নমস্য পূৰ্বসূৰীসকলৰো যুক্তিবাদত ভেজাল আছিল। পৰম্পৰাগত অন্ধবিশ্বাসৰ লগত নাইবা সংস্কাৰৰ লগত তেওঁ কেতিয়াবা সাংঘাতিক আপোছ কৰিছিল। সৰ্বোপৰি ঔপনিবেশিক প্ৰশাসনৰ আশ্ৰিত জীৱ হিচাপে তেওঁলোকে বৃটিছ শাসনৰ অৱসান বিচৰা নাছিল। ইমানখিনি সীমাবদ্ধতাৰ মাজত প্ৰকৃত স্বাধীন চিন্তাৰ অগ্ৰগতি আছিল দুৰূহ। সেয়ে জাতীয় জীৱনৰ মূল আঁতডাল বিচাৰি লৈ তাৰ সহায়েৰে সেই জীৱনৰ ৰূপান্তৰ বিচৰা তেওঁলোকৰ পক্ষে আছিল অসম্ভৱ।

অথচ এওঁলোকৰ প্ৰদৰ্শিত পথেৰেই ভাৰতৰ প্ৰথম মাৰ্ক্সবাদীসকলে আগবাঢ়িবলৈ চেষ্টা কৰিছিল। আচৰিত নহয় ইতিহাসৰ ৰাজআলিত ভৰি দিব নোৱাৰি তেওঁলোকে অনাই-বনাই ফুৰিলে। ভাৰত ইতিহাসৰ সাৰ্থক তত্ত্ব আবিষ্কৃত নহ'ল। এওঁলোকৰ বিফল অভিযানৰ শিক্ষাও নিশ্চয় আমাৰ বাবে মূল্যবান। কিন্তু অভিযান বিফল আছিল বুলি স্বীকাৰ কৰিব লাগিব।

মাৰ্ক্সবাদ সমাজৰ ৰূপান্তৰত যুক্তিৰ প্ৰয়োগ। এই যুক্তি নিজেই যদি শ্ৰেণীস্বাৰ্থত অন্ধ হৈ থাকে, তেন্তে সি জনসাধাৰণৰ বাবে নৱজীৱন গঢ়িব কেনেকৈ ? সেয়ে কিছু উজ্জ্বল ব্যতিক্ৰম সত্ত্বেও মাৰ্ক্সবাদ ভাৰতৰ আধুনিক মানস জীৱনৰ নৱনিৰ্মাণত বিফল হৈছে।

বিবেকৰ তাড়নাতেই হওক বা প্ৰজ্ঞাবান স্বাৰ্থচিন্তাৰ ( enlightened self interest ) প্ৰভাৱতেই হওক, যুগে যুগে মেকুৰীৰ নটা জীৱৰ দৰে অৱতাৰ হৈ আহিছে মাৰ্ক্সবিৰোধী ধুৰন্ধৰসকলৰ তত্ত্ব। এইসকলেও দুৰ্ধৰ্ষ বুদ্ধিজীৱী বুলি পুলিচ আৰু গৃহবিভাগৰ সহায়ত সহজে ৰজন্‌জনাই যোৱা খ্যাতি অৰ্জন কৰে, তাৰ পিছত যতে ততে আৰু খাওঁ খাওঁ শব্দ কৰি তাল বজাই প্ৰতিপক্ষৰ মাত হৰিব খোজে। এই ধৰণৰ ভগা কাঁহৰ বাজনা আজি অসমত সহজে বাজে বিশেষকৈ বিভিন্ন ৰাজনৈতিক ৰথৰ পিছত ওলমিবলৈ যাওঁতে ধূলিত বাগৰি পৰাৰ পিছত। পাঠকে হয়তো ভাৱিব যে আমিও সেই আল্‌ কাপোনে' বা

জেক্ দি ৰিপাৰ সদৃশ দু সাহসী আৰু ভয়ংকৰ বিবেকবানসকলৰ দলতে নাম লিখিব খুজিছো। কিন্তু আমি পাঠকক নিৰ্ভয় দিওঁ যে গৃহবিভাগৰ বিবেচনাত আমি কেতিয়াও উক্ত মহাপুৰুষসকলৰ দৰে 'দেশ-প্ৰেমিক' আৰু 'সৎ নাগৰিক' হ'ব নোৱাৰিম। বাটত কোনোবাই কুঁহিয়াৰ চোৱাই পেলাই থৈ যোৱা জাবৰিবোৰ এনে সৎ নাগৰিকে ইপিনে সিপিনে চাই মুখত দিয়ে আৰু পিছত মহা বিৰক্তিৰে গুৰুগম্ভীৰ মন্তব্য দিয়ে যে সেই কুঁহিয়াৰ খোৱা মূল বাটৰুৱাজন নিশ্চয় খকুৱা—কাৰণ জাবৰিবোৰত এচিকটাও ৰস এৰি থৈ যোৱা নাই। আমিও মহাপুৰুষসকলৰ ভোৰ-তালবাদনত তেনে খকুৱা বুলি নিনাদিত হৈ আছো, তাৰ বিৰুদ্ধে প্ৰতিবাদ কৰাৰ সৎসাহস আজিলৈকে গোটাব নোৱাৰিলোঁ।

অৱশ্যে সাম্যবাদ বিৰোধিতা অসমৰ স্বাধীন যুগতো একেবাৰে নতুন নহয়। সবজন শ্ৰদ্ধেয় কবি আৰু বুদ্ধিজীৱী হেম বৰুৱাৰপৰা কৰিৎকৰ্মা দু সাহসী সাংবাদিক হোমেন বৰগোহাঞি মহাশয়লৈ অসমত বহুতে সাম্যবাদৰ বিৰুদ্ধে বিভিন্ন সময়ত বিভিন্ন অভিপ্ৰায়েৰে কলম ধৰিছে। সেইসকলৰ আগত থাবৰিবলৈ চেষ্টা নকৰাই ভাল। কিন্তু এনে অভিযানৰ মাজত এটা উদ্বেগজনক ধাৰা লক্ষ্য কৰিব পাৰি। সেইটো হ'ল মাৰ্ক্সবাদৰ লগত মিতিৰালি কৰি তাৰ পিঠিত চুৰি মৰাটো। গৃহবিভাগে এই কৃতিত্বটোতহে পুলকিত অনুভৱ কৰে। অথচ ভাৰতৰ স্বকীয়া পৰিস্থিতিত আৰু যুগ পৰিবৰ্তনৰ ফলত উদ্ভৱ হোৱা নতুন দৃশ্যপটত গতানুগতিক ধৰণে মাৰ্ক্সবাদৰ চৰ্চা আৰু প্ৰয়োগ কৰি থকাও অসম্ভৱ হৈ পৰিছে।

মাৰ্ক্সৰ মৃত্যুৰ পাছৰপৰাই মাৰ্ক্সবাদী তথা সাম্যবাদী দলবোৰৰ নেতাসকলক এটা সমস্যাই আহুকালত পেলাই আছে। সমস্যাটো হ'ল, মাৰ্ক্সৰ মতামত সম্পূৰ্ণ গ্ৰহণ নকৰাকৈ কোনো কোনো লোকে নতুন জ্ঞান-বিজ্ঞান বা ধ্যান-ধাৰণাৰ পোহৰত তাক সংশোধন কৰিবলৈ চলোৱা প্ৰচেষ্টা। এংগেল্‌ছৰ বিশ্বস্ত অনুগামী আৰু বন্ধু বেৰ্ণষ্টাইনে (১৮৫০-১৯৩২) মাৰ্ক্সৰ দ্বান্দ্বিক দৃষ্টিকোণ আৰু বৈপ্লৱিক মনোভাৱ বিসৰ্জন দি বিৱৰ্তনবাদী (evolutionist) আৰু সংস্কাৰপন্থী সমাজবাদ প্ৰবৰ্তন কৰিবলৈ বিচাৰিছিল। তেওঁৰ মতে মাৰ্ক্সৰ চিন্তাত বৈজ্ঞানিক উপাদানৰ লগতে অবৈজ্ঞানিক আৰু আধিভৌতিক (metaphysical) তত্ত্বৰ সংমিশ্ৰণ আছিল বাবেই তাৰ সময়োপযোগী সংশোধনৰ প্ৰয়োজন

হৈছিল। এংগে'লছৰ আন এজন শীৰ্ষস্থানীয় অনুগামী কাৰ্ল কাউৎস্কিয়ে ( ১৮৫৪ ১৯৩৪ ) মাৰ্ক্সবাদৰ মূল সূত্ৰবোৰ অবিকৃত ৰাখিবলৈ বেৰ্ণষ্টাইনৰ এই নতুন মতবাদৰ বিৰুদ্ধে প্ৰবল আৰু অবিৰত সংগ্ৰাম চলাবলগীয়া হৈছিল।

মাৰ্ক্সবাদৰ কাৰ্যকৰী প্ৰয়োগেৰে বিপ্লৱ সফল কৰা প্ৰথম নেতা লে'নিনে কাউৎস্কিৰ এনে আদৰ্শনিষ্ঠা শলাগিছিল। কিন্তু ৰুছ বিপ্লৱৰ সময়ত যেতিয়া কাউৎস্কিয়ে প্ৰথমে প্ৰথম বিশ্বযুদ্ধত জাৰ্মান ৰণোন্মত্ততা তথা উগ্ৰজাতীয়তাবাদক গৰিহণা নিদি মনে মনে থাকিল আৰু তাৰ পিছত ৰুছ বিপ্লৱকো অসমীচীন আৰু অসময়োচিত বুলি অভিহিত কৰিলে, তেতিয়া কাউৎস্কি সম্পৰ্কেও লে'নিনৰ মোহভংগ হ'ল। তেওঁ মাৰ্ক্সৰ প্ৰতি আনুগত্যৰ নামত মাৰ্ক্সৰ প্ৰকৃত শিক্ষা বিকৃত কৰাৰ অভিযোগ আনিলে কাউৎস্কিৰ বিৰুদ্ধে। আৰু এখোজ আগবাঢি গৈ লে'নিনে অভিযোগ কৰিলে যে সাম্ৰাজ্যবাদৰ যুগত শ্ৰমিক শ্ৰেণীৰ সংগ্ৰামত বুৰ্জোৱা চিন্তাৰ ভেজাল সোমায় আৰু প্ৰত্যক্ষভাবে বা পৰোক্ষ-ভাৱে মাৰ্ক্সৰ আচল শিক্ষাক বিকৃত কৰে। তাৰ উদ্দেশ্য, শ্ৰমিক শ্ৰেণীক সহায় কৰাৰ নামত সাম্ৰাজ্যবাদী তথা পুঁজিবাদী শক্তিৰ বল বৃদ্ধি কৰা।

লে'নিনে অৱশ্যে সিমানতে ক্ষান্ত নহৈ যুক্তিপূৰ্ণ বিশ্লেষণেৰে এনে ভ্ৰান্ত মতামত, বিকৃতি তথা বিচ্যুতি খণ্ডন কৰিছিল। কিন্তু লে'নিনৰ পৰবৰ্তী যুগত যেতিয়া ৰুছ সাম্যবাদী দলৰ হাতত অপৰিসীম ক্ষমতা কেন্দ্ৰীভূত হ'ল, তেতিয়া যুক্তিৰ সহায়েৰে বিচ্যুতিৰ চৰিত্ৰ উদঙাই দিয়া আৰু তাক খণ্ডন কৰাৰ কষ্টকৰ পথ বৰ্জন কৰা হ'ল। বৰং পোন-পতীয়াভাৱে পাৰ্টিৰ তৎকালীন মততকৈ বেলেগ যিকোনো ধাৰণা আৰু মতকে শোধনবাদী বা সংস্কাৰপন্থী বিকাৰ বুলি টিলিকিতে উৰাই দিয়া হ'বলৈ ধৰিলে। ঠিক যেন সত্ৰীয়া গোঁসায়ে এঘৰীয়া কৰা পদ্ধতি।

কিন্তু পাৰ্টিৰ মাজত শ্ৰমিক শ্ৰেণীৰ পৰীক্ষিত নেতা আৰু সৰ্বক্ষণৰ কৰ্মী থাকিলেই যে সি বিচ্যুতিৰ মোহত নপৰিব, সেই ভৰসাও আছিল অবাস্তৱ। তথাকথিত নিষ্ঠাবান বিপ্লৱীয়ে নিজকে মাৰ্ক্সৰ একনিষ্ঠ সেৱক বুলি দিয়া ঘোষণাকে তেওঁৰ পথৰ অভ্ৰান্ততাৰ প্ৰমাণ বুলি ধৰা যাব পাৰে জানো? লে'নিনে কাউৎস্কি আদিৰ মাৰাত্মক প্ৰমাদৰ উহ উলিয়াবলৈ গৈ নিজেই এটা নতুন খুন্দা খালে।

কাউৎস্কি আদিৰ মতে (১) ৰুছিয়াৰ আৰ্থসামাজিক বিকাশ সমাজতান্ত্ৰিক বিপ্লৱৰ বাবে পৈণত হৈ উঠা নাছিল, (২) আৰ্থসামাজিক ভিত্তি অবিহনে সমাজৰ বৈপ্লৱিক ৰূপান্তৰৰ প্ৰয়াস বাতুলতা মাত্ৰ। মাৰ্ক্সবাদৰ মূল তত্ত্ববোৰৰ প্ৰতি নিষ্ঠাৰ নামতে তেওঁলোকে এনে ধাৰণা পোষণ কৰিছিল। সাম্ৰাজ্যবাদৰ স্তৰত পুঁজিবাদৰ প্ৰবেশ, অপেক্ষাকৃত অনুন্নত দেশত সমাজতান্ত্ৰিক বিপ্লৱৰ সম্ভাৱনা, আৰু মাৰ্ক্সবাদী দলৰ ৰাজনৈতিক উদ্যোগ আৰু তৎপৰতাৰ ফলতে আৰ্থসামাজিক সংকটৰ ভিত্তিত বিপ্লবৰ আযোজন—এনেবোৰ ধাৰণা সেই প্ৰাচীনপন্থী মাৰ্ক্সবাদীসকলৰ বাবে নাভূত নাশ্ৰুত আছিল। তেওঁলোকৰ এনে মাৰাত্মক ভ্ৰান্তিৰ পথ খেদি লে'নিনে উপলব্ধি কৰিলে যে দ্বন্দ্ববিদ্যাৰ (dialectics) আনুধাবনত ব্যৰ্থতাই এইসকল শীৰ্ষস্থানীয় নেতাৰ বিচ্যুতিৰ মূল কাৰণ।

দ্বন্দ্ববিদ্যাৰ (dialectics) যথাযোগ্য চৰ্চাৰ অভাৱত মাৰ্ক্সৰ প্ৰকৃত শিক্ষা এন্ধাৰৰ আঁৰে বৈ গৈছিল। দ্বন্দ্ববিদ্যাৰ যথাযথ জ্ঞানৰ অভাৱত কাৰ কেৱল বুৰ্জোৱা শ্ৰেণীৰপৰা পোৱা সংস্কাৰেই নহয়। প্ৰখ্যাত জাৰ্মান দাৰ্শনিক হীগে'লৰ (Hegal) দৰ্শনৰ প্ৰতি যথাযোগ্য মনোযোগ নিদিয়া বাবেই বহু তথাকথিত মাৰ্ক্সবাদীৰ এনে বিপত্তি হৈছিল। লে'নিনে ১৯১৪ৰ পৰা ১৯১৬ চনৰ ভিতৰত লিখা তেওঁৰ টোকাবহীবোৰৰ এঠাইত মন্তব্য কৰিলে যে আনকি একালত তেওঁ নিজে পথপ্ৰদৰ্শক হিচাপে লোৱা প্লেখানফৰ দৰে মাৰ্ক্সবাদীবো সেই দশাই হৈছিল। মাৰ্ক্সৰ মৃত্যুৰ পঞ্চাছ বছৰৰ পাছত তেওঁৰ প্ৰকৃত চিন্তাধাৰা বুজিব পৰা মানুহ প্ৰায় এজনো নাছিল—কাৰণ দ্বন্দ্ববিদ্যাৰ সম্পৰ্কে গভীৰ অজ্ঞতা।'

(লে'নিন ৰচনাৱলী ৩৮শ খণ্ড)

অৰ্থাৎ মাৰ্ক্সবাদৰ নামাবলী লোৱা সকলোৰো মাৰ্ক্সবাদৰ জ্ঞান ভুল হ'ব পাৰে। আৰু এই অজ্ঞতাৰ কাৰণ যেনেকৈ বাস্তৱ অভিজ্ঞতাৰ অভাব হ'ব পাৰে তেনেকৈ তত্ত্বগত জ্ঞানৰ স্বল্পতাও হ'ব পাৰে॥ ভাৱবাদী হীগে'লৰ প্ৰতি শ্ৰদ্ধাৰ অভাৱত মাৰ্ক্সবাদ বুজাত আউল লাগিব পাৰে—সি আছিল এক উচপ্‌ খুবাৰ পৰা স্বীকাৰোক্তি।

সেয়ে বুৰ্জোৱা মহলৰপৰা মাৰ্ক্সৰ বিষয়ে যিবোৰ তত্ত্বগত আলোচনা হৈছে তাক স্তালিনৰ আমোলত যিদৰে অৱজ্ঞা কৰা হৈছিল, কথাটো স্বাস্থ্যকৰ বুলিব নোৱাৰি। সেই মহলৰ বা সমাজবাদী মহলৰ আন

কোনো অংশৰপৰা ওলোৱা মাৰ্ক্সবাদৰ ন ন বিচাৰক আমি অৱহেলা কৰিব নোৱাৰো। আগৰ দুই-চাৰিটা প্ৰৱন্ধত আমি উল্লেখ কৰিছো যে ভাৰতীয় মাৰ্ক্সবাদী মহলত ঔপনিবেশিক মনোভাৱ অৰ্থাৎ পাশ্চাত্যৰ প্ৰতি ( = ৰুছিয়াৰ প্ৰতি ) অন্ধ ভক্তিৰ ধাৰা প্ৰবল আছিল। তাৰ প্ৰভাৱত স্তালিনবাদীসকলে গৰিহণা দিয়া সকলো মাৰ্ক্সীয় বিচাৰ আৰু অনুসন্ধানকে বিনা বিচাৰে ভাৰততো হোকাপানী নিষেধ কৰা হৈছিল। কিন্তু স্তালিনৰ মূল্যবান কাৰ্যকৰী আৰু তত্ত্বগত অৱদান সত্ত্বেও তেওঁৰ সকলো বিচাৰ বিবেচনা অভ্ৰান্ত বুলি ভবাৰ দিন কেতিয়াবাই উকলি গ'ল।

অৱশ্যে যিমানেই ভ্ৰান্ত নহওক, স্তালিনে নিজা মাটি এটুকুৰাত থিয় হৈহে এনে সমালোচনা কৰিছিল। আজি পাশ্চাত্যত মাৰ্ক্সবাদৰ ন-ন ব্যাখ্যাৰ জোৱাৰ উঠিছে বাবেই আমিও অন্ধৰ দৰে সেইবোৰ সত্ৰত শৰণ ল'ব লাগিব—এনে মনোভাৱৰ অৰ্থ নাই। এই নতুন মতামতবোৰ মাৰ্ক্সবাদত নতুন সংযোজন মাৰ্ক্সবাদী তত্ত্বৰ নতুন বিকাশ—নে সংশোধনবাদী মায়াজাল, সেই আহুকলীয়া প্ৰশ্ন কোনোক্ৰমেই এৰাব নোৱাৰি। অৰ্থাৎ আমাৰ ভাৰতীয় মাৰ্ক্সবাদীসকলে নিজ নিজ অভিজ্ঞতা আৰু তত্ত্বগত প্ৰয়াসৰ পোহৰতহে এনেবোৰ পশ্চিমীয়া মাৰ্ক্সবাদী অৱদানৰ মূল্য নিৰূপণ কৰিব পাৰিব। পশ্চিমৰ ওচৰত বৌদ্ধিক দাসত্বৰ প্ৰয়োজন নাই।

মাৰ্ক্সবাদী চিন্তাৰ এনে নতুন দিগ্‌দৰ্শকসকলৰ ভিতৰত অন্যতম প্ৰধান তাত্ত্বিক হ'ল হাংগেৰিৰ গীয়ৰ্গ লুকাচ্চ ( ১৮৮৫ ১৯৭১ )। সাহিত্য-সমালোচক ৰূপে অধিক জনাজাত হ'লেও লুকাচ্চৰ প্ৰভাৱ তাত্ত্বিক হিচাপেহে। তেওঁৰ শিক্ষা দীক্ষা আৰু প্ৰথম ৰচনাৱলীৰ প্ৰকাশ হৈছিল জাৰ্মানি আৰু জাৰ্মান ভাষাত। তাতেই তেওঁ মাৰ্ক্সবাদ আৰু সাম্যবাদৰ প্ৰতি আকৃষ্ট হয় আৰু অৱশেষত ১৯১৮ চনত সাম্যবাদী দলৰ সদস্য হয়। ১৯২৩ চনত তেওঁৰ History and Class Consciousness প্ৰকাশিত হয়। কমিউনিষ্ট ইণ্টাৰনেশ্বনেল বা কমিণ্টাৰ্নৰ তৰফৰপৰা আনুষ্ঠানিকভাৱে নিষিদ্ধ হ'লেও কিতাপখনে বুদ্ধিজীৱী মহলত আৰু কছ কমিউনিষ্ট পাৰ্টিৰ প্ৰভাৱৰ বাহিৰত থকা মাৰ্ক্সবাদী-সকলৰ ওপৰত গভীৰ আৰু ব্যাপক প্ৰভাৱ বিস্তাৰ কৰে। লুকাচ্চে

নিজে কিতাপখনৰ মতামত প্ৰত্যাহাৰ কৰা সত্ত্বেও আজিলৈকে কিতাপখন প্ৰভাৱশালী হৈ আছে।

লুকাচ্চৰ মতে মানুহৰ চেতনাক বস্তুজগতৰ এটা সূক্ষ্ম পৰিণতি বুলি ভৱাটো যান্ত্ৰিক আৰু দ্বন্দ্বহীন ধাৰণা মাত্ৰ। তাৰ ফলতে প্ৰথাগত মাৰ্ক্সবাদত ইতিহাসৰ বিকাশ তথা সমাজৰ ৰূপান্তৰত তত্ত্বৰ গুৰুত্ব অস্বীকৃত হৈছে। তেওঁ ভাৱে যে বুৰ্জোৱা বৈজ্ঞানিকতাৰ ওপৰত ভিত্তি কৰি এংগেল্‌ছেই প্ৰথমে মাৰ্ক্সৰ ধাৰণাত বিকৃতি আনিলে। লুকাচ্চৰ ধাৰণা যে মাৰ্ক্সীয় দ্বন্দ্ববাদ এংগেল্‌ছক অনুসৰণ কৰি প্ৰাকৃতিক জগতত প্ৰযোগ কৰিব নোৱাৰি। সি কেৱল সামাজিক আৰু তাত্ত্বিক বিষয়তহে খাটে।

এংগেল্‌ছে দৰ্শন বিষয়টো ভালদৰে বুজা নাছিল আৰু সেইবাবে মাৰ্ক্সীয় চিন্তাৰ হীগেলীয চৰিত্ৰৰ তত্ ধৰিব নোৱাৰিছিল। হীগেলে বিষয়ী আৰু বিষয় ( Subject and object ) তথা চেতনা আৰু বস্তুজগতৰ মাজত একেৰাহে ঐক্য আৰু বিভেদ থকা বুলি ভাবিছিল আৰু কেৱল পৰম সত্যৰ ( Absolute ) স্তৰতহে বিভেদ দূৰ হৈ দুয়োৰে মাজত সৰ্বাত্মক ঐক্য প্ৰতিষ্ঠা হ'ব বুলি কৈছিল। লুকাচ্চৰ মতে হীগেলৰ এই তত্ত্ব সমাজ আৰু মানুহৰ প্ৰকৃত বিকাশৰ ভাৱবাদী প্ৰচ্ছায়া মাত্ৰ। ইতিহাসত শ্ৰেণীবিভাজনৰ ফলত মানুহৰ সত্তাৰ ঐক্য প্ৰতিষ্ঠিত হ'ব পৰা নাই। বৰং সি বিষয়ী আৰু বিষয়ত বিভক্ত হৈ পৰিছে। সৰ্বহাৰা শ্ৰেণীযেহে অৱশেষত ইতিহাস তথা মানৱসত্তাৰ এই বিভাজন নিৰ্মূল কৰি বিষয় বিষয়ীৰ একাত্মতা পুনৰ প্ৰতিষ্ঠা কৰিব। বিশেষকৈ বুৰ্জোৱা সমাজত মানৱসত্তাৰ এই বিভাজন অতি প্ৰকট। মানৱ সম্পৰ্ক এই সমাজত পণ্যসম্পৰ্কলৈ সম্পূৰ্ণ ৰূপান্তৰিত হয় আৰু সিয়েই 'বাস্তৱ' জগতৰ প্ৰকৃত সত্য বুলি মানুহে ধৰি লয়। পণ্য যে মানুহৰ নিজৰ সৃষ্টি সেই কথাটো তল পৰি পণ্য মানৱ সমাজ আৰু মানৱ চেতনাৰ ওপৰত দৈৱশক্তিৰ দৰে অধিষ্ঠিত হয়। ইয়াকেই লুকাচে জড়ীভৱন ( reification ) নাম দিছে। মানুহৰ মনে নিজৰ অস্তিত্ব তথা সত্তাকে এই প্ৰক্ৰিয়াৰ দ্বাৰা প্ৰতাৰিত বা মোহগ্ৰস্ত কৰে।

গোড়া মাৰ্ক্সবাদীসকলে ধাৰণাটোক যিমানেই গৰিহণা নিদিয়ক ১৯৩০ চনত মাৰ্ক্সৰ প্ৰথম বয়সৰ ৰচনা Paris Manuscripts বা Economic-Philosophical Manuscripts যেতিয়া প্ৰথম

প্ৰকাশিত হ'ল, তেতিয়া দেখা গ'ল যে মাৰ্ক্সেও সেইসময়ত সুস্পষ্ট ভাষাত প্ৰায় তেনেধৰণৰ কথাকে কৈছিল। মানুহৰ আত্মনির্বাসন ( alienation ) আৰু তাৰপৰা মানুহৰ বৈপ্লৱিক যুক্তিৰ তত্ত্ব লুকাচ্চৰ জড়ীভৱন ( reification ) ধাৰণাটোৰ অনুৰূপ। অথচ সৰহভাগ মাৰ্ক্সবাদীৰ দৰে লুকাচ্চেও তেতিয়ালৈকে জনা নাছিল যে মাৰ্ক্সে তেনে এখন কিতাপ লিখি অপ্ৰকাশিত অৱস্থাত থৈ গৈছিল। অথচ হীগে'লীয় দৃষ্টিকোণৰপৰা মাৰ্ক্সৰ ডাছ কাপিটাল পঢ়ি তেওঁ নিজে নিজে এই গুৰুত্বপূৰ্ণ আবিষ্কাৰ কৰি পেলাইছিল। তেনেহলে প্ৰশ্ন উঠে মাৰ্ক্সবাদ সম্পৰ্কে লুকাচ্চৰ অন্যান্য ব্যাখ্যাবোৰো সঁচা নেকি ?

তত্ত্ব চোবাই ফুৰা বুলি লেমটৌ জাতীয় প্ৰচাৰবিদে যাক গালি পাৰিছিল, সেই লুকাচ্চেই ১৯৩০ চনৰ বহুত আগতেই মাৰ্ক্সৰ চিন্তা ধাৰাত এনে কেতবোৰ দিশ থকা বুলি উল্লেখ কৰিছিল, যিবোৰ ১৯৩০ চনত Economic Philosophical Manuscripts প্ৰকাশিত হোৱাৰ পাছতহে সঁচাকৈ মাৰ্ক্সৰ চিন্তাধাৰাত থকা বুলি প্ৰমাণিত হ'ল। তেনেহলে তত্ত্বগত গৱেষণাৰ সুকীয়া গুৰুত্ব আছে নেকি ?

এই কথা ঠিক যে এক উদ্দীপনাময় পৰিবেশত বৈপ্লবিক কৰ্মকাণ্ডৰ প্ৰস্তুতিৰ মাজত লুকাচ্চে এনেবোৰ তত্ত্ব মাৰ্ক্সৰ চিন্তাধাৰাত আবিষ্কাৰ কৰিছিল। সামাজিক আন্দোলনৰ লগত কোনো সম্পৰ্ক নৰখাকৈ কেৱল পুথিভঁড়ালৰ মাজত সোমাই থকা হলে তেওঁ এনে তত্ত্বগত আৱিষ্কাৰ কৰিব পাৰিলেহেঁতেন নে নাই সন্দেহ। কিন্তু টুলুঙা মনৰ আৰু শিহুবুৰ মৰাত পাকৈত লেমটৌৰ দলে সুবিধা বুজি যিমানেই তৰ্জন গৰ্জন নকৰক, চিন্তাহীন আন্দোলন বা সংগ্ৰাম বা অৰ্ধচেতন প্ৰয়োগৰ-পৰাও যে অবৈজ্ঞানিক মানসিকতাৰ বংশবৃদ্ধি হ'ব পাৰে, আন সকলোৱে এই ঘটনাত তাৰ প্ৰমাণ পাব।

ভাৰতীয় মাৰ্ক্সবাদীসকলে তেওঁলোকৰ অভিজ্ঞতা আৰু তত্ত্বগত চিন্তাৰ ফলবান সমন্বয় ঘটাই যে নিজৰ পথ নিৰ্ণয় কৰাৰ লগতে বিশ্বৰো চকু মুকলি কৰিব পৰা নাই তাৰ অন্যতম কাৰণ ভাৰতীয় মাৰ্ক্সবাদী 'চিন্তাৰ' এই গুৰুভক্তি, আলস্য আৰু ৰক্ষণশীলতা। সেয়ে বিভিন্ন দেশত বিভিন্ন দিশত হোৱা এনে তত্ত্বগত অনুশীলনৰ লগত পৰিচয় হোৱাটো বাঞ্ছনীয়। হয়তো ভাৰতীয় মাৰ্ক্সবাদী চিন্তাৰ পঞ্চালগা অৱস্থাৰ পৰা উদ্ধাৰ পোৱাত সি সহায় কৰিব। অৱশ্যে সেইবোৰ

চিন্তাৰ সঠিক অনুধাবন কষ্টসাধ্য আৰু সময়সাপেক্ষ হ'ব। বিভিন্ন দেশৰ দাৰ্শনিক ঐতিহ্যৰ পটভূমিতহে সেইবোৰ দেশত গঢ় লোৱা মাৰ্ক্সবাদী চিন্তাৰ অনুসৰণ সম্ভৱ।

বৃটিছ আমোলৰ সৰহভাগ সময়তে কমিউনিষ্ট দল আছিল বেআইনী সংগঠন। তাৰ পাছতো শাসকশ্ৰেণীয়ে কমিউনিষ্ট সংগঠন আৰু চিন্তাধাৰাৰ প্ৰতি স্বাভাৱিকতে বিৰূপ মনোভাব পোষণ কৰি আহিছে। সেয়ে বহুকাল সস্তীয়া হাতপুথিৰ ওপৰতে ভাৰতৰ সাম্যবাদীসকলে নিৰ্ভৰ কৰি চলিব লগা হৈছিল। আনকি কাৰ্ল মাৰ্ক্সৰ ৰচনাৱলীও আছিল দুৰ্লভ। এংগেলছৰ সম্পাদনাত প্ৰকাশিত ডাছ কাপিতালৰ একাংশৰ ইংৰাজী অনুবাদ, The German Ideology, Poverty of Philosophy প্ৰভৃতি কেইখনমান গ্ৰন্থহে অনুসন্ধিৎসু লোকৰ হাতত পৰিছিল। History of the CPSU (Short Course)ৰ আগপিনে থকা ঐতিহাসিক আৰু দ্বান্দ্বিক বস্তুবাদ সম্পৰ্কীয় পাঠ্যপুথি-সুলভ আলোচনাকে সকলো সাম্যবাদীয়ে মাৰ্ক্সবাদৰ বিষয়ে চূড়ান্ত সত্য বুলি ধৰি লৈছিল।

তাৰ বাহিৰেও যে মাৰ্ক্সৰ বহু অপ্ৰকাশিত ৰচনা আৰু টোকাবহী আছিল, সেইবোৰত মাৰ্ক্সবাদৰ বহু অজ্ঞাত দিশ প্ৰকাশিত হৈছিল, বহু মাৰ্ক্সবাদীয়ে ভু পোৱাই নাছিল। মাৰ্ক্স আৰু এংগেলছৰ ৰচনাৱলী সম্পাদনাৰ দায়িত্ব লোৱা বিদগ্ধ মাৰ্ক্সবাদী ৰিয়াঝানভক স্তালিনে বিছৰ দশকৰ শেষৰ পিনে গুলীয়াই মৰালে ৰাজনৈতিক প্ৰতিহিংসাৰ আঁচনিৰ অংগৰূপে। পলমকৈ ১৯৩০ চনত যদিও Economic Philosophical Manuscripts প্ৰকাশিত হ'ল, স্তালিনৰ আমোলৰ ৰুছিয়াত তাৰ বিষয়ে বিশদ আলোচনা নহ'ল। ১৯৩৯ ৪১ চনত মস্কোত প্ৰকাশিত হ'ল আজি প্ৰসিদ্ধ হৈ পৰা Grundrisse—অৰ্থনীতি-ৰাজনীতি-দৰ্শন সম্পৰ্কে মাৰ্ক্সৰ গৱেষণাৰ বিস্তাৰিত টোকাৰ পাণ্ডুলিপি। কেইদশকমান পাছতহে পশ্চিম ইউৰোপৰ সুধীসমাজত সি প্ৰৱল আলোড়ণ সৃষ্টি কৰিলে।

Grundrisse-ৰ একাংশহে Das Kapital (The Capital) গ্ৰন্থত পৰিমাৰ্জিত ৰূপত ব্যৱহৃত হৈছে। কিন্তু তাত এনে বহু তথ্য আৰু তত্ত্ব সন্নিবিষ্ট হৈছে যি মাৰ্ক্সবাদ সম্পৰ্কে গতানুগতিক ধাৰণাকে সলনি কৰি দিব পাৰে। উদাহৰণ স্বৰূপে প্ৰাচ্যৰ মাৰ্ক্সবাদীসকলে

স্তালিনপন্থী গোঁড়ামিৰ প্ৰভাৱত ধৰি লৈছিল যে পৃথিৱীৰ সকলো সমাজৰে ক্ৰমবিকাশ একেবোৰ পৰ্যায়ৰ মাজেদি গৈছে—আদিম সাম্যবাদ, দাস প্ৰথা, সামন্তবাদ, পুঁজিবাদ ইত্যাদি। কিন্তু মাৰ্ক্সৰ টোকাবহীৰপৰা পৰিষ্কাৰ হয় যে তেওঁ এনে যান্ত্ৰিক গোঁড়ামিত বিশ্বাসী নাছিল। তেওঁ এনে এটা ধাৰণাও পোষণ কৰিছিল যে প্ৰাচ্যৰ বহু দেশত দাস প্ৰথা আৰু সামন্তবাদৰ পৰ্যায় দুটাৰ সলনি Asiatic Mode of Production (প্ৰাচ্যদেশীয় উৎপাদন ব্যৱস্থাৰ) পৰ্যায় এটাহে বিকশিত হৈছিল। ব্যক্তিগত সম্পত্তিৰ বিকাশ তাত সীমিত আৰু সমাজৰ সম্পদ উৎপাদন তথা বিতৰণত ৰাষ্ট্ৰৰ ভূমিকা অপৰিসীম। অথচ ভাৰতৰ সকলো মাৰ্ক্সবাদীয়ে গভীৰ নিষ্ঠাৰে বিশ্বাস কৰিছিল যে প্ৰাচীন ভাৰতৰ মূল সমাজ ব্যৱস্থা আছিল সামন্তবাদী। ভাৰত সম্পৰ্কে মাৰ্ক্সৰ দুই এখন প্ৰকাশিত ৰচনাত এই কথাটোৰ উল্লেখ পালেও মাৰ্ক্সে পাছত তাক বৰ্জন কৰা বুলি ধৰি লৈছিল। কিন্তু Grundrisse বা পৰৱৰ্তী ৰচনাত তেনে কোনো খাটাং প্ৰমাণ নাই।

আজি ভাৰতীয় মাৰ্ক্সবাদীসকলে মুকলি মনেৰে কথাটো লৈ বিতৰ্ক চলাই আছে। বহুতে কৈছে যে মাৰ্ক্সে ভৰা দৰে ভাৰতৰ সমাজ ব্যৱস্থা গতিহীন বা স্থাণু নাছিল। পণ্য অৰ্থনীতিৰ উল্লেখযোগ্য বিকাশ ঘটিছিল আৰু পুঁজিবাদৰ পিনে সি ক্ৰমে আগবাঢ়ি গৈছিল। আন কিছু মাৰ্ক্সবাদী বিদ্বানে কৈছে, যদি ভাৰতত সামন্তবাদৰপৰা পুঁজিবাদলৈ বিকাশেই হৈছিল, জাতিভেদৰ নিদাৰুণ শিকলিডাল চিঙি নপৰিল কিয়? আজিও ভাৰতত ৰাষ্ট্ৰৰ সাংঘাতিক ওজনে মানুহৰ চিন্তাধাৰা আৰু বিবেকবোধ কুঁজা কৰি ৰাখিছে কেনেকৈ? এনেবোৰ প্ৰশ্নৰ সমুচিত আলোচনা আৰু সমাধানৰ ভিত্তিতহে ভাৰতত মাৰ্ক্সবাদৰ অগ্ৰগতি সম্ভৱ হ'ব। কিন্তু 'ব্যক্তিগত সম্পত্তি' (Private Property), 'পণ্য' (Commodity), 'পুঁজি' (Capital), 'শ্ৰেণী' (Class)—আদি প্ৰাথমিক ধাৰণাবোৰৰ বিষয়ে আমি খেলিমেলিত ভুগি থাকিলে বলদৰ ঘানিত চিৰকাল ঘূৰি থাকিবই লাগিব। বিশেষকৈ ডেকাচামৰ মাৰ্ক্সবাদীসকলৰ বাবে এই সতৰ্কবাণী অতি প্ৰয়োজনীয়।

ৰুছিয়াৰ সাম্যবাদী ৰাষ্ট্ৰ যি সমাজৰ ভিত্তিত গঢ় লৈ উঠিছিল, সেই সমাজক লে'নিন, গৰ্কি প্ৰভৃতি বস্তুনিষ্ঠ পৰ্যবেক্ষকে 'সংস্কৃতিৰ পিনৰপৰা পিছপৰা, অৰ্ধসভ্য' প্ৰভৃতি আখ্যা বিনাদ্বিধাই দিছিল। কিন্তু স্তালিনৰ

দিনত প্ৰচাৰৰ ৰাজনৈতিক প্ৰয়োজনত ৰুছিয়াক সমাজবাদী স্বৰ্গ বুলি ৰহণ লগাই সেইবোৰ উপাদান ঢাকি ধৰা হৈছিল। ফলত ৰুছ ৰাষ্ট্ৰৰ কেতবোৰ বৰ্বৰতা আৰু স্থূলতাও আত্মসমালোচনাৰ পোহৰৰপৰা নিলগাই ৰখা হৈছিল হয়তো Asiatic Mode of Production-ৰ ঐতিহ্য ৰুছ দেশতো প্ৰবল আছিল বাবেই তেনে ঘটনা ঘটিছিল। আজিও ৰুছ সমাজবাদৰ মুকলি সমালোচনা ৰুচিয়াত সম্ভৱ হৈ উঠা নাই। সেয়ে ৰুছ প্ৰভাৱক অন্ধভাৱে হজম কৰা সকলেও ভাৰতত সৃষ্টিশীল চিন্তাৰ বাটকটীয়া হ'ব পৰা নাই।

লুকাচে কেনেকৈ হীগে'লীয় ভাৱবাদৰ মূলসূত্ৰ ধৰি মাৰ্ক্সৰ ৰচনাৰ মৰ্ম পুনৰুদ্ধাৰ কৰিছিল তাৰ উল্লেখ কৰিছো। কিছুমানে অৱশ্যে আজিও ক'ব খোজে যে মাৰ্ক্সৰ যৌৱনৰ ৰচনাত মাক্সবাদৰ বিশুদ্ধ বৈজ্ঞানিক ৰূপ পোৱা নাযায়। সেযে তাৰ মাজত ভাৱবাদী, মানৱতাবাদী ভেঁজাল বেছি। প্ৰকৃততে পৰিণত বয়সৰ ৰচনাত সেই ভেঁজালবোৰৰ লগত এক জ্ঞানতত্ত্বগত বিচ্ছেদ ( Epistemological break ) দেখা যায়। এই ধাৰণাৰ প্ৰবক্তা হ'ল ফৰাচী তাত্ত্বিক অল্‌থুজে'ৰ ( Althusser )। তেওঁৰ মতে ব্যক্তিৰ ভূমিকা সমাজৰ গতি বা পৰিৱৰ্তনত নগণ্য। আচলতে সমাজৰ গাঁথনি ( Structure ) টোহে সচল, আৰু ব্যক্তিৰ আত্মচেতনা পুঁজিবাদী গাঁথনিত সৃষ্টি হোৱা এক ধৰণৰ ভ্ৰান্ত চেতনা ( Ideology )। অল্‌থুজে'ৰৰ এই নতুন ধৰণৰ গোঁড়ামি সম্পৰ্কে ভৱিষ্যতে আমি পুনৰ আলোচনা কৰিম। কিন্তু কৈ থোৱা ভাল হ'ব যে সকলো মাক্সবাদী তেওঁৰ এই মানৱতাবিৰোধী ব্যাখ্যাত সন্তুষ্ট হ'ব পৰা নাই।

বিছ আৰু ত্ৰিছৰ দশকত জাৰ্মানিৰ ফ্ৰাংকৃফুৰ্টত সমাজ গৱেষণা প্ৰতিষ্ঠান নামৰ এটা অনুষ্ঠানত লুকাচৰ প্ৰভাৱত পৰা এচাম চিন্তাবিদে গোঁড়া ৰুছ মাৰ্গৰ বিপৰীতে নতুন মাৰ্ক্সীয় চিন্তা আৰম্ভ কৰিছিল। তেৱ'ডৰ আডৰ্ণ ( Adorno ), হেঁৰ্বাৰ্ট মাৰ্কুজা ( Herbert Marcuse ), মাক্স হৰ্খাইমাৰ ( Horkheimar ), ভাল্টে'ৰ বে'ঞ্জামিন্ প্ৰভৃতি বুদ্ধিজীৱী আছিল তাৰ নেতৃত্বত। কাৰ্যকৰী ৰাজনীতিত বেছি সক্ৰিয় নহ'লেও মাক্স'বাদী চিন্তাৰ দ্বান্দ্বিক দিশৰ প্ৰতি তেওঁলোকৰ অখণ্ড মনোযোগে বিশেষ অৱদান ৰচনা কৰিলে। পুঁজিবাদত পণ্য

পজা আৰু আমোলাতন্ত্ৰই জন্ম দিয়া যুক্তিৰ বিকৃতি, সংস্কৃতিৰ প্ৰৱল অৱমূল্যায়ন প্ৰভৃতি বিষয়ে তেওঁলোকৰ মতামত গুৰুত্বপূৰ্ণ। ৰুছ ৰাষ্ট্ৰৰ বিকাশৰ প্ৰতিও তেওঁলোকৰ ধাৰণা আছিল সংশয়পূৰ্ণ।

এওঁলোকেও ভাবিব পৰা নাছিল যে এংগেল্‌ছে বিশ্বাস কৰা ধৰণে সমাজৰ বস্তুগত প্ৰকৃতিৰ বিকাশে অনিবাৰ্যভাৱে বৈপ্লৱিক ৰূপৰ পিনে গতি কৰিব। মানুহৰ চেতনাই উন্নত পুঁজিবাদৰ সকলো ব্যাপক প্ৰক্ৰিয়া আৰু ভাবাদৰ্শগত মোহজাল খণ্ডন কৰিলেহে মুক্তিলাভ সম্ভৱ হ'ব। সেয়ে এহাতে উন্নত পুঁজিবাদী ৰাষ্ট্ৰৰ আমোলাতন্ত্ৰ, পুঁজিবাদৰ তথাকথিত "বৈজ্ঞানিক" যুক্তিবাদ (প্ৰকৃততে অন্ধ প্ৰযুক্তিবাদ) আৰু জনগণক মানসিকভাৱে আচ্ছন্ন কৰিব পৰা ব্যৱসায়ী জনসংস্কৃতিৰ বিশ্লেষণ, আনহাতে মাৰ্ক্সবাদৰ প্ৰতিবাদী আৰু সমালোচনাত্মক শক্তিৰ ওপৰত গুৰুত্বস্থাপন ফ্ৰাংকফুৰ্ট মাৰ্গৰ উল্লেখযোগ্য অবদান আছিল। কিন্তু সমাজৰ বৈপ্লৱিক ৰূপান্তৰৰ প্ৰতি তেওঁলোকৰ মনোযোগ আছিল দুৰ্বল। সেয়ে শ্ৰমিকশ্ৰেণী আৰু শ্ৰমিক সংগঠনৰ প্ৰতি এওঁলোকৰ আগ্ৰহ সদায়েই সংশয়জড়িত। বহুতে অভিযোগ কৰে যে বিচ্ছিন্ন বুৰ্জোৱা বুদ্ধিজীৱীৰ সংকটাপন্ন পৰিস্থিতিৰ বাহিৰে এওঁলোকৰ চিন্তাই আন একো তাৎপৰ্য প্ৰকাশ নকৰে। কিন্তু মাৰ্ক্সৰ ৰচনাবলীয়ে স্পষ্টকৈ আলোচনা নকৰা কেতবোৰ সমস্যাৰ তীক্ষ্ণধী আলোচনা কৰা আৰু ৰুছ ৰাষ্ট্ৰব্যৱস্থাই সৃষ্টি কৰা কেতবোৰ বিপদ আৰু দুৰ্যোগৰ নিৰ্ভীক আলোচনা কৰা ফ্ৰাংকফুৰ্ট মাৰ্গৰ অৱদান উলাই কৰা টান। এওঁলোকৰ ভিতৰত মাৰ্কুজাই Reason and Revolution গ্ৰন্থত প্ৰতিপন্ন কৰিলে যে হীগে'লৰ তাত্ত্বিক চিন্তাৰে বৈপ্লৱিক ৰূপ হ'ল মাৰ্ক্সবাদ। আডৰ্ণোই দেখুৱালে যে সমসাময়িক পুঁজিবাদী ব্যৱস্থাত মানুহৰ সকলো ধ্যান ধাৰণাই পুঁজিবাদী বিকৃতিক স্বাভাৱিক প্ৰকৃতি বুলি মানি লোবাত অভ্যস্ত হৈ পৰিছে। সেয়ে সমালোচনাত্মক (critical) চিন্তাৰ গুৰুত্ব আজি অপৰিসীম। অথচ বেছিভাগ তত্ত্বই অজলাৰ দৰে যিটো সমুখত দেখে বা যিটো ধাৰণা সমাজত প্ৰচলিত তাকেই খামোচ মাৰি ধৰি আগবাঢ়ে। বেছিভাগ সমসাময়িক প্ৰভাৱশালী তত্ত্বৰ ভিত্তিকে এনে গভীৰ নেতিবাচক দৃষ্টিকোণেৰে বিচাৰ কৰি চোৱা বাবে আডৰ্ণো বিখ্যাত হৈছিল। কিন্তু বিপ্লৱৰ কাৰ্যকৰী প্ৰস্তুতি সম্পৰ্কে তেওঁৰ ঔদাসীন্য আৰু কেৰেঘেঁহনিয়ে অৱশেষত তেওঁৰ তৰুণ ভক্তসকলক আমুৱালে।

ফ্ৰাংকফুৰ্ট মাৰ্গৰ প্ৰভাৱ সেয়ে সৰ্বাংশে স্বাস্থ্যকৰ বুলিব নোৱাৰি। কিন্তু কছু মতান্ধতাৰ ৰেচক ঔষধ হিচাপে তাৰ লগত পৰিচয় ঘটাটো বোধহয় অশুভ নহ'ব।

লুকাচচৰ গুৰুগম্ভীৰ তাত্ত্বিক ভাষা আৰু দাৰ্শনিক চিন্তাৰ ঠাচঁৰ বাবে বহুতে ভুলতে তেওঁক 'অধ্যাপক লুকাচচ' বুলি অভিহিত কৰিছিল। বিখ্যাত ইটালীয় ফে'ছিবিৰোধী সাম্যবাদী গ্ৰামচি (Antonio Gramsci ১৮৯১-১৯৩৭)ৰ বিষয়ে তেনে কথা কোৱা নাযায়। তেওঁ দৰিদ্ৰ ঘৰৰ সন্তান, 'তুৰিন' অঞ্চলৰ শ্ৰমিকসকলৰ মাজত হাতে-কামে সংগঠন কৰা শ্ৰমিক নেতা। তেওঁৰ বাস্তৱবুদ্ধিৰ অন্যতম প্ৰমাণ এয়ে যে স্তালিনৰ নানা তৰহৰ স্থূল ধ্যান-ধাৰণাৰ লগত তেওঁৰ চিন্তাৰ সংগতি নাথাকিলেও ত্ৰৎস্কিৰ লগত স্তালিনৰ বিবাদৰ সময়ত তেওঁ স্তালিনৰ পক্ষই লৈছিল। অৱশ্যে এই কথাও পাহৰিলে নচলিব যে তেওঁ বিশ্ববিদ্যালয়ৰ কৃতী ছাত্ৰ আছিল আৰু প্ৰসিদ্ধ ভাৱবাদী মনীষী বে'নে'ডেট্ৰো ক্ৰোচে'ৰ ওচৰত বৌদ্ধিকভাৱে বহু পৰিমাণে ঋণী আছিল। মুছ'লিনিৰ ফেছিবাদী চৰকাৰে তেওঁক ১৯২৬ চনত গ্ৰেপ্তাৰ কৰি কাৰাৰুদ্ধ কৰে। কাৰাগাৰতে তেওঁৰ চিন্তাই মাৰ্ক্সবাদৰ তত্ত্বগত দিশত নতুন আলোকপাত কৰে—যদিও টোকাবহীৰ আকাৰতে সীমাবদ্ধ হৈ থকা বাবে দ্বিতীয় মহাযুদ্ধৰ পাছতহে, বিশেষকৈ ষাঠিৰ দশকৰ শেষৰ পিনেহে, তেওঁৰ ৰচনাৱলী প্ৰকাশিত আৰু জনাজাত হয়। অনতি পলমে মাৰ্ক্সবাদৰ এক অগ্ৰগণ্য চিন্তানায়ক হিচাপে তেওঁ স্বীকৃতি লাভ কৰে—অৱশ্যে মৃত্যুৰ ত্ৰিছ বছৰ পাছত।

সমসাময়িক ৰুছিয়াৰ নেতাসকলে (যাৰ মাজত লে'নিন নপৰে) প্ৰচাৰ কৰা যান্ত্ৰিক আৰু কাণ্ডজ্ঞানবাদী মাৰ্ক্সবাদৰ প্ৰতি তেওঁৰ দোৰ্ঘোৰ আপত্তি আছিল। মানুহৰ মনটোক জড়জগতৰ উৎপাদন আৰু অখণ্ড অংশ বুলি ধৰি লৈ ৰুচ চৰকাৰী মাৰ্ক্সবাদে আৰ্থসামাজিক প্ৰক্ৰিয়াৰ স্বয়ংক্ৰিয় বিকাশৰ ওপৰত গুৰুত্ব দিছিল। কিন্তু গ্ৰামশ্চিয়ে ভাৱবাদী দৰ্শনৰ অস্ত্ৰ ধাৰ কৰি লৈ প্ৰশ্ন তুলিলে 'মনৰ বাহিৰত যিখন স্বতন্ত্ৰ জড়জগৎ থকা বুলি আমি ভাবোঁ, কোনো এটা মনৰ ধাৰণাৰ বাহিৰত তাৰ অস্তিত্ব জানো আছে? যিজন দাৰ্শনিকে এক চেতনাহীন জড়জগতৰ কথা ভাৱে, তেওঁৰ মন আৰু ভাৱনাতহে তাৰ অস্তিত্ব সম্ভৱ হয়!'

ঠিক তেনেকৈ বিপ্লৱৰ প্ৰস্তুতি, সাফল্য বা ব্যৰ্থতাত মানসিক বা সচেতন শক্তিৰ লীলা আছিল তেওঁৰ মনোযোগৰ প্ৰধান লক্ষ্যস্থল। গ্ৰামশ্চিৰ মতে প্ৰতিটো বিপ্লৱী শ্ৰেণীয়েই নিজস্ব বুদ্ধিজীৱী সম্প্ৰদায় ( Organic intellectual ) সৃষ্টি কৰে—যিসকলে নতুন সমাজ-ব্যৱস্থাৰ উপযোগী ধ্যান-ধাৰণা, চিন্তা আৰু তত্ত্ব উদ্ভাৱন কৰি সেই শ্ৰেণীৰ কৰ্তৃত্ব আৰু প্ৰভাৱ গভীৰ আৰু ব্যাপক কৰি তোলে। কেৱল ৰাজনৈতিক অস্ত্ৰেৰে ( যেনে ৰাষ্ট্ৰযন্ত্ৰৰ সহায়েৰে ) সেই উদ্দেশ্য সিদ্ধি কৰা অসম্ভৱ। কোনো শ্ৰেণীয়ে যেতিয়া এটা সমাজৰ চিন্তা তথা মানসিক গঠন এনেদৰে প্ৰস্তুত কৰে আৰু এনেদৰে বৰ্তাই ৰাখে যে তাৰ অধীনত তাৰ স্বাৰ্থত সৃষ্টি হোৱা সমাজব্যৱস্থাকে সমাজৰ সৰহ সংখ্যক লোকে 'স্বাভাৱিক' বুলি ধৰি লয়, তেতিয়া সেই সমাজত তাৰ সাৰ্বভৌম আধিপত্য ( hegemony ) প্ৰতিষ্ঠা হয়। য'ত কোনো বিপ্লৱী শ্ৰেণীয়ে এনেধৰণৰ বুদ্ধিজীৱী সম্প্ৰদায়ৰ জৰিয়তে এই কাম কৰিব নোৱাৰে ত'তেই তাৰ ক্ষমতা আৰু প্ৰভাৱৰ শিপা তললৈ নাযায়। ইটালিত বুৰ্জোৱা বুদ্ধিজীৱী সম্প্ৰদায় অৱশেষত খ্ৰীষ্টীয় ধৰ্মসংঘৰ ( Church ) পৰম্পৰাগত ঐতিহ্যত লীন হৈ যায়। প্ৰাচীন বুদ্ধিজীৱী সম্প্ৰদায়ৰ বিৰুদ্ধে সংগ্ৰাম কৰি তাক পৰাস্ত কৰিব নোৱাৰিলে। সেয়ে ইটালিত বুৰ্জোৱা বিপ্লৱ বহু কাললৈ মুজুৰা পৰি থাকিল। তেনেকৈ আজিৰ সৰ্বহাৰা শ্ৰেণীয়েও বুৰ্জোৱা ধ্যান-ধাৰণা আৰু মানসিকতাৰ খোলা ভাঙি ৰাজনীতি, সমাজ, সংস্কৃতি আৰু নৈতিকতা সম্পৰ্কে—অধিক কি চিন্তা সম্পৰ্কেই—নতুন আৰু প্ৰভাৱশালী ধ্যান ধাৰণা তথা চিন্তাৰ উন্মেষ ঘটাব পাৰিলেহে তেওঁলোকে স্থায়ী যুদ্ধজয় আশা কৰিব পাৰে। নতুবা তেওঁলোকৰ সকলো প্ৰয়াস বুৰ্জোৱা পৰম্পৰাইহে গ্ৰাস কৰিব।

ভাৰতত ৰাষ্ট্ৰযন্ত্ৰৰ জৰিয়তে আৰু আন উপায়েৰে বুৰ্জোৱা শ্ৰেণীয়েও একে কৌশল অৱলম্বন কৰিছে। সামন্তযুগৰ বৌদ্ধিক ঐতিহ্যৰপৰাও সিহঁতে সহায় লৈছে।

সেয়ে এহাতে যেনেকৈ ধৰ্মভীৰু ভাৰতীয় কৃষকক ধৰ্মৰ কানি খুৱাই মন্ত্ৰমুগ্ধ কৰি ৰাখিছে, ঠিক তেনেকৈ সমাজবাদৰ নানা ভুৱা শ্লোগানেৰে শ্ৰমিক শ্ৰেণীকো বুৰ্বক বনাব খুজিছে। অথচ সংকীৰ্ণ ৰাজনীতিত বিশ্বাসী গোঁড়া ভাৰতীয় মাৰ্ক্সবাদী নেতাসকলে সংস্কৃতি বা চিন্তাৰ ক্ষেত্ৰত প্ৰৱল উদ্যোগ লোৱাটো পণ্ডশ্ৰম বুলিয়েই ভাৱে। ক'ৰবাত

যদি কিবা উদ্যোগ লৈছে তাত পাৰ্টিৰ নেতৃবৃন্দৰ জড়তত্ত্বৰ প্ৰচণ্ড ঢোলৰ আৱাজে চেতনা অসাড় কৰাৰ বাহিৰে আন বিশেষ একো কৰিব পৰা নাই।

( আপাতত ইযাতে আলোচনাৰ ইতি টনা হ'ল )

## পৰিশিষ্ট

সম্প্ৰতি ভাৰতৰ চিন্তাশীল লেখকসকলে ভাৰতীয় ৰাজনীতিৰ এটা ধাৰা সম্পৰ্কে দুৰ্ভাবনা প্ৰকাশ কৰিছে। সেইটো হ'ল ভাৰতীয় ৰাজনীতিৰ ওপৰত সমাজবিৰোধী বা উচ্ছৃঙ্খল প্ৰকৃতিৰ লোকৰ ক্ৰম-বৰ্ধমান প্ৰভাৱ ( Lumpenisation )। ভাৰতীয় অৰ্ধ ঔপনিবেশিক ব্যৱস্থাত অৰ্ধ পুঁজিবাদী, অৰ্ধ সামন্তবাদী সমাজৰ সংকটে যেনেকৈ দলে দলে এনে প্ৰকৃতিৰ মানুহৰ জন্ম দিছে, তেনেকৈ সিহঁতৰ কাৰণে আনি দিছে প্ৰচুৰ সুযোগ। পুলিচৰ সহযোগত বেলৰ ডবাৰ পৰা লুট কৰা বাগনব্ৰেকাৰেই হওক বা গৃহদপ্তৰৰ দ্বাৰা লালিত পালিত কুৎসাজীৱী চৰিত্ৰহন্তাই হওক এই ধৰণৰ মানুহৰ বাবে কেউপিনে অপাৰ সুযোগ। হকাবধা কৰোতা কোনো নাই। অবক্ষয়ী সমাজত আইন যেনেকৈ কাগজে কলমে মাত্ৰ আছে, নৈতিকতাও সেইদৰে আছে ৰাজহুৱা বক্তৃতা বা গালিগালাজত। সন্দেহ নাই যে এই lumpen চৰিত্ৰৰ প্ৰভাৱে কেতবোৰ বামপন্থী বিপ্লৱী শক্তিকো পথচ্যুত কৰিছে। সেয়ে এইবোৰ সম্পৰ্কে সজাগ হৈ তাৰ বিৰুদ্ধে প্ৰতিকাৰ চিন্তা কৰাটো আমাৰ সকলোৰে কৰ্তব্য।

বেমাৰটোৰ বীজাণু এনেকৈ চৌদিশে বিয়পি আছে যে যিকোনো মুহূৰ্ততে আমাৰ যিকোনো জনৰ মনতে ই বিভ্ৰান্তি আৰু দায়িত্বহীনতাৰ জন্ম দিব পাৰে। সেয়ে কেৱল আনক দোষাৰোপ কৰিলেই নহ'ব। আমাৰ নিজৰ মনতো এনে স্খলন বা বিচ্যুতিৰ বিপদ সম্পৰ্কে আমি সদাসতৰ্ক থকা উচিত।

১৯৭৪ চনৰ কথা। তিতাবৰৰ বৰহোলাত আমি অসমৰ সৰ্বপ্ৰথম প্ৰগতিশীল লেখক শিবিৰ পাতিছোঁ। বয়োবৃদ্ধ নলিনীধৰ ভট্টাচাৰ্যৰপৰা স্কুলীয়া কবিলৈ, চি-পি এমৰ প্ৰতি অনুগত লেখকৰপৰা বিপ্লৱী দলবোৰৰ ল।ত জড়িত লেখকলৈ সকলোৱে উৎসাহেৰে সহযোগিতা কৰিছে। চহৰৰপৰা গৈ গাঁৱত এনে এখন গহীন বিধৰ সভা পতাত গাঁৱৰ ৰাইজেও

মনে মনে সন্তোষ পাইছে। পিছে এটা ঘটনাইহে গাঁৱৰ ৰাইজৰ মন তৎক্ষণাৎ বিৰূপ কৰি পেলালে। কথাটো আমি গম পাওঁতে বহু পলম হৈ গ'ল। দুজন "বিপ্লৱী" কবি ভুটুংকৈ ক'ৰবাৰপৰা ওলালহি আৰু সভাত যোগ দিলে। দুয়ো মাজতে ক'ৰবাত এটুপি ধৰি আহি বাকী সকলো সভাৰ কামত ব্যস্ত থকা সময়তে সভাথলীৰ বাহিৰত গঞা ৰাইজে দেখাকৈ মাটিয়ে বালিয়ে বাগৰি, বান্দৰৰ দৰে নাচিবাগি, অবাইচ গীত আৰু গালিগালাজৰ জোঁৱাৰ তুলি গুলজাৰ কৰিলে। গঞা ৰাইজে প্ৰগতিৰ চেহেৰা দেখি "হৰি, হৰি" কৰি নাম ঘৰত সোমাল।

শ্মশানৰ দৰে পৰিবেশত কোনোৰকমে লেখক শিবিৰৰ সামৰণি পেলোৱা হ'ল। কোনোৱে সিহঁত দুজনৰ বিষয়ে মন্তব্য দিলে "loafer।" —কোনোৱে ক'লে, পুলিচৰ চ'ৰায়া। সেইবোৰ বিতৰ্ক-মূলক কথালৈ নগৈ আমি অন্ততঃ এই সিদ্ধান্ত কৰিব পাৰোঁ যে এনে অপৰাধীসুলভ সমাজবিৰোধী আচৰণে সমগ্ৰ প্ৰগতিশীল শিবিৰকে কলংকিত কৰিলে। প্ৰগতিশীল শিবিৰৰ বাহিৰতো সমাজ সংস্কৃতিৰ বিস্তীৰ্ণ এলেকা জুৰি এনে গ্লানিময় সমাজ বিৰোধী আহিঁয়ে অগণন কিশোৰ আৰু যুৱকক পথভ্ৰষ্ট কৰিব ধৰিছে। সমাজৰ ৰূপান্তৰ বা আন সৃষ্টিমূলক উদ্যোগৰ প্ৰতি এওঁলোকৰ আগ্ৰহ কমি আহিছে। বৈপ্লৱিক কাৰ্যসূচীত যদি তেওঁলোক জড়িত হৈছে, তেনেহ'লে ক্ষতিয়েই বেছি কৰিছে। এই মানসিকতা এতিয়া আৰু কেৱল যুৱকসকলৰ মাজতে আৱদ্ধ হৈ থকা নাই। বয়স্কসকলৰ মাজত তাৰ প্ৰভাৱ ব্যাপক।

এইবোৰ যে কোনো আকস্মিক ঘটনা নহয়, চাৰিওফালে চকু মেলি চালেই বুজা যায়। তথাকথিত অপসংস্কৃতিৰ বজাৰখনত এনে ৰুচি প্ৰতিমুহূৰ্ত্ততে তৈয়াৰ হৈছে। গানৰ নামত শিয়ালৰ দৰে ৰাউচি, নাচৰ নামত যৌন ক্ৰীড়াৰ ইংগিত, ৰূপালী পৰ্দাত বীৰত্বৰ নামত নৃশংসতা, সাংবাদিকতাৰ নামত নিৰক্ষৰ লোকেও কাণত আঙুলি দিব লগা হোৱা ঘটনা, সমাজ সেৱাৰ নামত ধনঘটা, দেশ সেৱাৰ নামত ক্ষমতাৰ বেপাৰ— এনে দৃশ্য, ঘটনা আৰু প্ৰভাৱৰ মাজত সুস্থ মানসিকতা গঢ়ি উঠেই বা কেনেকৈ? তাৰ বিপৰীতে সাংস্কৃতিক প্ৰদূষণ বন্ধ কৰাৰ কিবা কাৰ্যসূচী বামপন্থী শিবিৰত দেখা যায়নে?

প্ৰথমে উল্লেখ কৰিব লাগিব প্ৰচুৰ পৰিমাণৰ নীতিবাগীশ বক্তৃতা। কোনেও অস্বীকাৰ নকৰে যে তুলনামূলকভাৱে বামপন্থী শিবিৰত

উচ্ছৃংখল, সমাজবিৰোধী আচৰণ কম। কিন্তু এনে কথা কোনোবাই ক'ব পাৰিবনে যে বামপন্থী নেতা বা প্ৰধান কৰ্মীসকল সৰ্বসাধাৰণ ৰাইজ আৰু যুৱকসমাজৰ বাবে আদৰ্শ জীৱন বা আচৰণৰ প্ৰতিভূ? তেওঁলোকৰ আচৰণ আৰু কাৰ্যকলাপে সৰ্বসাধাৰণৰ মনত আস্থা, শ্ৰদ্ধা আৰু প্ৰেৰণা সঞ্চাৰ কৰেনে?

এচাম বামপন্থী নেতা আৰু কৰ্মী আত্মসন্তুষ্ট মতান্ধতাৰ নিদৰ্শন। তেওঁলোক যেন দ্বিতীয় শ্ৰেণীৰ প্ৰমোছনলোভী অধ্যাপক—পঢ়াশুনা যাৰ বাবে কেৱল প্ৰমোছন আৰু প্ৰতিষ্ঠাৰ উপায়। এইবোৰ পণ্ডিতমন্য মূৰ্খৰ মগজ এনে দ'লি-চপৰাৰ দৰে গোট মাৰিছে যে তাৰ মাজত কোনো অবাঞ্ছিত ধাৰণা প্ৰৱেশ কৰা অসম্ভৱ। নমনীয়তা বা গতিশীলতাৰ সকলো লক্ষণ ইহঁতৰ বাবে "পনীয়া"। এই দুৰ্দান্তভাৱে গোটা আৰু নিৰ্লজ্জভাৱে ধূৰ্ত অধ্যাপকবোৰে তেওঁলোকে হিংসা কৰা আন কিছুমান অধ্যাপকৰ বিষয়ে গবেষণাত জীৱনপাত কৰে। অথচ মুখত বিশ্ববিদ্যালয়ৰ দুৰ্দশা সম্পৰ্কে অন্তহীন খেদ আৰু শিক্ষাৰ অৱনতি সম্পৰ্কে বিলাপ। মাৰ্ক্সবাদ আৰু সামাজিক ৰূপান্তৰৰ প্ৰতি অবিকল একে-ধৰণৰ সেৱা আগবঢ়াইছে কেতবোৰ বামপন্থী নেতা আৰু কৰ্মীয়ে। বিশ্ববিদ্যালয়ৰ সেই চালিয়াৎ অধ্যাপকবোৰৰ দৰে এওঁলোকো যদি জ্ঞাতসাৰে বা অজ্ঞাতসাৰে গৃহদগ্ধৰ পাশাৰ গুটি হৈ পৰে, তাত আচৰিত হ'বলগীয়া একো নাই।

কিন্তু মাৰ্ক্সবাদৰ দৰে সৃষ্টিক্ষম আৰু গতিশীল তত্ত্ব এটাই সমাজৰ অগ্ৰণী প্ৰতিভাসমূহক আকৰ্ষণ নকৰি এনে দ্বিতীয় শ্ৰেণীৰ পণ্ডিতক কিয় আকৰ্ষণ কৰিলে, সিও এক চিন্তনীয় বিষয়। ভাৰতত মাৰ্ক্সবাদে মেঘনাদ সাহাৰ দৰে বৈজ্ঞানিক, কৌশাম্বীৰ দৰে ইতিহাসবিদ, দেবীপ্ৰসাদ চট্টোপাধ্যায়ৰ দৰে সমাজতাত্ত্বিকক আকৃষ্ট আৰু অনুপ্ৰাণিত কৰিছিল। সম্প্ৰতি কিন্তু তেনে সম্ভাৱনা ক্ৰমে শুকাই আহিছে। তাৰ ঠাই পূৰাবলৈ আহিছে গোটামাৰ্ক উৎসাহী বিদ্যাব্যৱসায়ী। আৰু বামপন্থী সংগঠনবোৰতো ওপৰ শাৰী পূৰাব ধৰিছে কেতবোৰ আমোলা চৰিত্ৰৰ, যান্ত্ৰিক মানসিকতাত অভ্যস্ত, সৃষ্টিশীল চিন্তাৰ বাবে অনুপযুক্ত নেতাই। সংগঠনৰ মাজত তেওঁলোকৰ নেতৃত্বই সঞ্চাৰ কৰিছে তেনেধৰণৰ বাতাৱৰণ —য'ত উদ্ভাৱনী ক্ষমতা, উদ্যোগ আৰু দূৰদৰ্শিতা অৱহেলিত আৰু অনুকৰণ, মতান্ধতা আৰু স্থাণুধৰ্মিতা সন্মানিত।

পাৰ্টিমহলবোৰৰপৰা কোৱা হয় যে নিম্নমধ্যবিত্ত বুদ্ধিজীৱীৰ শ্ৰেণীগত দুৰ্বলতা শাসনত ৰাখিবলৈ আন উপায় আৰু নাই। এই শ্ৰেণীৰ বুদ্ধিজীৱীসমূহ অত্যন্ত আত্মকেন্দ্ৰিক, শৃংখলাহীন, পৰশ্ৰীকাতৰ আৰু দলাদলিত অভ্যস্ত। তেনে আচৰণক প্ৰশ্ৰয় দিব লাগিলে সংগঠন চুৰমাৰ হৈ যাব। অথচ ভাৰতৰ দৰে দেশত এনে শ্ৰেণীৰ অসংখ্য মানুহ পাৰ্টিৰ মতাদৰ্শত আকৃষ্ট হৈ ওচৰ চাপিবই। সমস্যাটো বাস্তব আৰু সাংঘাতিক। কিন্তু আমোলাতান্ত্ৰিকতাৰ বাহিৰে তাৰ আন সমাধান নাই বুলি ভবাটো ভুল। আমোলাতান্ত্ৰিক শাসনো এটা ক্ষুদ্ৰ উপদলৰ শাসন মাত্ৰ। সমূহীয়া নেতৃত্বৰ খোলাটোহে তাত থাকেগৈ। নিম্ন-মধ্যবিত্ত বুদ্ধিজীৱীৰ সহায় জনগণৰ মাজত মাৰ্ক্সবাদ প্ৰচাৰ কৰাৰ ক্ষেত্ৰত, আনকি সংগঠনৰ ক্ষেত্ৰতো এই পৰ্যায়ত অপৰিহাৰ্য। কিন্তু আমোলা-তান্ত্ৰিক ব্যৱস্থাৰ মাজত পেলাই দিলে তেওঁলোকৰ নিজৰ উদ্যোগ উদ্ভাৱনী শক্তি আৰু প্ৰেৰণাৰ সদ্ব্যৱহাৰ সম্ভৱ নহয়। চিন্তা আৰু সংস্কৃতিৰ বিকাশতো তেতিয়া তেওঁলোকে অৱদান দিব নোৱাৰে। এনে জীৱন্মৃত অৱস্থাত অপসংস্কৃতিৰ বিৰুদ্ধে সৃষ্টিশীল সংগ্ৰামেৰে জনসাধাৰণক অনুপ্ৰাণিত কৰাও তেওঁলোকৰ পক্ষে দুঃসাধ্য। সেয়ে পাৰ্টিৰ প্ৰভাৱাধীন বুদ্ধিজীৱীসকলক সক্ৰিয়, সৃষ্টিশীল আৰু প্ৰেৰণাসঞ্চাৰী কৰি ৰাখিবলৈ হলে লেকাম কিছু ঢিলাই দিব লাগিব। বস্তুনিষ্ঠ মনোভাৱেৰে তেওঁলোকৰ সৎ ইতিবাচক অৱদানসমূহৰ যথাযথ স্বীকৃতি দি নেতিবাচক প্ৰবণতাসমূহৰ বিৰুদ্ধে সকিযনি দিব লাগিব। সৰুসুৰা ভুলৰ ওপৰত খড়্গহস্ত হৈ ওস্তাদী কৰা মনোভাৱ অতি ক্ষতিকৰ। যেতিয়া কোনো নেতিবাচক প্ৰবণতা বা ধাৰা প্ৰৱল হৈ উঠে তেতিয়াহে তাৰ বিৰুদ্ধে কঠোৰ অনুশাসন প্ৰয়োগ কৰাটো বাঞ্ছনীয়। আৰু অনুশাসনৰ সেই প্ৰয়োগ যে যুক্তিসংগত তথা ন্যায়সম্মত, কৰ্মীসকলৰ মাজত তেনে ধাৰণা সৃষ্টি কৰাও অতি প্ৰয়োজনীয়।

অপসংস্কৃতিৰ যি প্লাৱন দেশৰ কেউপিনে বিযপি গৈছে যি প্লাৱনে সামন্তবাদী সাংস্কৃতিক ঐতিহ্যৰ সুস্থ উপাদানবোৰো বিধ্বস্ত কৰিছে, তাৰ প্ৰভাৱত উঠি অহা পুৰুষৰ নৈতিকতা আৰু চৰিত্ৰ বিপন্ন। অৱশ্যে তেনেবোৰ প্ৰৱণতাৰ বিৰুদ্ধে স্বতঃস্ফূৰ্তভাৱে উদীযমান পুৰুষে ঠায়ে ঠায়ে প্ৰতিৰোধ সংগ্ৰামো চলাইছে। পুৰণা মূল্যবোধৰ উপদেশেৰে সেই প্লাৱনত ভেটা দিব পৰা আৰু নাযাব। উদীয়মান পুৰুষৰ মাজত

গণতান্ত্ৰিক আৰু সমাজবাদী মূল্যবোধ ৰোপন কৰিবলৈ সাংস্কৃতিক আন্দোলনেই সৰ্বোত্তম উপায়। তেনে সাংস্কৃতিক আন্দোলন পাৰ্টিসংগঠন গঢ়াৰ নাইবা পাৰ্টিৰ প্ৰভাৱ বিস্তাৰ কৰাৰ অপৰিহাৰ্য চৰ্ত বুলিয়েই আমাৰ বিশ্বাস। এনে নৈৰাশ্যকৰ পৰিৱেশৰ মাজতো বামপন্থী যুৱকসকলৰ সৰুসুৰা গোষ্ঠী কেতবোৰে যে নিজ উৎসাহেৰে সুস্থ সংস্কৃতি চৰ্চাৰ বাবে নাটক আদি কৰি আছে বা আলোচনী আদি উলিযাই আছে, সিহে বিস্ময় আৰু আনন্দ উদ্ৰেক কৰে। কিন্তু এই স্বতস্ফূৰ্ত, অসংগঠিত প্ৰচেষ্টাবোৰ সংগঠিত কৰি সেইবোৰ যাতে নিৰবচ্ছিন্নভাৱে আৰু ক্ৰমবৰ্ধমান গভীৰতাৰে অগ্ৰসৰ হ'ব পাৰে তাৰ পৰিৱেশ সৃষ্টি কৰাহে পাৰ্টি নেতৃত্বৰ এই ক্ষেত্ৰত দায়িত্ব। সেই দায়িত্ব আওকাণ কৰি সাংস্কৃতিক কৰ্মীসকলৰ নিজস্ব সৃষ্টিশীলতা সক্ৰিয় আৰু সুপুষ্ট নকৰি কেৱল ওপৰৰপৰা এটা পাৰ্টি লাইন জাপি দিবলৈ বিচাৰিতে ফল বেয়া হ'বলৈ বাধ্য।

এনে সাংস্কৃতিক আন্দোলনৰ প্ৰয়োজন ত্ৰিছৰ দশকত অবিভক্ত কমিউনিষ্ট পাৰ্টিযে বুজিছিল। তেতিয়া তেওঁলোকে প্ৰগতিশীল লেখক সংঘ, গণনাট্য সংঘ প্ৰভৃতি অনুষ্ঠান সৃষ্টি কৰি প্ৰগতিশীল সাংস্কৃতিক জাগৰণ এটাৰ তৰংগ কেউপিনে বিয়পাই দিব পাৰিছিল। অৱশ্যে দেশব্যাপী চলি থকা স্বাধীনতা সংগ্ৰামৰ বতাহে পৰিৱেশ তেতিয়া নিৰ্মল আৰু সতেজ কৰি ৰাখিছিল। অপসংস্কৃতিৰ বীজাণু নাছিল। সেইবোৰ আন্দোলনত সময়ে সময়ে ৰবীন্দ্ৰনাথ বা প্ৰেমচন্দৰ দৰে মানুহো জড়িত হৈ পৰিছিল। দেশৰ সংস্কৃতিত সিহঁতে স্থায়ী সাঁচ বহুৱাই থৈ গ'ল। তথাপি ক'ব লাগিব যে দুয়োটা আন্দোলনেই প্ৰয়োজনীয় গভীৰতা অৰ্জন কৰিব নোৱাৰিলে। তাৰ কাৰণ বিচাৰি গ'লে দেখা যায় যে মতাদৰ্শগত মতান্ধতাৰ বাবেই সাংস্কৃতিক ক্ষেত্ৰত কামকাজৰ গুৰুত্ব, তথা নিম্নমধ্যবিত্ত বিদ্ৰোহী শক্তিক শৃংখলাবদ্ধ কৰি কামত লগোৱাৰ প্ৰয়োজন, পাৰ্টিয়ে গভীৰভাৱে গ্ৰহণ কৰা নাই। মাজে-মাজে লেকাম একেবাৰে ঢিলাই দি নিম্নমধ্যবিত্ত সুবিধাবাদক প্ৰশ্ৰয় দিছে মাজে-মাজে কঠুৱা অনুশাসনেৰে কৰ্মীসকলৰ উদ্যম আৰু প্ৰেৰণাত চেঁচাপানী ঢালিছে। সমস্যাটোৰ বিষয়ে মনোযোগী আৰু সন্ধানী চিন্তা নথকা বাবেই তেনে বন্ধ্যাত্বৰ মাজত প্ৰগতিশীল সাংস্কৃতিক আন্দোলনৰ সামৰণি পৰিল।

আজিৰ লুম্পেন্‌'নাইজড্ বা অধঃপতিত পৰিস্থিতিত সাংস্কৃতিক

আন্দোলনৰ গুৰুত্ব অপৰিসীম। তাৰ দ্বাৰাহে নিম্নমধ্যবিত্ত আৰু মধ্যবিত্ত জনগণৰ স্বভাৱগত নৈৰাজ্যবাদ নিয়ন্ত্ৰণ কৰি তেওঁলোকৰ সৃষ্টিক্ষমতা সমাজবাদৰ পথ প্ৰশস্ত কৰা কামত নিয়োগ কৰিব পৰা হ'ব। গোটেমৰা স্বাৰ্থপৰতা নাইবা মতান্ধ পণ্ডিতমূৰ্খতা নেওচা দি অতীতৰ ভুলৰপৰা শিক্ষা লৈ আগবাঢ়িলেহে বামপন্থী শিবিৰে এই ক্ষেত্ৰত সফলতা অৰ্জন কৰিব পাৰিব।

# সংস্কৃতিৰ উৎস আৰু অভিব্যক্তি

কোনো কোনো বিজ্ঞলোকৰ ধাৰণা যে সমাজৰ সকলো মানুহ তেওঁলোকৰ দৰে সংস্কৃতিবান নোহোৱা বাবেই সমাজৰ অধ পতন হৈছে। পৰীক্ষাত ব্যাপক নকল চলাৰ পৰা সাম্প্ৰদায়িক সংঘৰ্ষলৈকে সকলো অঘটনৰ মূলতে আছে সংস্কৃতিৰ দৈন্য। সেয়ে তেওঁলোকে নিশ্চিন্ত মনে নিদান দাঙি ধৰে যে সকলো মানুহক উচ্চ সংস্কৃতিৰ প্ৰশিক্ষণ দিলে গুৰুতৰ সামাজিক সমস্যাবোৰৰো অৱসান ঘটিব।

কথাটো উপহাস কৰি উৰাই দিবলৈ আমাৰ ইচ্ছা নাই। যদিও উক্ত ভদ্ৰলোক সকলৰ নিজস্ব কাৰ্য্যকলাপক সংস্কৃতিৰ নিৰ্ণায়ক বুলি ধৰিলে অসংস্কৃতিৰ মুৰ ঘূৰাই যোৱাৰে সম্ভাৱনা বহুল। তেওঁলোকৰ সংস্কৃতিৰ তাপবিন্দু (boiling point) বেছ তলৰ পিনে। যুক্তি-তৰ্কেৰে কোনোৱা লোকক বলে নোৱাৰিলে এওঁলোকৰ ইংগিতমূলক গল্প বা নাটক—বা নোৱাৰাত শিশু-কাহিনী—চৰাবখানাৰ মতলীয়া ৰসিকতাতকৈ বৰ বেছি বেলেগ হৈ নাথাকে। সূক্ষ্ম ৰুচিৰ ঝান্দা উৰাই থকা সকলৰ মুখত তেনে সময়ত যিবোৰ উক্তিৰ আখৈ ফুটে, সেইবোৰতো টুটকীয়া বাইৰ ৰুচি আৰু কল্পনাতকৈ বেলেগ জাতৰ বস্তু বিচাৰি পোৱা নাযায়। সেয়ে তেওঁলোকৰ আদৰৰ সংস্কৃতিটোক আমাৰ দৰে গ্ৰাম্য লোকে বুজি নোপোৱাটো স্বাভাৱিক।

অৰ্থাৎ তেওঁলোকৰ সংস্কৃতি আৰু ইতৰ লোকৰ দুস্কৃতিৰ মাজত গুণগত প্ৰভেদ বিচাৰি পাবলৈ টান। যি দেখা যায়, সি মাত্ৰাৰ বা পৰিমাণৰহে প্ৰভেদ। সূক্ষ্ম বিদ্ৰূপ বা অৱজ্ঞাৰে কোনো জাতি বা সম্প্ৰদায়ক হেয় প্ৰতিপন্ন কৰা ভদ্ৰলোক আৰু টাঙোন-টোকোন

লৈ সেই সম্প্ৰদায়ৰ লোকক মাধমাৰ দিবলৈ ওলাই যোৱা অভদ্ৰ লোকৰ মাজত প্ৰকৃততে কিবা পাৰ্থক্য আছেনে? দহটা টকাৰ লোভত কোনো নেতাৰ সপক্ষে ভোট যোগাৰ কৰি ফুৰা দালাল আৰু কোনো ৰাষ্ট্ৰীয় পুৰস্কাৰ নাইবা কোনো উচ্চ পৰ্য্যায়ৰ কমিটিৰ সদস্যপদ প্ৰাপ্তিৰ লোভত কোনো নেতা বা দলৰ অন্যায় নীতিৰ সপক্ষে সালংকাৰে ওকালতি কৰা গণ্যমান্য লেখকৰ মাজত পাৰ্থক্যৰ সীমাৰেখাডাল জানো সঁচাই স্পষ্ট?

সেয়ে সংস্কৃতিৰ পৰা তেওঁলোকে আশা কৰা সুফল তেওঁলোকৰ নিজৰ আচৰণেই নাকচ কৰে। তথাপি যদি ধৰা হয় যে তেওঁলোকৰ কাৰ্য্য-কলাপৰ উৰ্দ্ধত কিবা মহিমাময় সংস্কৃতি আছে, সিও স্থান-কাল-পাত্ৰৰ প্ৰভাৱৰ বাহিৰত নিশ্চয় থাকিব নোৱাৰে। বিশেষকৈ যি যুগত এমুঠি মানুহৰ সুখ-সুবিধাৰ স্বাৰ্থত অগণন মানুহৰ আশা আকাংক্ষা হেঁচা মাৰি ধৰি ৰাখিবলৈ দানবীয় ৰাষ্ট্ৰযন্ত্ৰৰ উদ্ভৱ হৈছে, সেই যুগত সংস্কৃতি ঘাইকৈ দুবিধ বা দুই প্ৰকাৰৰহে হ'ব পাৰে।

এবিধ সংস্কৃতিয়ে দানবীয় ৰাষ্ট্ৰযন্ত্ৰৰ স্বৰূপ জনসাধাৰণৰ চকুৰ পৰা আঁতৰত ৰাখিবলৈ তাৰ ওপৰত নানা ধৰণৰ আঁৰ বেৰ দিয়াৰ চেষ্টা চলায়। সেই দানবীয় ৰাষ্ট্ৰযন্ত্ৰই চলোৱা নিয়মিত সন্ত্ৰাসকো "যান্ত্ৰিক বিজুতি"ৰ লেথীয়া কিবা অস্বাভাৱিক আৰু অস্থায়ী বিকাৰ বুলি দেখুৱাবলৈ বিচাৰে। সকলোতকৈ ডাঙৰ কথা, নিজৰ কলাকৰ্মত সেই দানবীয় ৰাষ্ট্ৰযন্ত্ৰৰ অমানুষিক আদৰ্শকো প্ৰসাধনৰ সহায়েৰে সত্য-শিৱ সুন্দৰৰ বাহন স্বৰূপে দেখুৱাব খোজে। প্ৰকৃততে আমি দেখা বেছি ভাগ সাংস্কৃতিক অভিব্যক্তিয়েই এনে ধৰণৰ। যিবোৰ নাটক বা উপন্যাসত সমাজব্যৱস্থাৰ প্ৰভাৱতকৈ ব্যক্তিৰ বিকৃত মনস্তত্বকে সকলো অমংগলৰ বাবে জগৰীয়া কৰা হয়, যিবোৰ চিনেমাত পুঁজিপতি আৰু মন্ত্ৰীতকৈ কোনো অধ্যাপক বা সাংবাদিকক ভ্ৰষ্টাচাৰৰ প্ৰতিমূৰ্ত্তি বুলি দেখুৱা হয়, যিবোৰ সংবাদপত্ৰত শাসকশ্ৰেণীৰ প্ৰণালিবদ্ধ চক্ৰান্ত আৰু দুৰ্নীতিতকৈ জাতীয় চৰিত্ৰৰ অৱনতিতে বিভিন্ন সামাজিক খেলিমেলিৰ সূত্ৰ বিচাৰি পোৱা হয়—সেইবোৰত আংগিকৰ নৈপুণ্য আৰু আবেগৰ ওজস্বিতা সত্বেও এটা ডাঙৰ ফাঁকি বৈ যায়।

সেই কথা এইচাম লেখক শিল্পীয়েও ভালদৰে বুজি পায়। সেয়ে আচল কথাৰ্লৈ নাহি তেওঁলোকে আত্মৰক্ষাৰ বাবে ছালে বাবে কোবাবলৈ ধৰে। তেওঁলোকৰ সংস্কৃতি যে শাসক শ্ৰেণীৰ হাতীয়াৰ, সেই কথা

ঢাকি ৰাখিবলৈ তেওঁলোকে সংস্কৃতিক সকলো শ্ৰেণীস্বাৰ্থৰ উৰ্দ্ধৰ কিবা বস্তু বুলি প্ৰচাৰ কৰে। সেই সংস্কৃতিৰ অভাৱকে তেওঁলোকে মহাপাপ বুলি গৰিহণা দিয়ে। যেন 'সংস্কৃতি'ৰ দৈন্য কিবা এক নৈতিক স্খলনহে —সামাজিক ৰাজনৈতিক অৱস্থাৰ পৰিণাম যেনিবা নহয়।

কিন্তু সংস্কৃতিৰ আহৰণ এক বিমূৰ্ত্ত প্ৰক্ৰিয়া নহয়। তাৰ চৰ্চ্চা হিচাপে লাগে তাত মনোনিবেশ কৰিবলৈ জীৱন সংগ্ৰামৰ পৰা কিঞ্চিৎ আজৰি, সমৃদ্ধ আৰু সুব্যৱস্থিত শিক্ষালয় প্ৰভৃতিত শিক্ষালাভৰ সুযোগ, সমগ্ৰ পৰিবেশতে সংস্কৃতিচৰ্চাৰ অনুকূল আৰ্থিক সংগতি আৰু মানসিক আগ্ৰহ। এনে বাতাৱৰণ ভাৰতৰ বেছিভাগ গাঁওচহৰতে বেছিভাগ মানুহৰ বাবেই নাই। তেওঁলোক উদয়াস্ত পৰিশ্ৰমত অথবা জীৱিকা-নিৰ্বাহৰ চিন্তাত ব্যস্ত থাকিবলৈ বাধ্য। দিনটোৰ হাডভঙা খাটনিৰ পিছত মানুহক জন্তু জানোৱাৰ বুলি ধৰি লৈ বনোৱা চিনেমা হলত তেওঁলোকে ভাগ্যৰ পলুৱাবলৈ শিকিছে আজিকালি—এই 'নিৰাপদ' অভ্যাসটিও পুঁজিপতি মহলেই কৰাইছে। আন 'সংস্কৃতি'ৰ ব্যৱস্থা শাসকশ্ৰেণীয়ে তেওঁলোকৰ বাবে কৰা নাই। কৰিলেই ভোটৰ সময়ত শাসকশ্ৰেণীৰ হিচাপত গণ্ডগোল লাগি যাব পাৰে। অথচ এই দুৰ্ভগীয়া মানুহখিনিয়ে সুবুজি কৰা বহু অপকৰ্মৰ বাবে সৌভাগ্যবান সংস্কৃতিবান সকলে উন্নাসিকভাবে তেওঁলোকক 'বৰ্বৰ' ফিলিষ্টিন বা ৰুচিহীন' বুলি গালি-গালাজ কৰে। কাজীৰ বিচাৰ চিৰকালেই গৰীবৰ বিৰুদ্ধে, আমীৰ-ওমৰাওৰ সপক্ষে।

সংস্কৃতিবান সকলে ভাবে যে তেওঁলোকৰ সংস্কৃতি গান্ধী-জৱাহৰলাল আৰু ৰবীন্দ্ৰনাথ-ৰাধাকৃষ্ণনৰ উত্তৰাধিকাৰী। অলপ পৰীক্ষা কৰি চালেই ওলাই পৰিব যে সাদৃশ্যটো সম্পূৰ্ণ বাহ্যিক। কাৰণ ৰবীন্দ্ৰনাথৰ কবিতা ভালদৰে পঢ়িলেই নাইবা ৰবীন্দ্ৰনাথৰ সংগীত ভালদৰে শুনিলেই ৰবীন্দ্ৰনাথৰ মানসিকতা অৰ্জন কৰিব নোৱাৰি। দেশৰ মানুহৰ স্বাধীনতা আৰু প্ৰগতিৰ আকাংক্ষাৰ লগত গভীৰ একাত্মতাবোধ অনুভৱ কৰা আৰু মানুহৰ মুক্তিৰ সকলো অন্তৰায়ৰ বিৰুদ্ধে ক্ষুব্ধ হোৱা প্ৰতিভা ৰবীন্দ্ৰনাথৰ লগত স্বস্তস্বাৰ্থৰ ৰক্ষক সকলৰ কি সাদৃশ্য থাকিব পাৰে? সাম্প্ৰদায়িক ন্যায়ৰ স্বাৰ্থত আততায়ীৰ গুলি খাবলৈ ভয় নকৰা গান্ধীৰ লগত সুচতুৰভাবে সাম্প্ৰদায়িক প্ৰভেদ বৃদ্ধি কৰা সূক্ষ্ম ৰুচিৰ বুদ্ধিজীৱীৰ নাইবা সাম্প্ৰদায়িক সংঘৰ্ষৰ সময়ত 'শ্বহিদ হব নোখোজোঁ' বুলি নীৰৱে

থকা লেখকৰ আত্মিক সাদৃশ্য কোনখিনিত ? প্ৰতিপক্ষৰ প্ৰতি নেহৰুৰ উদাৰতা, সমালোচকৰ প্ৰতি নেহৰুৰ সহিষ্ণুতা, পৰৱৰ্তী যুগত প্ৰচণ্ড নিষ্ঠুৰতাৰে সকলো প্ৰতিবাদ-বিৰোধীতা দলন দমন কৰা মনোবৃত্তিত সঁচাকৈ বাচি আছেনে ? যিকোনো নিৰপেক্ষ লোকেই মানিব,— নাই ।

কিয় নাই ? কাৰণটোৰ ইংগিত আগতে দিয়া হৈছে। ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে আৰু ক্ষয়িষ্ণু সামন্তবাদৰ বিৰুদ্ধে সুদীৰ্ঘকাল বহু ত্যাগ আৰু ক্লেশৰ মূল্য দি যুঁজা ভাৰতীয় জনগণৰ ৰাজনৈতিক আৰু সাংস্কৃতিক নেতৃত্ব দিছিল নেহৰু আৰু ৰবীন্দ্ৰনাথ প্ৰভৃতিয়ে। তেনেকৈয়ে গঢ়ি উঠিছিল তেওঁলোকৰ চিন্তাধাৰা আৰু নৈতিকতাৰ মূলধন। কিন্তু সেই সংগ্ৰাম তেওঁলোকৰ তথাকথিত উত্তৰাধিকাৰীসকলে চলাই গ'ল নে ? নাই যোৱা। বৰং তথাকথিত উত্তৰাধিকাৰীসকলে সুকৌশলে আৰম্ভ কৰি দিছে এখন নতুন যুদ্ধ—ভাৰতীয় জনগণৰ বিৰুদ্ধে। এইখন যুদ্ধ এনে লেতেৰা আৰু নীচ যে স্বাধীনতা যুদ্ধৰ দৰে প্ৰকাশ্যে তাক ঘোষণা কৰিবলৈ শাসকশ্ৰেণীৰ সাহস নাই। ব্ৰিটিছৰ বিৰুদ্ধে যুঁজত নেতৃত্ব দিয়া সকলেই যেতিয়া শাসকৰ গাদীত বহিল তেতিয়া জনগণৰ প্ৰকৃত মুক্তি আৰু প্ৰগতিতকৈ জনগণক শোষণ কৰি নিজৰ অৱস্থাৰ উন্নতি ঘটোৱাই তেওঁলোকৰ প্ৰধান লক্ষ্য হৈ পৰিল। প্ৰয়োজনীয় বয়-বস্তুৰ প্ৰবল মূল্যবৃদ্ধি হ'ল। নিবনুৱাৰ সংখ্যাবৃদ্ধি হ'ল প্ৰচণ্ডভাৱে। ক্ৰোধ আৰু ক্ষোভত জনগণ ফাটি পৰিল বাৰে বাৰে। সেয়ে আয়োজন হ'ল এক বিৰাট গোপন যুদ্ধৰ। আইনৰ যোগেদি যুদ্ধৰ, "শান্তি আৰু শৃংখলা"ৰ জিম্মাদাৰ পুলিচৰ যোগেদি যুদ্ধৰ। 'ৰুচি আৰু সংস্কৃতি'ৰ চকিদাৰ শিল্পী-সাহিত্যিকৰ সহায়েৰে যুদ্ধৰ।

এনে অন্যায় যুদ্ধৰ পৰা শাসকশ্ৰেণীয়ে মহান মানৱীয় সংস্কৃতিৰ মূলধন গোটাব পাৰেনে ? কেতিয়াও নোৱাৰে। বৰং নিপুণ আংগিকৰ প্ৰসাধন দিয়া মানৱতাবিৰোধী আৰু প্ৰাণহীন বক্তব্য কিছুমান এই যুদ্ধৰ সাংস্কৃতিক ফলশ্ৰুতি। যেনেকৈ 'গৰিবী হটাও'ৰ পোষ্টাৰৰ আঁৰত চলি থাকে তীব্ৰতম শোষণ আৰু দুৰ্নীতি। যেনেকৈ ধৰ্মনিৰপেক্ষতাৰ শ্লোগানৰ আঁৰত থাকে কুটিল ধৰ্মীয় ভেদনীতি। এই 'ৰুচি' আৰু 'সংস্কৃতিৰ' গুমৰফাঁক কৰিবলৈ যাব কিয় সেইসকলে, যিসকল লোক তাৰ যোগেদি লাভবান হৈছে ?

অৱশ্যে গান্ধী-নেহৰুৰ সংস্কৃতিতো যে দুৰ্বলতা নাছিল তেনে নহয়। গান্ধীৰ অতীতবিলাসিতা আৰু বিজ্ঞানবিৰোধিতাই বহু নতুন কুসংস্কাৰৰ জন্ম দিছিল। আনকি ৰবীন্দ্ৰনাথেই তেওঁৰ 'চৰখা-পূজা'ক গৰিহণা দিছিল। ৰবীন্দ্ৰনাথে আকৌ মুখ খুলি ব্ৰিটিছ-বিতাৰণৰ কথা কব পৰা নাছিল। নেহৰু স্বাধীনতাৰ পিছতে ব্ৰিটিছ শাসকগোষ্ঠীৰ সৈতে এনে সনাপিঠা হৈ পৰিল ঔপনিবেশিক যুগৰ কেতবোৰ জঘন্য বৈদেশিক নীতি চলাই যাবলৈ বিচাৰিলে। এপিনে চীন-ভাৰত সীমান্ত বিবাদ সম্পৰ্কে সত্যকথা প্ৰকাশ নকৰি জনসংঘ আৰু সমাজবাদী দলৰ উগ্ৰ-জাতীয়তাবাদী উন্মাত ইন্ধন যোগালে আনপিনে তলে তলে চীনৰ লগত মীমাংসা কৰিবলৈ বিচাৰি আচল কথাৰ পৰা ফালৰি কাটি চীনক বিতুষ্ট কৰিলে। বহুতে কয় কেৰলাৰ সাম্যবাদী চৰকাৰ ভংগ কৰি দিওঁতেও নেহৰুৱে একে ধৰণৰ দোদুল্যমানতা আৰু দুৰ্বলতাৰ পৰিচয় দিছিল।

অৱশ্যে কিছুমান একাচেকা উগ্ৰবামপন্থীৰ দৰে আমি বিশ্বাস নকৰোঁ যে গান্ধী-নেহৰু-ৰবীন্দ্ৰনাথ 'সব ঝুঠ্ হায'ৰ দল আছিল। তেনে কথা অনৈতিহাসিক আৰু অসত্য। কেৱল জালিয়াতী কৰি বহু কোটি লোকৰ বহু যুগৰ শ্ৰদ্ধা-ভক্তি আদায় কৰিব নোৱাৰি। কিন্তু তেওঁলোকৰ তথাকথিত উত্তৰাধিকাৰীসকলৰ পৰা একেধৰণৰ মানসিকতা বা সংস্কৃতি বিচৰাটোও অনৈতিহাসিক হব। যেহেতু তেওঁলোক এখন বেলেগ যুদ্ধত লিপ্ত, যেহেতু জনগণৰ নেতাৰ ঠাইত তেওঁলোক জনগণৰ শাসকত পৰিণত হ'ল, সেয়ে তেওঁলোকৰ সংস্কৃতিও দুষ্কৃতিৰ ৰূপ লবলৈ বাধ্য। এই দুষ্কৃতিয়ে দানৱীয় সংহাৰমূৰ্ত্তি নধৰিলেই আমাৰ ভাগ্য ভাল বুলি আপাততঃ ধৰিব লাগিব।

দুৰন্ত জমিদাৰে অৱহেলাৰে নিজৰ ঔৰসৰ জাৰজ সন্তানক নেওচা দিয়াৰ দৰে দানবীয় শাসকশ্ৰেণীয়েও সিহঁতৰ নীতি বা দুৰ্নীতিয়ে জন্ম দিয়া lumpen ( লুম্পেন ) বা সমাজবিৰোধী বিলাকক অস্বীকাৰ কৰে। সমাজৰ সকলো অমংগলৰ দায়-দায়িত্ব এই lumpen বোৰৰ ওপৰত জাপি দিব খোজে। Lumpen বোৰে কৰা অনাচাৰ অত্যাচাৰো অবৰ্ণনীয়। কিন্তু ইহঁতৰ জন্ম দিয়া হৈছে এক ক্ৰুৰ, দানবীয় শাসন ব্যৱস্থাৰ স্বাৰ্থতে। শাসক শ্ৰেণীৰ জনগণ বিৰোধী যুদ্ধৰ হাতীয়াৰ হিচাপে।

এই lumpen বোৰৰ নেতা সুযোগ-সন্ধানী নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ

লোক। কিন্তু সেইবাবেই ঘপৰাই সিদ্ধান্ত কৰিব নোৱাৰি যে নিম্ন-মধ্যবিত্ত মাত্রেই দগাবাজ। একালত তৰুণ ফুকন-নবীন বৰদলৈৰ অভিজাত ( partician ) নেতৃত্বত অসমৰ কংগ্রেছ আন্দোলন যেতিয়া স্থবিৰতাৰ পিনে যাব ধৰিছিল তেতিয়া অমিয় কুমাৰ দাস, হেম বৰুৱা প্রভৃতি নিম্নমধ্যবিত্ত নেতাৰ নেতৃত্বতে অসমত কংগ্রেছে পুনৰ্জীৱন লাভ কৰিছিল। অম্বিকাগিৰিও আছিল নিম্নমধ্যবিত্ত শ্রেণীৰে লোক। আজিও নিম্নমধ্যবিত্তৰ সংগ্রামী ভূমিকা শেষ হৈ যোৱা নাই।

দানবীয় ৰাষ্ট্রযন্ত্রৰ প্রতিপত্তিৰ যুগত নিম্নমধ্যবিত্তৰ ভূমিকা দুই ধৰণৰ হ ব পাৰে। গণতন্ত্র, পৰমত সহিষ্ণুতা, যুক্তিনিষ্ঠা আৰু নাগৰিক অধিকাৰ যি পৰিস্থিতিত ৰাষ্ট্রযন্ত্রই লুপ্ত কৰিবলৈ ওলাইছে তাত সকলো লাজমান বিসর্জন দি সেই ৰাষ্ট্রযন্ত্রৰ হকে জঘন্য ধৰণৰ দালালী আৰম্ভ কৰিব পাৰে। অথবা মান-সম্মানৰ মায়া বাদেই, প্রাণৰ মায়াও বিসর্জন দি জনগণৰ সপক্ষে ৰাষ্ট্রযন্ত্রৰ বিৰুদ্ধে থিয় দিব পাৰে। ৰাষ্ট্রযন্ত্রই চলোৱা গোপন যুদ্ধৰ স্বৰূপ উন্মোচন কৰিব পাৰে। আৰু এই যুদ্ধত জনগণৰ প্রতিৰোধ তথা প্রত্যাক্রমণক সহায় কৰিব পাৰে। এই নতুন যুদ্ধৰ পৰাই নতুন জীৱন্ত সংস্কৃতিৰ বীজ অংকুৰিত হব। সিহে আগুৱাই নিব অতীত অসম তথা ভাৰতৰ ঐতিহ্য।

বিপদ এইখিনিতে যে যুদ্ধখন গোপন কৰি ৰাখিবলৈ ৰাষ্ট্রযন্ত্রই চেষ্টাৰ ক্রটি নকৰে। এই কামত মানুহৰ দুর্বলতাৰ সকলো সহায় লয়। শ্রেণীঅৱস্থান হেতুকে নিম্নমধ্যবিত্তৰ মনত ধন-মান, যশ-প্রতিষ্ঠাৰ হেঁপাহ বৈ যায়। দালালী কৰি তেওঁলোকৰ কিছুমানে ধন-মান-প্রতিষ্ঠাৰ উচ্চতম শিখৰত আৰোহণ কৰাও তেওঁলোকে দেখি থাকে। সেয়ে তেওঁলোকৰ কোনো কোনো দুর্বলচেতা লোকে সুযোগ বুজি জনগণক বিশ্বাসঘাতকতাও কৰে তাতকৈও ভয়ানক কথা এয়ে যে ৰাষ্ট্রযন্ত্রৰে চক্রান্তত কিছুমান ভণ্ডই প্রগতিশীল বা বিপ্লৱী ভাও লৈ জনগণক বিভ্রান্ত কৰে। পুলিচ আৰু গৃহদপ্তৰৰ লগত যোগাযোগ থকা 'বিপ্লৱী' কবি বা সাংবাদিকৰ সংখ্যা আমাৰ মাজত বাঢ়িছে—যিসকলে চৌৱিশ ঘণ্টা ইন্দিৰা-কংগ্রেছক গালিশপাত কৰি উঠি এনে নীতিৰ ওকালতি কৰে যাতে প্রত্যক্ষ বা পৰোক্ষভাৱে চৰকাৰৰে লাভ হয়। এওঁলোকৰ বিপ্লৱী ভাবাও দুস্কৃতিৰ ওপৰত সংস্কৃতিৰ প্রসাধন। আচলতে ছলৰে

ছল কঢ়াৰ বুদ্ধি লৈয়েই ৰাষ্ট্ৰযন্ত্ৰই এনে তৰহুৰ 'বিপ্লৱী' নেতা আৰু সাহিত্যিক কিছুমান সৃষ্টি কৰিছে।

কিন্তু তাতেই ভীত-সন্ত্ৰস্ত, নিৰ্জীৱ-নিষ্ক্ৰিয় হোৱাৰ সকাম নাই। সকলো যুগতেই অসত্যই সত্যৰ মুখা পিন্ধি মানুহক বিপথে নিবলৈ বিচাৰে। সত্যই কেৱল প্ৰকট অসত্যৰ বিৰুদ্ধেই নহয়, সত্যৰ ছদ্মবেশ ধৰি অহা অসত্যৰ বিৰুদ্ধেও যুঁজ দিব লাগে। মুক্তি আৰু প্ৰগতিৰ বাবে জনসাধাৰণৰ মনত মুমুমুৱা বেলি'ৰ দৰে যি আকাংক্ষা জ্বলি থাকে, শেহান্তৰত সত্যৰ সেনানী সকলৰ সিয়েই ভৰসা। আমাৰ দৰে দুৰ্বলচেতা আৰু বিবিধ প্ৰলোভনত বিচলিত লেখকে সেয়ে সদায় আমাৰ আত্মাৰ ৰক্ষক হিচাপে জনগণৰ ওচৰতে আঠু লওঁ আৰু শাসকৰ ৰঙা চকু অবজ্ঞাৰে উৰাই দিওঁ। ( প্ৰকাশিত, জানুৱাৰী, ১৯৮৫ )

# সুৰুচিৰ অভিশাপ

জাতি, ভাষা, সংস্কৃতি লৈ অসমত হৈ-চৈ হৈ থাকে, তথাপি এই কথা হৈ-চৈৰ সূত্ৰধাৰ সকলে ৰাইজক ঘূণাক্ষৰেও জানিবলৈ নিদিয়ে যে জাতীয় চেতনা, ভাষা, সংস্কৃতি কেতিয়াও লহপহকৈ বাঢ়িব নোৱাৰে যদিহে সি অৰ্থনীতিৰ সাৰপানী নাপায়। অসমৰ জাতীয় চেতনা আজিকালি খন্তেকীয়া উত্তেজনাৰ বস্তু। কিছুমান অলপধতুৱা মানুহে যেনেকৈ এটুপি ফটিকা পি হঠাতে মহাবীৰ হৈ পৰে আৰু আনৰ আগত তৰ্জন-গৰ্জন কৰি নিজকে বীৰ বুলি প্ৰমাণ কৰিব খোজে আমিও তেনেকৈ চাৰি-পাচ বছৰৰ মূৰে মূৰে নিজকে এটা জীৱন্ত জাতি বুলি প্ৰমাণ কৰিবলৈ উন্মাদ হৈ পৰোঁ আৰু সাধাৰণতে আন আন সম্প্ৰদায়ৰ লোকৰ, ওপৰত নিজৰ প্ৰতাপ দেখুৱায়েই নিজৰ জাতীয় চেতনাৰ পৰাকাষ্ঠা দেখুৱাওঁ। যিবোৰ ধূৰ্ত্ত আৰু স্বাৰ্থান্বেষী লোকে এইদৰে জাতীয় উন্মাদনা সৃষ্টি কৰে, সিহঁতে এইবোৰ লক্ষণলৈ আঙুলিয়াই দি কেন্দ্ৰীয় চৰকাৰৰ ঋণ, সাহায্য আৰু আন বহুত সুবিধা আদায় কৰে। কোৱা বাহুল্য যে এনেবোৰ সুবিধাই নিতান্ত মুষ্টিমেয় লোককহে উপকাৰ কৰে—জাতিটো সমূহীয়াভাবে আগেয়ে যি স্তৰত আছিল সেই স্তৰতে থাকি যায়।

এই কাৰণেই দেখা যায় যে প্ৰকৃত জাতীয় উন্নতিৰ বাবে দীৰ্ঘদিন ধৈৰ্য্য ধৰি যিবোৰ কাম কৰিব লাগে—শিল্পবাণিজ্যই হওক বা সাংস্কৃতিক অনুষ্ঠানেই হওক—সেইবোৰত মনকাণ দিবলৈ আমাৰ বহুতৰে সময় বা সামৰ্থ্য নাই। তেনেধৰণৰ দক্ষতা আয়ত্ত কৰিবৰ বাবে এটা বিশেষ বস্তুগত পৰিবেশ লাগে। শিল্পবাণিজ্যৰ বজাৰ য'ত ভাল, যানবাহন সুচল য'ত, কেঁচামালৰ বাবে য'ত ছ-মাহলৈ বহি থাকিব নালাগে, তেনে অঞ্চলৰ লোকসকল অসমীয়াতকৈ শিল্পবাণিজ্যত আগবঢ়া হবই। তদুপৰি লাগ বুলিলেই অসমীয়া মানুহৰ মাজত পয়চা পোৱা নাযায়। সেয়ে জাতীয় উন্নতি বিচৰা লোকসকলে অসমৰ কৃষক সমাজৰ উপাৰ্জন বৃদ্ধিৰ ব্যৱস্থা কৰা উচিত। ডিব্ৰুগড়লৈ ব্ৰডগজ ৰেলপথ সম্প্ৰসাৰিত কৰাবলৈ অহোপুৰুষাৰ্থ কৰা উচিত। এনে পৰিবেশেই পৰিশ্ৰম আৰু দূৰদৰ্শিতাৰ শিক্ষা দিব। কিন্তু এইবোৰ কাম যি জাতিৰ তথাকথিত নেতাসকলে কৰা'ব নোৱাৰে তেওঁলোকে জাতীয় চেতনা সবল কৰাত যে বিফল হব, তাত আৰু আচৰিত হবলগা আছে কি? এইবাবেই দেখা যায় অসমৰ কোনো জাতীয় অনুষ্ঠানৰ অসমীয়া ঠিকাদাৰে সজাই দিয়া দালান ঘৰত তিনিমাহতে ফাট মেলিছে, মুখচেদি পানী সৰকিছে। এইবাবেই দেখা যায় যে অসমীয়া কিতাপ-পত্ৰৰ গ্ৰাহক কম। এইবাবেই দেখা যায় যে অসমীয়া ব্যৱসায়ীয়ে পুতেক জীয়েকৰ বিলাসিতাৰ বাবে যিমান ধন খৰচ কৰিছে, জাতিৰ বাবে কিবা স্থায়ী দান দিবলৈ তাৰ দহভাগৰ এভাগো খৰচ কৰা নাই।

অৰ্থনৈতিক ভিত্তি সবল কৰা আন্দোলনত অসমৰ এমুঠি ধনীলোক মুঠেই আগ্ৰহী নহয়। কাৰণ তেওঁলোকে সৰ্বভাৰতীয় বৃহৎ ধনিক শ্ৰেণীৰ সুমলীয়া অংশীদাৰ হিচাবে যি আয় কৰি আছে, সেই আয় নিৰাপদ হৈ নাথাকিব যদিহে অসমৰ চুকে-কোণে স্বাধীন ব্যৱসায় বা শিল্প কৰিবলৈ জাকে জাকে ডেকাল'ৰা ওলাই আহে। অসমীয়া মানুহে প্ৰকৃতপক্ষে স্বনিৰ্ভৰশীল ব্যৱসায়ত মন দিলে বৃহৎ ভাৰতীয় ব্যৱসায়ৰ লগত থকা এওঁলোকৰ লাভজনক সম্পৰ্কত হেঁচা পৰিব। এই উপায়ে বিশেষ উত্তম নোহোৱাকৈ তেওঁলোকে যি প্ৰচুৰ উপাৰ্জন কৰি আছে, সেই নিৰ্বিঘ্ন উপাৰ্জনতো ব্যাঘাত ঘটিব। সেয়ে জাতীয় আশা আকাংক্ষা জগাই তোলাত যদিও এই এমুঠি মানুহে আগভাগ লয়, শেহান্তৰত তাক বিপথে নিবলৈ এওঁলোকে চেষ্টাৰ ত্ৰুটি নকৰে। জাতীয়

নামপ্ৰসঙ্গৰ অন্তৰালত অনা-অসমীয়া পুঁজিপতিৰ লগত হৃদ্যতা গঢ়ি তোলাত তেওঁলোকৰ উত্তম অৱশ্যে অতুলনীয়।

এইবাবেই দেখা যায় আমাৰ সাম্প্ৰতিক সংস্কৃতিৰ ওপৰত প্ৰকৃততে জাতীয় জীৱনতকৈ বহিৰাগত কিম্বা বিদেশী নমুনাই বেছি প্ৰভাৱশীল। আমাৰ মাজত এতিয়া আধুনিক বুলি যি প্ৰতিষ্ঠা লাভ কৰিছে সি প্ৰায়েই আমাৰ জাতীয় জীৱনৰ গভীৰতম তাগিদৰ ফলত সৃষ্টি হোৱা নাই। পশ্চিমৰ অন্ধ অনুকৰণেই আমাৰ আধুনিক সংস্কৃতিৰ মূলমন্ত্ৰ হৈ পৰিছে। বিশেষকৈ বঙালী শিল্প সাহিত্যত পশ্চিমীয়া আহি যেনেদৰে গ্ৰহণ কৰা হৈছে, অসমতো তাৰ উৎসাহী অনুকৰণ চলিছে। শম্ভু মিত্ৰই যদি এবছাৰ্ড ড্ৰামা কৰে আমিও কৰিব লাগিব। কোনোবা ডেকা বঙালী কবিয়ে যদি কিবা অদ্ভূত পশ্চিমীয়া কিটিপ ব্যৱহাৰ কৰিছে আমিও কৰিব লাগিব। এই ফেশ্যন সৰ্বস্ব আধুনিকতাৰ বাবেই আমাৰ সাহিত্যত সম্প্ৰতি এনে বস্তু কমেইহে সৃষ্টি হৈছে যি আমাৰ চেতনালৈ সূক্ষ্মতা আৰু গভীৰতা আনিব পাৰিছে। বেছিভাগতে নৈপুণ্য যিমান দেখা যায় অনুভূতি-উপলব্ধিৰ গভীৰতা সিমান দেখা নাযায়। ফলত সাম্প্ৰতিক কালৰ বহুত সফল সৃষ্টিৰ মাজতো এক কৃত্ৰিম ( synthetic ) চৰিত্ৰ লক্ষ্য কৰিব পৰা হৈছে। ব্যতিক্ৰম যদি আছে, তাৰ কাৰণ উক্ত কবি বা শিল্পীয়ে তেওঁৰ সৃষ্টিৰ প্ৰাণৰস আহৰণ কৰিছে আমাৰ সমাজ তথা জাতীয় জীৱনৰ মৰ্মমূলৰ পৰা।

বিদেশী আহি বা কৌশল গ্ৰহণ কৰিব যে নালাগে তেনে কথা কোৱা হোৱা নাই। আধুনিক অসমীয়া সাহিত্যৰ জন্মদাতা বেজবৰুৱা প্ৰভৃতি লেখকসকলেও বাহিৰা আহিৰ চানেকিতে তেওঁলোকৰ অমৰ সৃষ্টিসমূহ ৰচনা কৰিছিল। কিন্তু কেৱল জাকজমকীয়া কিবা বস্তু অনুকৰণ কৰাৰ ধাউতিৰ পৰাই সেইবোৰ ৰচনাৰ জন্ম হোৱা নাছিল। আমি যিটো বস্তু তেওঁলোকৰ সহজাত প্ৰতিভা বুলি ভাবো সি আছিল ব্ৰিটিছ শাসনত গঢ় লৈ উঠা অসমৰ জাতীয় চেতনাৰ প্ৰাণস্পন্দন।

কিন্তু যি কাৰণত অসমৰ মধ্যবিত্তই স্বাধীন বিকাশৰ পথ এৰি বিদেশী পুঁজিৰ সোণখটোৱা দাসত্ব শিকলি মানি লৈছে, যি কাৰণত জনসাধাৰণৰ মুক্তি আৰু প্ৰগতিৰ হেঁপাহক নিজৰ স্বাৰ্থত ব্যৱহাৰ কৰি অপচয় কৰিছে, সেই একেটা কাৰণতে শিল্প-সাহিত্যৰ ক্ষেত্ৰতো প্ৰকৃত সৃষ্টিশীলতাৰ ঠাইত তেওঁলোকে প্ৰতিষ্ঠা কৰিছে বাহিৰা চাৰ্টিফিকেটৰ

প্ৰাধান্য। অন্যান্য দেশত কোনো কবি বা শিল্পী স্বদেশত প্ৰতিষ্ঠিত আৰু প্ৰখ্যাত হোৱাৰ পিছতহে দেশৰ সীমাৰ বাহিৰত তেওঁৰ খ্যাতি উপচি পৰে। আমাৰ দুৰ্ভগীয়া দেশত বিদেশৰ চাৰ্টিফিকেটেহে কোনো কবি বা শিল্পীৰ সুনাম প্ৰথমতে প্ৰতিষ্ঠা কৰে। অসমত এই উপসৰ্গ আৰু প্ৰকট—আমাৰ শিক্ষিত সমাজৰ মূল্যবোধ ইমানেই অনিশ্চিত।

এইবাবেই আকৌ নিজ নিজ সৃষ্টিৰ মূল্য নিৰ্দ্ধাৰণ কৰাত বিদেশী মাপকাঠিৰ ওপৰত আমি ইমান গুৰুত্ব দিও। এইবাবেই আমাৰ সাম্প্ৰতিক সৃষ্টিৰ "সৃষ্টিশীলতা" প্ৰমাণ কৰিবলৈ আমি বিদেশী বিতচকু লগোৱাত ইমান জোৰ দিওঁ। তাৰ কেতবোৰ ধিক্কৃত উদাহৰণ আমাৰ বহুপ্ৰচাৰিত কাকতবোৰত দেখা যায়। কাৰ কবিতা বিদেশৰ কোনে প্ৰশংসা কৰিলে, কাৰ নিবন্ধই বিদেশৰ কনফাৰেন্সত আটাইতকৈ বেছি হাত চাপাৰ পালে—সঁচাই-মিছাই নিজে নিজে সেইবোৰ বস্তু বাতৰি কাকতত ছপাই আমি সন্তুষ্টি লাভ কৰোঁ। আৰু তাৰ পৰা সুবিধা বিচাৰি বৰশী বাওঁ। অসম প্ৰকাশন পৰিষদে অনা অসমীয়া আৰু অসমৰ বিষয়ে ভালদৰে নজনা পণ্ডিতৰ হতুৱাই অসমৰ ইতিহাস প্ৰণয়নৰ ব্যৱস্থা কৰে। ইযাৰ ফলত আমাৰ বৌদ্ধিক আৰু আত্মিক দৈন্যতো প্ৰকাশ পায়েই, বিদেশৰ লোকসকলৰ হাততো স্বেচ্ছাচাৰিতাৰ ক্ষমতা তুলি দিয়ে।

অসমৰ শিল্পী-সাহিত্যিকে অসমীয়া ভাষাত লিখা ৰচনাৰ বাবে প্ৰথমে বাহিৰৰ সমাদৰ পাওক, তাৰ পিছতহে অসমৰ—এই অস্বাভাৱিক আৰু বিপজ্জনক পৰিস্থিতিৰ সলনি নহলে আমাৰ অজানিতে অসমত বিদেশী প্ৰভাৱ বৃদ্ধি পাব অপৰিসীমভাবে। তাৰ সুযোগ বিদেশীয়ে লব। সংস্কৃতিৰ লগত ৰাজনীতিৰ সম্পৰ্ক আজি-কালি ৰাজনীতিবিদে বেছ বুজা হৈছে। বিদেশৰ ঘাগু ৰাজনীতিবিদে সেয়ে অসমৰ এনে কেতবোৰ লোকৰ ওপৰত বিদেশী স্বীকৃতি আৰু খ্যাতিৰ মহিমা বৰ্ষণ কৰিব পাৰে—যাৰ দ্বাৰা তেওঁলোকৰ নিজৰ স্বাৰ্থসিদ্ধি কৰা সম্ভৱ। চি-আই-এ'ই এইদৰে অনুন্নত দেশবোৰৰ কোনো কোনো লোকক 'বিখ্যাত' হোৱাত সহায় কৰে। আজিকালি পূৰ্ব য়ুৰোপৰ দেশবোৰেও এনে কৌশল ৰপ্ত কৰিছে। সেয়ে আমেৰিকান বিশ্ববিদ্যালয়ত নিমন্ত্ৰণ পোৱা আৰু ৰুছিয়া বা হাংগেৰিৰ পুৰস্কাৰ পোৱা—এনেবোৰ ঘটনা কিছু নিৰ্লিপ্তভাবে আৰু বস্তুনিষ্ঠভাবে লবলৈ আমি সাজু থাকিব লাগিব। এইবোৰ

স্বীকৃতিৰ মূল্য সদায় হয়তো তুচ্ছ নহয়। কিন্তু আমাৰ নিজৰ বিচাৰ-বুদ্ধিত ধাৰ নিদিয়াকৈ বিদেশী অস্ত্ৰৰে দেশী সংস্কৃতি মেৰামত কৰিবলৈ নোযোৱাই ভাল।

সচৰাচৰ আমাৰ যোগাযোগ ৰুছিয়া বা আমেৰিকাতকৈ পশ্চিমবংগৰ লগতহে বেছি। কিন্তু পশ্চিমবংগতেই এহাতে ৰুছিয়াৰ অনুগ্ৰহ ধন্য আৰু আনহাতে আমেৰিকাৰ প্ৰসাদপুষ্ট দুটা ক্ষমতাশালী গোষ্ঠীয়ে পত্ৰপত্ৰিকা আৰু অনুষ্ঠানৰ জৰীয়তে খ্যাতিৰ বজাৰত একচেতিয়া কৰ্তৃত্ব স্থাপন কৰিবলৈ প্ৰতিযোগিতা চলাইছে। দুয়োটা শিবিৰতেই দক্ষ আৰু প্ৰতিভাবান লেখক আছে। কিন্তু খ্যাতিৰ নীলাম বজাৰত তেওঁলোকৰ প্ৰভাৱৰ লগত তেওঁলোকৰ মৌলিক প্ৰতিভাৰ বিশেষ সম্পৰ্ক নাই। বৰং তেওঁলোকৰ খ্যাতি ব্যৱহাৰ কৰি নেপথ্যৰ পৰা ক্ষমতাশালী ৰাজনীতিবিদে সংস্কৃতিৰ জগতত জমিদাৰি স্থাপন কৰিছে আৰু নতুন নতুন লেখকক নিজ নিজ শিবিৰৰ বাবে কিনিবলৈ চেষ্টা কৰি আছে। দুখৰ বিষয় যে পশ্চিমবংগৰ "দেশ" পত্ৰিকা আৰু Statesman-ৰ দৰে নামথকা কাগজো এনেধৰণৰ শিবিত সোমাই পৰা যেন লাগে। শিল্পৰ স্বাধীনতা আৰু ৰাজনীতিবিবৰ্জিত মানৱতাৰ নামত মাজে মাজে এনে পত্ৰপত্ৰিকাত অতি নিকৃষ্ট কাৰবাৰ চলে। 'দেশ' কাগজৰ গোষ্ঠীয়ে প° বংগত বস্ত স্বেচ্ছাচাৰিতা কৰা বুলি কলিকতাৰ বহু বিশিষ্ট লেখকৰ মুখতেই শুনিছোঁ। পঞ্চাশৰ দশকত Statesman-এ ভাৰত চৰকাৰৰ বামপন্থীনিধন যজ্ঞত সাহসেৰে বাধা দিছিল। কিন্তু সত্তৰৰ দশকত নৃশংস আৰু ব্যাপক চৰকাৰী সন্ত্ৰাসৰ সময়তো এইখন কাগজে ভদ্ৰ নীৰৱতা অৱলম্বন কৰিছিল। জৰুৰী অৱস্থাৰ সময়ত দিয়া প্ৰতিৰোধো ক্ৰমে সৎ সাংবাদিকতাতকৈ গোষ্ঠী বিশেষৰ স্বাৰ্থৰক্ষাৰ বাবেহে বুলি কৰা প্ৰমাণিত হৈছে। অসমৰ ৰাজনীতি সম্পৰ্কেও কাকতখনৰ ভূমিকাই গোষ্ঠীস্বাৰ্থৰ ইংগিত দিয়ে। নহলেনো অসম নাগালেণ্ড সীমান্তৰ ভয়াবহ ঘটনাক আহোম আৰু নগাৰ পুৰণি বিবাদৰ পৰিণাম বুলি ভুৱা পাণ্ডিত্য প্ৰদৰ্শন কৰেনে?

অসমীয়া পাঠকে কেৱল অৱসৰ বিনোদনৰ বাবে কিতাপকাগজ পঢ়িব নোৱাৰে। দুৰ্বল আৰু পশ্চাদপদ জাতিটোৰ উন্নতিৰ কথাও তেওঁলোকে অহৰহ মনত ৰাখিব লাগিব। সেয়ে এইবোৰ প্ৰভাৱশালী কাকতৰ খ্যাতিৰ আঁৰত থকা অকচিকৰ বাস্তৱ সত্যও উলাই কৰিব

নোৱাৰে তেওঁলোকে। এইবোৰ পত্ৰপত্ৰিকাত যিমানেই ভাল কথা নাথাকক সিহঁতে অসমৰ ৰাজনীতি আৰু সংস্কৃতিত পথনিদৰ্শন কৰাৰ স্পৰ্দ্ধা কৰিলে আমি সিহঁতৰ প্ৰতি শীতল মনোভাৱ লোৱাই উচিত হব। বঙালী সাহিত্য আমি শ্ৰদ্ধাৰে অধ্যয়ন কৰিম, বঙালী লেখকৰ চিন্তাক যথোচিত মূল্য দিম। কিন্তু তেওঁলোকে ওপৰে ওপৰে কোৱা কথাকে আমাৰ মৌলিক সমস্যাবোৰৰ বিষয়ে গুৰুত্বপূৰ্ণ মন্তব্য বুলি আমি যেন ভুল নকৰোঁ।

উদ্বেগৰ কথা এয়ে যে দিল্লী কলিকতাৰ পৰা এনে যোগাযোগৰ জালখন অসমলৈকো বিস্তাৰিত হব ধৰিছে। বিভিন্ন শিবিৰবিলাকে তেওঁলোকৰ অসমীয়া "চামচা" যোগাৰ কৰাত বিশেষ তৎপৰতা দেখুৱাইছে। এনে খোল-খঞ্জৰীৰ খেলত আমাৰ স্বাধীন শিল্পী বা লেখকসকল লুপ্ত হৈ গলে বৰ পৰিতাপৰ কথা হব। কাৰণ জাতিৰ স্বাধীন ৰুচি আৰু মূল্যবোধ গঢ়াত এনেবোৰ দালালে বিশেষ বৰঙণি যোগাব নোৱাৰে—তেহেলৈ বাহিৰত তেওঁ তেওঁলোক যিমানেই থলুৱা পাগচুৰিয়াৰে জাতিস্কাৰ নহওক।

আচৰিত নহয় যে এনে পৰিবেশত মৌলিক আৰু সৃষ্টিশীল প্ৰতিভা চিনি পোৱা বা তাক উদ্গনি দিয়া সম্ভৱ নহব। তাৰ সলনি আধা বিলাতী কাগজৰ খানচামা বা দেশী আলোচনাৰ দালালবোৰ অভিসন্ধি-মূলক বক্তব্যকে আমি পথনিৰ্দেশ হিচাবে লম আৰু এনেকৈয়ে প্ৰকৃত জাতীয় সংস্কৃতিৰ অপূৰণীয় ক্ষতি কৰিম।

অসমৰ একশ্ৰেণীৰ সাংবাদিকে বুদ্ধিজীৱীসকলৰ বিৰুদ্ধে অনবৰত সন্দেহ আৰু অবিশ্বাস সৃষ্টি কৰিবলৈ অহোপুৰুষাৰ্থ কৰে। দেখাত কথাটো হাস্যকৰ। সাংবাদিক হিচাবে তেওঁলোকনো বুদ্ধিজীৱী নহয় কি? নে কিতাপ হজম কৰিব নোৱাৰি কিতাপ নপঢ়াটোকেই মৌলিকতা নাইবা জনগণৰ লগত আত্মীয়তাৰ একমাত্ৰ চিন বুলি তেওঁলোকে জাহিৰ কৰিব খোজে? কিন্তু ভালকৈ গমি চালে দেখা যাব যে তেওঁলোকৰ অসূয়া আৰু আশংকাৰ সংগত কাৰণ আছে। এনে লোকৰ অমূল্য অৱদান হ'ল শব্দৰ যাদুৰে কোনো গোষ্ঠীৰ মতক এটা অবিসম্বাদী সত্য হিচাবে প্ৰতিষ্ঠিত কৰা। এইবোৰ লোকৰ একমাত্ৰ নীতি হ'ল কোনো গোষ্ঠীৰ স্বাৰ্থ অনুযায়ী মত পৰিৱৰ্তন কৰা। সমাজৰ বিকাশ তথা প্ৰগতিত সহায় কৰিব পৰা আদৰ্শ ব্যক্তিগত ত্যাগ আৰু

ক্লেশৰ বিনিময়ত পোষণ কৰাতকৈ জনগণৰ মাজত প্ৰচলিত সংস্কাৰ ( prejudice ) আৰু খন্তেকীয়া মোহবোৰৰ সমৰ্থনত উৰাই-ঘুৰাই ঢোল কোবায়েই এইবোৰ লোক গণ্যমান্য হৈ পৰে। যুক্তিতকৈ তৰল ভাবাবেগ, বিশ্লেষণতকৈ সস্তীয়া প্ৰশংসা বা ততোধিক সস্তীয়া নিন্দাই এওঁলোকৰ সমল।

জীৱনৰ সকলো বৈচিত্ৰ্যই এনে চাতুৰিৰ বৈচিত্ৰ্যত ফুটি ওলাইছে। অভাৱ কেৱল গভীৰ ভাবে অন্বেষণ কৰি গ্ৰহণ কৰা, নিৰন্তৰ প্ৰয়োগেৰে পুষ্ট কৰা একক আদৰ্শৰ সাধনা। আদৰ্শৰ গভীৰতাৰ বাবে আমি সকলোৱে দিবপৰা সকলৰ পৰা দাম বিচাৰো। কিন্তু পাহৰি যাওঁ আদৰ্শৰ বাবে সকলোতকৈ চৰম মূল্য দিব লাগে আমি নিজেই। ই জীৱন সংকুচিত নকৰে, বৰং জীৱনক ৰূপ দিয়ে। ই বৈচিত্ৰ্যক ধ্বংস নকৰে, বৰং বৈচিত্ৰ্যৰ খুন্দাত তৰল আৰু অস্থিৰ হ'ব খোজা মনক দান কৰে তন্ময়তা আৰু কাঠিন্য। এই কাঠিন্য অবিহনে মন হ'ব "জলবৎ তৰলং"—যি পাত্ৰত থোৱা, তাৰে ৰূপ লব। চাতুৰিৰ মোহত পৰা অসমীয়া বুদ্ধিজীৱী তথা সাংবাদিকে কথাটো বুজি নাপায়।

এনেবোৰ বুদ্ধিজীৱীয়েই ১৯৭০ চনৰ পৰা অবিৰাম মোৰ বিৰুদ্ধে অপপ্ৰচাৰ চলাই আহিছে। মই যে একেবাৰে নিকৃষ্ট শ্ৰেণীৰ মানুহ আৰু অপদাৰ্থ সাহিত্যিক—ঘূৰি পকি সেই একেটা কথাকে হেজাৰ বাৰ নানা কৌশলেৰে, নানা দৃষ্টিকোণৰ পৰা সিহঁতে কৈ আহিছে। পাঠক-সকলে ভাবি চাওক ° মই যদি এনে অপদাৰ্থ ই, মোৰ বিৰুদ্ধে ইমান শক্তি আৰু সময়ৰ অপচয় কৰিছে কিয় সিহঁতে ? মই যদি এনে নিকৃষ্ট মানুহেই যোৱা দহবছৰে কথাটো সিহতে কিয় সাব্যস্ত কৰিব পৰা নাই ?

ব্যক্তিগত নিৰ্যাতন আৰু অপমান সহ্য কৰি, চৰকাৰী স্বীকৃতি অৱহেলা কৰি মই যে যুঁজি আছোঁ তাৰ কাৰণে অহংকাৰ নে কি পাঠকেই বিচাৰ কৰি চাব। কিন্তু এই কথা বোধহয় কোনেও অস্বীকাৰ কৰিব নোৱাৰিব যে বামপন্থী চিন্তাধাৰাৰ আৰু সংগঠনৰ সমৰ্থনতে মই এনেদৰে লেখি আছোঁ। কোনো এক বিশেষ ৰাজনৈতিক দলক মই সৰ্বান্তকৰণে সমৰ্থন দিব পৰা নাই যদিও চি-পি এম দলৰ প্ৰতিয়েই মোৰ আস্থা সৰ্বাধিক।

এনে অৱস্থাত বামপন্থী শক্তিসমূহৰ শত্ৰুবিলাকে যে মোক সকলো-প্ৰকাৰে বিচ্ছিন্ন আৰু হীনবল কৰিবলৈ বিচাৰিব, তাত আৰু বিচিত্ৰ কি ?

যেহেতু এইবোৰ শক্তি কেৱল গুৱাহাটীৰ কাকত কেইখন আৰু তাৰ অনাতাঁৰ কেন্দ্ৰতে গোট খাই থকা নাই, অসমৰ পৰা ভাৰতৰ সীমা চেৰাই দূৰ দূৰণিলৈ ব্যাপি গৈছে, সেয়ে মোক শেষ কৰিবলৈ গুলোৱা শক্তিবোৰৰ এটা দূৰব্যাপি আৰু বহুদলীয় জোট ( Alliance ) বিদ্যমান। অত্যাধুনিক পছিমীয়া কৃষ্টিৰ পূজাৰীৰ লগত মান্ধাতাৰ আমোলৰ পুৰণি আদৰ্শৰ ভক্তসকল একগোট হৈছে এই যুদ্ধত। উদ্দেশ্য প্ৰগতিশীল আদৰ্শৰ বাবে আপোছহীন যুদ্ধ দিবলৈ উৎসুক এজন বুদ্ধিজীবীক খতম কৰা।

দুটা পৰ্যাযত ( level ) এই যুদ্ধ চলিছে। এটা পৰ্যায়ত ৰেডিঅ' ষ্টেছনৰ দুটামান কাণকটা নিধকে মাহেকে-পষেকে কুৎসাভৰা ব্যংগনাটিকা উলিয়াই কলংকলেপন কৰিবলৈ প্ৰবল চেষ্টা কৰিছে। ( অৱশ্যে সিহঁতৰ ব্যক্তিগত চৰিত্ৰ সকলোৱে বুজি পায় বাবে সিহঁতৰ 'চিন্তাৰ' স্বাধীনতাই বিশেষ কাম দিয়া নাই। ) আন এটা পৰ্যাযত ৰুচিৰ পিনৰ পৰা বৌদ্ধিক উৎকৰ্ষৰ পিনৰ পৰা মোক নিকৃষ্ট বুলি সাব্যস্ত কৰিবলৈ অহোপুৰুষাৰ্থ চলিছে। চৰকাৰী মহলৰ বুদ্ধিজীৱী আৰু "সৃষ্টিশীল" লেখক এনে সৃষ্টিত বিশেষ উদ্যোগী।

আজিকালি প্ৰচাৰৰ যুগ। সেয়ে প্ৰচাৰমাধ্যমবোৰৰ জৰীয়তেই শিল্প সাহিত্য আৰু চিন্তাচৰ্চাৰ ক্ষেত্ৰত প্ৰতিস্থান ( Establishment ) সৃষ্টি কৰা হয। এই প্ৰতিস্থানে শ্ৰেণীসমাজৰ তথা শাসক শ্ৰেণীৰ নিৰ্বাচিত এচাম শিল্পী, সাহিত্যিক আৰু বুদ্ধিজীৱীক এটা গৌৰৱৰ স্থানত স্থাপিত কৰে। এইচাম মানুহক উচ্চ সন্মান, খ্যাতি আৰু কৰ্তৃত্বৰ আসনত বহুৱাই তেওঁলোকৰ মতামতক এটা বেলেগ ধৰণৰ "মহিমা" প্ৰদান কৰি তাৰ দ্বাৰা জনমতক শাসক শ্ৰেণীৰ স্বাৰ্থৰ অনুকূলে প্ৰভাৱিত কৰিব পাৰি। ৰাজনীতিজ্ঞৰ মুখত যিবোৰ কথা ওলালে জনসাধাৰণে ৰাজনৈতিক মতলব বুলি সন্দেহ কৰি অবিশ্বাস কৰিব সেইবোৰ কথা ৰাজনীতিৰ "মলি-মামৰ"ৰ পৰা দূৰৈত থকা "পৱিত্ৰ" শিল্পী-সাহিত্যিকৰ মুখত ওলালে বাইজে সেই কথাত এক বেলেগ ধৰণৰ গুৰুত্ব দিব। সেইবাবেই প্ৰচাৰমাধ্যমবোৰৰ আচল মালিক ধনী ব্যৱসায়ী আৰু চৰকাৰে এনে এচাম শিল্পী-সাহিত্যিক বুদ্ধিজীৱিৰ এটা প্ৰতিস্থান ( Establishment ) গঢ়ি তোলে।

এই প্ৰতিস্থানৰ সদস্যসকল সদায় যে অযোগ্য বা প্ৰতিভাহীন ব্যক্তি এনে নহয়। নিতান্তই অপদাৰ্থ হলে তেনে লোকৰ মতামতত বাইজে বিশেষ কৰ্ণপাত নকৰিব। সেয়ে সচৰাচৰ কিছু দক্ষতা আৰু সামৰ্থ্য থকা লোককে প্ৰতিস্থানৰ সদস্য হিচাবে ঢাকঢোল বজাই অধিষ্ঠিত কৰা হয়। কিন্তু প্ৰতিস্থানৰ বহু সদস্যৰ কৃতিত্ব আৰু ক্ষমতা তৃতীয় শ্ৰেণীৰো হব পাৰে—প্ৰচাৰৰ আড়ম্বৰেই তেওঁলোকৰ মৌলিক অভাৱ পূৰাই দিয়ে। তদুপৰি যি শিল্পী-সাহিত্যিকে প্ৰতিস্থানৰ সদস্য হিচাবে তেওঁৰ দায়িত্ব বা শাসকশ্ৰেণীৰ প্ৰতি তেওঁৰ আনুগত্য নিষ্ঠাৰে পালন কৰে, ক্ৰমে তেওঁৰ মৌলিক সৃষ্টিশীলতাও হ্ৰাস পায় আৰু তেওঁ প্ৰতিষ্ঠানৰ মুখপাত্ৰ হিচাবেই বেছিকৈ সক্ৰিয় হৈ পৰে।

এই প্ৰতিস্থানৰ সদস্যসকলে অসমত কি ধৰণৰ ৰাজহুৱা মতামত দিয়ে যাৰ বাবে প্ৰচাৰ মাধ্যম সমূহত এওঁলোকৰ নাম আৰু মাহাত্ম্য অনবৰত প্ৰচাৰ হয়? প্ৰথমেই তেওঁলোকে ঘোষণা কৰে যে শিল্প-সাহিত্য ৰাজনীতিৰ পৰা বহুযোজন নিলগত থকা উচিত। যেহেতু বামপন্থী সাহিত্যিক সকলে শিল্প সাহিত্যক বামপন্থী ৰাজনীতিৰ বাহন কৰিব খোজে আৰু তেনেকৈ তেওঁলোকে বামপন্থী ৰাজনীতিৰ প্ৰভাৱ বৃদ্ধি কৰিব পাৰে সেয়ে শাসকশ্ৰেণীৰ বাবে এনে ৰাজনীতি বিবৰ্জিত শিল্প-সাহিত্যৰ ধাৰণা বিশেষ আদৰণীয়। এওঁলোকৰ মতে "ৰুচি" আৰু "ৰাজনীতি"ৰ সম্পৰ্ক তেল-পানীৰ সম্পৰ্ক। দ্বিতীয়তে, তেওঁলোকে "গণতন্ত্ৰ" আৰু "গণতান্ত্ৰিক মূল্যবোধ"ৰ কথা কয়। সমাজতান্ত্ৰিক দেশবোৰ তেওঁলোকৰ ধাৰণাত একনায়কত্ববাদী আৰু অগণতান্ত্ৰিক। কিন্তু আমাৰ দেশত গণতন্ত্ৰৰ সুবিধা যে এমুঠি মানুহেহে ভোগ কৰিছে আৰু বাকী শতকৰা নব্বৈজন মানুহৰ বাবেই সি যে এটা সাংঘাতিক প্ৰহসন তেওঁলোকৰ যে সাধাৰণ মানবীয় অধিকাৰ খিনিয়েই নাই—সেই সম্পৰ্কে তেওঁলোকে কেতিয়াও প্ৰতিবাদ নকৰে বা উদ্বিগ্ন বোধ নকৰে? অৰ্থাৎ তেওঁলোকে গণতন্ত্ৰৰ ওৰণি দি শাসকশ্ৰেণীৰ স্বৈৰতন্ত্ৰ চলি থকাত সহায় কৰিছে। তৃতীয়তে দেখা যায় যে বৰ্তমানৰ ক্ষয়িষ্ণু আৰু অমানবীয় সমাজ ব্যৱস্থাৰ পৰিৱৰ্তন ঘটাবলৈ যেনে ধৰণৰ শ্ৰেণী চেতনা আৰু শ্ৰেণীসংহতিৰ প্ৰয়োজন, তাৰ বিৰুদ্ধে থাকিব পৰা সকলো ধৰণৰ চেতনা আৰু সংহতি তেওঁলোকে প্ৰতিষ্ঠা কৰিবলৈ বিচাৰে। জাতীয়তাবাদী বা সাম্প্ৰদায়িক মনোভাব আৰু চিন্তা প্ৰচাৰত তেওঁলোক

সদায় আগবঢ়ুৱা। অৱশ্যে এই কাম কৰোঁতে তেওঁলোকে ভদ্ৰতাৰ আবুৰ ৰাখিয়েই "শিল্প" কৰে।

অসমৰ এনে প্ৰতিষ্ঠানৰ সদস্য কোনসকল? সাহিত্য অকাডে'মিৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকা লোকসকল, অসম প্ৰকাশন পৰিষদত, সাহিত্য-সভাৰ বিষয়ববীয়া সকল, দুখনমান প্ৰভাৱশালী বাতৰিকাকত আৰু আলোচনী, বিশ্ববিদ্যালয়ৰ দুজনমান মুধাফুটা লোক ৰেডিয়' ষ্টেচনৰ কোনো কোনো কলাকাৰ, আৰু এইবোৰ অনুষ্ঠানৰ লগত বিশেষ খাটিৰ থকা লেখক বুদ্ধিজীৱী মিলিয়েই অসমত সাহিত্যিক বৌদ্ধিক প্ৰতিষ্ঠান ( Establishment ) গঠন কৰিছে। ক্ষেত্ৰবিশেষে এওঁলোকৰ মাজত মতানৈক্য বা বিৰোধ থাকিলেও আগতে উল্লেখ কৰা মূল বিষয়বোৰত এওঁলোক একমত। ডেকা শিল্প-সাহিত্যিকৰ পৰা এপ্ৰেন্টিচ ( শিক্ষানবীচ ) সংগ্ৰহ কৰি পিছলৈ তেওঁলোকক প্ৰতিষ্ঠানৰ উত্তৰাধিকাৰী কৰিবলৈ এওঁলোক সদাসচেষ্ট। তদুপৰি নানা ধৰণৰ সা-সুবিধা ইজনে সিজনক দিযাত আৰু পৰম্পৰৰ ইমে'জ ঘ হি মাজি চিক্‌চিকিয়া কৰাত এওঁলোক পটু।

যেহেতু আজিৰ দিনত সা সুবিধা বিশেষকৈ চৰকাৰী মহলৰ পৰাই আহে সেয়ে চৰকাৰৰ বিভিন্ন পদস্থ আমোলা আৰু শাসক শ্ৰেণীৰ বিভিন্ন প্ৰভাৱশালী ৰাজনীতিবিদৰ লগত এইবোৰ শিল্প সাহিত্যিকৰ ঘনিষ্ঠ সম্পৰ্ক। ভাৰত আৰু পশ্চিমীযা দেশ তথা পূৰ্ব ইউৰোপৰ সাংস্কৃতিক প্ৰতিষ্ঠানৰ ( Establishment ) লগতো এওঁলোকৰ যোগাযোগ স্থাপিত হয়। তেনেকৈয়ে শিল্প-সাহিত্যৰ জৰীয়তে বামপন্থী চিন্তাধাৰাৰ অগ্ৰগতিত বাধা দিয়া আৰু বামপন্থী ব্যক্তিৰ প্ৰভাৱ আৰু সুনাম নষ্ট কৰাত এওঁলোক সক্ৰিয় হয। তেনেকৈয়ে প্ৰতিক্ৰিয়াশীল ৰাজনীতিয়ে সুৰুচিৰ মুখাৰ আঁৰত নিজৰ কাম সমাপন কৰে।

"দেশ", "Statesman" প্ৰভৃতি কাকতৰ ঔজ্জ্বল্যৰ আঁৰত এনে ঘটনা যে ঘটিব পাৰে, সময় থাকোঁতেই আমি সচেতন হোৱা ভাল। নহলে ব্যক্তিগত বিচাৰ বুদ্ধিতো দেউলীয়া হবই, জাতীয় বাপতিসাহোনো বন্ধকত যাব।

সেয়ে আমাৰ সাহিত্য-সংস্কৃতি অসমীয়া সমাজৰ মূল সমস্যা আৰু প্ৰধান দ্বন্দ্ববোৰৰ ভিত্তিত সৃষ্ট হব লাগিব। ইয়াৰ অৰ্থ এনে নহয় যে আমি বিদেশী কৌশল সম্পূৰ্ণ বাদ দিম। বৰং আমাৰ সমাজত গণতান্ত্ৰিক,

বৈজ্ঞানিক আৰু মানৱতাবাদী চিন্তা তথা মূল্যবোধ প্ৰতিষ্ঠা কৰিবলৈ যিবোৰ বিদেশী আংগিকৰ প্ৰয়োজন সেইবোৰ ব্যবহাৰ কৰিবলৈ আমি কোনো সংকোচ কৰিব নালাগিব। কাৰণ এই উদ্দেশ্যে সেইবোৰ আংগিক ব্যৱহাৰ কৰিলে সি আমাৰ সমাজৰ বিকাশত সহায় কৰিব। মাও ছে-তুঙে যে কৈছিল, "আমি চীনৰ স্বাৰ্থত বিদেশী বস্তু ব্যৱহাৰ কৰিব লাগিব", সিয়েই আমাৰ দিক্‌নিৰ্ণয় কৰিব। দুখৰ বিষয় যে আজিকালি এই উদ্দেশ্য সম্পূৰ্ণ পাহৰি গৈ কেৱল আংগিকৰ জৌলুচতে মুগ্ধ হৈ আমি বিদেশী কলাকৃষ্টি নকল কৰিছোঁ। সেয়েহে একধৰণৰ তৰা, আৰু চমক্‌সৰ্বস্ব শিল্প সৃষ্টি হৈছে। জাতিৰ চেতনাৰ যথাযথ বিকাশত তাৰ কোনো অৰিহণা নাই। এটা কবিতা কিমানদূৰ এলিয়টৰ দৰে হ'ল বা এখন ছবি কিমানদূৰ পিকাছোৰ দৰে হ'ল—সি কেতিয়াও ক'লাৰ সাৰ্থক মানদণ্ড হব নোৱাৰে। বৰং আজিৰ উপযোগী ধ্যান-ধাৰণা আৰু মূল্যবোধ গ্ৰহণ কৰিবলৈ আমাৰ সাম্প্ৰতিক কলাকৃষ্টি'যে আমাক কিমানদূৰ সহায় কৰিছে—সেইটোহে সংগত আৰু গুৰুত্বপূৰ্ণ প্ৰশ্ন।

এক ভুৱা বিশ্বজনীনতাৰ মোহত আমি প্ৰকৃত আন্তৰ্জাতিকতাৰ লগত সম্পৰ্ক হেৰুৱাইছোঁ। আমাৰ সমাজত সেযে এহাতে উগ্ৰজাতীয়তাবাদে জনসাধাৰণক উন্মত্ত কৰি বহু অমানুষিক ঘটনা ঘটাইছে, আনহাতে বিশ্বজনীনতাৰ তৰল আদৰ্শই অনবৰত বাহিৰৰ পৰা কৃত্ৰিম পুষ্টি বিচাৰিছে। দুয়োটা আদৰ্শই একেটা ব্যাধিৰ দুটা বেলেগ বেলেগ উপসৰ্গ মাথোন—যেন মেলেৰিয়া ৰোগীৰ এবাৰ জ্বৰত গা পুৰিছে, এবাৰ ৰৰফৰ দৰে চেঁচা হৈছে।

আমাৰ সমাজৰ শিৰফুটা আৰু প্ৰচাৰৰ নিনাদেৰে নিনাদিত শিল্পী সাহিত্যিক সকলে সেযে বিদেশীধন আৰু এবচাৰ্ড ড্ৰামা সাম্প্ৰদাযিক গোড়ামি আৰু প্ৰতীকবাদৰ মাজত টুলু, ভুটু কৈ নাও বাই গৈ থাকে। তেওঁলোকৰ নিয়মিত উপাৰ্জনৰ উপৰিও তেওঁলোকে বহু ধৰণৰ উপকৰা উপাৰ্জন আৰু অন্যান্য সা সুবিধা অৰ্জন কৰে। বিদেশী যাত্ৰা আৰু অন্যান্য মাননীও তাৰ ভিতৰতে পৰে। এইবোৰ কেৱল যোগ্যতাৰ পুৰস্কাৰ নহয়। এওঁলোকে বেছকৈ বুজে—নুবুজিলে বুজাই দিয়া হয়—যে এওঁলোকৰ সমকক্ষ বা এওঁলোকতকৈ উচ্চ পৰ্য্যায়ৰ বহুলোক এনে-ধৰণৰ সা-সুবিধাৰ পৰা বঞ্চিত। অনাহকতে এওঁলোকৰ ওপৰত এইবোৰ

অনুগ্ৰহ বৰ্ষিত হোৱা নাই। বিনিময়ত শাসকশ্ৰেণীয়ে বিচাৰে যে এওঁলোকে শাসকশ্ৰেণীৰ প্ৰিয় আৰু শাসকশ্ৰেণীৰ পক্ষে উপকাৰী কিবা মতাদৰ্শ প্ৰচাৰ কৰক।

অসমত এনে মতাদৰ্শৰ স্বৰূপ কি? যি মতাদৰ্শই শোষিত জনগণক নিজৰ দুখদাৰিদ্ৰ্যৰ কাৰণ জানিবলৈ নিদিব, নিজৰ শত্ৰু-মিত্ৰ চিনাতো আউল লগাব—অসমত শাসক শ্ৰেণীৰ অনুগ্ৰহভাজন শিল্পী-সাহিত্যিকৰ দায়িত্ব হব তেনে মতাদৰ্শ প্ৰচাৰ কৰা। আজিৰ অসমীয়া সমাজত দুখ দাৰিদ্ৰ্য, অভাৱ, নিবনুৱা সমস্যাৰ ভীষণ মূৰ্ত্তি সকলোৱেই দেখিছে। অদৃষ্টৰ বিধান বুলি সেইবোৰ মানি লবলৈ আজি কাকো ৰাজী কৰাব নোৱাৰি। অনিবাৰ্য্যভাবে এনে দুখ আৰু দুৰ্দশাৰ বিৰুদ্ধে অসমৰ জনগণ অসহিষ্ণু, ক্ষুব্ধ, সংগ্ৰামী হৈ উঠিছে। এই সংগ্ৰামৰ উপযুক্ত ৰূপ আচলতে হব শ্ৰেণীসংগ্ৰাম—শোষক শ্ৰেণীবোৰক উচ্ছেদ কৰি যি সংগ্ৰামে জনগণক মুক্ত কৰিব। শোষক তথা শাসকশ্ৰেণীবোৰে সেয়ে বিচাৰিছে শোষিত অসমীযাৰ ক্ৰোধ আৰু ক্ষোভ তেওঁলোকৰ বিৰুদ্ধে নগৈ নিৰপৰাধ অনা-অসমীযাৰ বিৰুদ্ধে যাওক। এইবাবেই তেওঁলোকে জাতীয় চেতনাৰ গভীৰ স্তৰলৈকে বিযপাই দিছে উগ্ৰ জাতীয়তাবাদৰ বিষবাষ্প। এনে চক্ৰান্তৰ ফলতেই অলপতে হেজাৰৰো ওপৰ অনা-অসমীয়া (?) লোকে প্ৰাণ হেৰুৱাইছে—আনকি উন্মত্ত জনতাই কোলাৰ কেঁচুৱাকো জুইলৈ দলিয়াই দিছে। এনেকৈয়ে শ্ৰেণীচেতনা আৰু শ্ৰেণীভিত্তিক সংগঠন গঢ়ি উঠাৰ বাটত জাতীয়তাবাদৰ হতুৱাই হুল পুতিছে শোষকবিলাকে।

জাতি হিচাবে অসমীযা জনগণ ঐক্যবদ্ধ হব খোজে, নিজৰ মাজৰ ভেদাভেদ পাহৰিব খোজে, মান্ধাতাৰ আমোলৰ কুসংস্কাৰ আৰু জড়তা বৰ্জন কৰি আগবাঢ়িব খোজে—সি এটা আনন্দৰ কথা। কোনো যুক্তিবাদী লোকে তাত বেজাৰ নাপায। কিন্তু জাতি হিচাবে প্ৰতিষ্ঠিত হবলৈ হলে তেওঁলোকে কিয় বঙালী আদি বহিৰাগতৰ তেজৰে হাত ৰাঙলী কৰিব লাগে, কিয় আন জাতিক নিজৰ গোলামত পৰিণত কৰিবলৈ বিচাৰিব লাগে, সেইটোহে এটা ডাঙৰ সাঁথৰ।

এইবোৰ অত্যাচাৰ আৰু হত্যাকাণ্ডৰ পৰা আমাৰ নাম কৰা শিল্পী সাহিত্যিকসকল সাত হাত দূৰৈত থাকে। সেই বুলি তাৰ কলংকিত দায়িত্বৰ পৰা তেওঁলোকে হাত সাৰিব নোৱাৰে। কাৰণ তেওঁলোকে

যি ধৰণৰ জাতীয় উন্মাদনা সৃষ্টি কৰে, যিবোৰ গুৰুগম্ভীৰ তত্ত্বৰে—যেনে Cultural Identity, Demographic Pattern—এনে জাতীয়তাবাদী আন্দোলনত উৎসাহ দিয়ে, তাৰ অনিবাৰ্য্য পৰিণতি হ'ল ব্যাপক হত্যাকাণ্ড, লুণ্ঠন আৰু ধ্বংসলীলা।

এই ভণ্ডামি আৰু নৃশংসতাৰ বিৰুদ্ধে আকোঁৰগোঁজ হৈ ১৯৭০ চনৰে পৰা লাগি থকা বাবেই অসমৰ "প্ৰতিষ্ঠিত" লেখক শিল্পী সাহিত্যিক সকল মোৰ বিৰুদ্ধে একগোট হৈছে। তেওঁলোকৰ আখেজ আৰু আক্ৰোশৰ কাৰণ ব্যক্তিগত নহয়—সময়ে ব্যক্তিগত বিবাদৰ ওৰ পেলায়, কিন্তু শ্ৰেণীগত সংঘাত সময়ে ক্ষয় নিয়াব নোৱাৰে। "আসাম ট্ৰিবিউন" আৰু গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ আচৰিত আক্ৰোশ আৰু অস্বাভাৱিক হিংসাৰ কাৰণো এয়েই। অৱশ্যে এই জাতীয়তাবাদৰ পাপ ঢাকিবলৈ তেওঁলোকে পিন্ধি লৈছে বিশ্বজনীনতাৰ জাতিস্কাৰ মালা।

আমাৰ সাহিত্য সংস্কৃতিৰ এই অৱস্থাৰ কথা বুদ্ধিমান মানুহে ইতিমধ্যে গম পাইছেই। বিশেষকৈ উদীয়মান লেখক আৰু শিল্পীৰ চামটোৱে বেছকৈ বুজিছে যে প্ৰচাৰৰ নিনাদত আৰু মানমৰ্য্যাদাৰ ধোঁৱাত অপাৰ্থিব মহিমা অৰ্জন কৰা শিল্পী সাহিত্যিকসকলৰ "লাইন" নললে তেওঁলোকে নিজৰ নিজৰ ক্ষেত্ৰত বেছিদূৰ আগবাঢ়িব নোৱাৰিব। কেৱল প্ৰতিভাই যথেষ্ট নহয়, সাধনাৰ প্ৰশস্ত ক্ষেত্ৰও লাগিব। কিন্তু সাধনাৰ এই ক্ষেত্ৰখনত চকিদাৰী কৰি আছে এই সকল প্ৰতিষ্ঠিত লেখক আৰু শিল্পীয়ে। উগ্ৰজাতীয়তাবাদ প্ৰচাৰত যি ঐকান্তিকভাৱে বিৰোধিতা কৰিছে, সমাজবাদী সাহিত্য ৰচনাত যি প্ৰাণোৎসৰ্গ কৰিছে তেনেলোকক সকলো ধৰণৰ সুবিধাৰ পৰা বঞ্চিত কৰি তেওঁলোকৰ প্ৰেৰণাক অনাহাৰ মৃত্যুৰ মুখলৈ establishmentৰ ধাৰক বাহক সকলে প্ৰাণপণ চেষ্টা কৰিছে। সিহঁতৰ এই চেষ্টা ইমান সফল হৈছে যে অন্তৰৰ পৰাই উগ্ৰজাতীয়তাবাদ ঘৃণা কৰা লোকেও সাম্প্ৰদায়িক উত্তেজনাৰ সময়ত নিজৰ ভবিষ্যত চিন্তা কৰি মনে মনে থাকিবলৈ বাধ্য হৈছে।

সৌভাগ্যক্ৰমে সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত মই নবাগত নহওঁ। মাৰ্ক্সবাদী চিন্তা গ্ৰহণ কৰাৰ আগতেই অসমীয়া সাহিত্যত মই এখন আসন পাইছিলোঁ। তদুপৰি মোৰ শক্তিমত্তা সম্পৰ্কেও বহুত উচ্চ স্তৰৰ লোকৰ পৰা সময়ে সময়ে মই স্বীকৃতি লাভ কৰি আহিছোঁ।

বিদেশৰ এনে মহলত মোৰ ৰচনাই সমাদৰ পাইছে যি ৰাজনৈতিক স্বাৰ্থতকৈ মৌলিকতা আৰু গুণগৰিমাক বেছি মূল্য দিয়ে। মোৰ ক্ষমতা সম্পৰ্কে সেয়ে কেতবোৰ কথাচহকী অপদাৰ্থৰ "থলুৱা" মূল্যায়নক তাচ্ছিল্য নকৰি মোৰ উপায় নাই। এইবোৰৰ উদাহৰণ বহুত দিব পাৰোঁ। এটা কথা কলেই যথেষ্ট হব। Shakespeare সম্পৰ্কে মোৰ এটা প্ৰবন্ধ পঢ়ি বিদেশৰ এটা অতি উচ্চমান বিশিষ্ট অনুষ্ঠানৰ সমালোচকে কৈছিল যে সেই বহুচৰ্চিত বিষযতো মই নতুন আলোকপাত কৰিছো আৰু চিত্তাকৰ্ষক অন্তৰ্দৃষ্টিৰ পৰিচয় দিছোঁ। অথচ সেই প্ৰবন্ধটোতে—খৰ মাৰি পোন্ধৰ দিনৰ ভিতৰতে লেখা হৈছিল।

এই কথা ঠিক যে কোনো থলুৱা মনীষীয়ে মোক এক অহংকাৰী অথচ তৃতীয় শ্ৰেণীৰ লেখক বুলি নিশ্চিত প্ৰমাণ পাইছে। কিন্তু এইবোৰ ফটুৱা দেশীয় সমালোচকৰ লগত ফটুৱা বিদেশী সমালোচকৰ পাৰ্থক্য নাই, বৰং এক নিৱিড় সম্পৰ্কহে আছে। প্ৰকৃত থলুৱা প্ৰতিভাৰ বিকাশত সিহঁতে সহায় নকৰে। কাৰণ অসম তথা ভাৰতৰ বৰ্তমান পৰিবেশত প্ৰকৃত প্ৰতিভাৰ ভূমিকা বহুদূৰ বিদ্ৰোহী আৰু সমালোচনাধৰ্মী (Critical) হবলৈ বাধ্য। শাসকশ্ৰেণীৰ বিশেষ সা সুবিধা আৰু প্ৰতিস্থানৰ সদস্যসকলৰ ওপৰত তেওঁলোকে বৰ্ষণ কৰা পুষ্পাঞ্জলীত প্ৰকৃত প্ৰতিভাৰ ভূমিকাই বাধাৰ সৃষ্টি কৰিব।

মাৰ্ক্সবাদী দৃষ্টিকোণৰ পৰা এনেধৰণৰ ভূমিকা মই লব পাৰিছো নে নাই সি অৱশ্যে এটা বেলেগ প্ৰশ্ন। মোৰ যে এই ধৰণৰ ভূমিকা লব পৰা ক্ষমতা আছিল সেই সম্পৰ্কে বিজ্ঞ আৰু বিদগ্ধ লোকৰ স্বীকৃতি মই পাইছো। কিন্তু সেই ক্ষমতাৰ যথাযোগ্য বিকাশ হোৱা বুলি মই নিজেও দাবী নকৰোঁ। তাৰ কাৰণ এলাহ বা ধৈৰ্য্যহীনতা নহয়। তাৰ প্ৰধান কাৰণ এয়ে যে মাৰ্ক্সবাদী চিন্তা-চৰ্চাৰ উপযুক্ত বিকাশৰ বাবে অসমত পৰিবেশ নাই। অসমত শ্ৰমিক শ্ৰেণীৰ আন্দোলন এতিয়াও চালুকীয়া অৱস্থাতে আছে। শ্ৰমিক শ্ৰেণীয়ে এতিয়াও যথেষ্ট আৰু শক্তিশালী প্ৰচাৰ মাধ্যম আৰু সাংস্কৃতিক সংগঠন সৃষ্টি কৰিব পৰা নাই। সেয়ে মুকলিমূৰীয়া মাৰ্ক্সবাদী চিন্তা-চৰ্চাৰ ক্ষেত্ৰ অসমত নাই। আনহাতে শাসকশ্ৰেণীৰ দখলত যিবোৰ সাংস্কৃতিক সংগঠন আৰু মাধ্যম আছে সেইবোৰত মাৰ্ক্সবাদী চিন্তা তথা গৱেষণাৰ বাবে তেওঁলোকে সুযোগ দিয়াৰ আশা কম। বৰং মাৰ্ক্সবাদী চিন্তা চৰ্চা বিনাশ কৰিবলৈহে

সেইবোৰ নিয়োজিত হৈছে। সেয়ে বিশ্বজোৰা যি মাৰ্ক্সবাদী চিন্তাৰ ঐতিহ্য, তাত নতুন কিবা যোগ দিয়াৰ সুযোগ অসমত তাকৰ। অৱশ্যে চুচুৰিয়াকৈ সেইধৰণৰ কিবা কিবি কাম এই প্ৰতিকূল পৰিবেশতো চলাই আছোঁ।

এই পৰিস্থিতিয়েই মোৰ সমুখত মোৰ কৰ্তব্য স্থিৰ কৰি দিছে। অৰ্থাৎ অসমত মাৰ্ক্সবাদী চিন্তাৰ পৰিবেশ সৃষ্টি কৰিবলৈকে মোৰ সকলো শক্তি প্ৰয়োগ কৰিছোঁ। নিঃসন্দেহে শ্ৰমিক শ্ৰেণীৰ সংগঠনেই এই কাম যাইকৈ কৰিব লাগিব। কিন্তু মতাদৰ্শগত সংগ্ৰামত বুদ্ধিজীৱীৰ এটা ভূমিকা আছে। পঞ্চাশৰ দশকত ভবানন্দ দত্ত প্ৰভৃতিয়ে যি কাম কৰিছিল, সেই কাম বৰ্তমান আমাৰ দৰে মানুহেই কৰিছো। উগ্ৰ-জাতীয়তাবাদৰ সংক্ৰামক ব্যাধিৰ পৰা অসমীযা জাতীয় চেতনাক মুক্ত কৰিবলৈ, আমাৰ ইতিহাস আৰু ঐতিহ্য মাৰ্ক্সবাদী দৃষ্টিকোণৰপৰা পুনৰ্মূল্যায়ন কৰিবলৈ, আৰু ভাববাদী ভাবাদৰ্শ খণ্ডন কৰিবলৈ মই যথাসাধ্য চেষ্টা কৰিছো বন্ধু বান্ধৱৰ সৈতে।

অনিবাৰ্য্যভাবে জনসাধাৰণৰ মাজত মাৰ্ক্সবাদী ধ্যান ধাৰণা জনপ্ৰিয় কৰোতেই মোৰ বহুত সময় গৈছে। কাৰণ মাৰ্ক্সবাদৰ মূল ধ্যান-ধাৰণা আৰু মূল দৃষ্টিকোণ গণবোধ্য নহলে অসমত তাৰ যথাযথ বিকাশ আৰু পৰিপুষ্টিও সম্ভৱ নহব। সেয়ে মই উলিয়াইছোঁ "পদাতিক" আৰু "কলাখাৰ"ৰ দৰে পত্ৰিকা—কেইজনমান মাৰ্ক্সবাদী বন্ধু বান্ধৱৰ সহযোগিতাত। এই চিন্তাধাৰাৰ প্ৰতি জনগণ আকৃষ্ট হলে তাৰ বিকাশ আৰু প্ৰয়োগৰ বাবেও অসমত উপযুক্ত পৰিবেশ নিশ্চয় গঢি উঠিব।

মোৰ ( আৰু মোৰ দৰে মানুহৰ ) এই উদ্দেশ্য বুজিয়েই শাসকশ্ৰেণীৰ বুদ্ধিজীৱী তথা লেখকসকলে তাত বাধা দিবলৈ প্ৰাণপণ চেষ্টা কৰিছে। কুৎসা, দুৰ্ণাম আৰু অপপ্ৰচাৰ চলিছে বছৰৰ পিছত বছৰ। কোৱা বাহুল্য আমাৰ ক্ষমতাৰ যথোচিত বিকাশৰ বাবে এই পৰিবেশ মুঠেই অনুকূল নহয়। বৰং আমাৰ যৎকিঞ্চিৎ শক্তি সামৰ্থ্যৰ বিকাশ ই বহুদূৰ ৰুদ্ধ কৰিছে।

এনে প্ৰতিকূল পৰিস্থিতিত নানাবিধৰ বাধা-বিপত্তিৰ মাজত আমি যি কৰিছোঁ সিয়েই শাসকশ্ৰেণীৰ পক্ষে এটা অত্যন্ত আতুকলীয়া বস্তুহৈ পৰিছে।

অতীত ইতিহাস খুচৰি চালে ওপৰত দিয়া কথাখিনি আৰু পৰিস্কাৰ হৈ পৰিব।

পঞ্চাশৰ দশকত আজিৰ দৰে এটা establishment নাছিল। ফলত সৃষ্টিশীল উদ্যোগৰ বাবে তেতিয়াৰ পৰিবেশ আছিল আপেক্ষিক ভাবে উন্নত। কথাটো সাঁথৰৰ দৰে লাগিব পাৰে। কিন্তু অলপ মনদি চিন্তা কৰিলেই তাৰ সাৰ্থকতা ওলাই পৰিব। তেতিয়াৰ দিনত সাহিত্যিকসকলে চৰকাৰী বেচৰকাৰী স্বীকৃতি, আৰ্থিক অনুগ্ৰহ আৰু বিশেষ সুবিধালৈ সিমান আশা কৰিব পৰা নাছিল। গুণমুগ্ধ পাঠক সমাজৰ সমাদৰেই আছিল তেওঁলোকে আশা কৰিব পৰা একমাত্ৰ পুৰস্কাৰ। কিন্তু এই সমাদৰ আছিল নিৰ্ভাজ, ঐকান্তিক—ৰাজনৈতিক ক্ষমতা তথা ব্যৱসায়ী মনোবৃত্তিয়ে তাত ভেঁজাল ঢালিব পৰা নাছিল। বিবাদ বিতৰ্ক, আলাপ-আলোচনাৰ মাজেদি যিটো মত শ্ৰেষ্ঠ বুলি প্ৰমাণিত হৈছিল, যিটো সাহিত্যকৰ্ম আদৰণীয় বুলি স্বীকৃত হৈছিল, তেতিয়াৰ পাঠকে তাকেই সমাদৰ কৰিছিল। আজিৰ শ্বাসৰুদ্ধ "কট্‌ৰি পৰিবেশ" ( Coterie atmosphere ) তেতিয়া নাছিল। "ৰামধেনু" যদিও কমিউনিষ্ট বিৰোধী আছিল কমিউনিষ্ট-বিদ্বেষী আছিল তথাপি তাৰ প্ৰভাৱত থকা লেখকবৃন্দৰ প্ৰতিপত্তি বঢাবলৈ সি কোনো ষড়যন্ত্ৰ কৰা নাছিল। বৰং ভবানন্দ দত্ত আৰু চৈয়দ আব্দুল মালিকৰ দৰে বামপন্থী লেখকৰ ৰচনাক "ৰামধেনু"ৱে অনাদৰ বা অমৰ্য্যাদা কৰা নাছিল।

কিন্তু তুলনামূলক ভাবে পঞ্চাশৰ দশকত অসমৰ পাঠকসমাজৰ ৰুচি, অধ্যয়ন আৰু জ্ঞান সাধাৰণভাবে উৎকৃষ্ট স্তৰৰ নাছিল। ব্ৰিটিছ শাসনৰ তলত অসমত কোনো ধৰণৰ বিদ্যা বা জ্ঞানৰ গভীৰ আৰু বিতং চৰ্চাৰ সুযোগ নাছিল। অথচ এনে চৰ্চা অবিহনে পাঠকৰ ৰুচি আৰু চেতনা ওখ খাপৰ হব নোৱাৰে। বাণীকান্ত কাকতিৰ দৰে মনীষীৰ সাহিত্য বিচাৰে কিমানদূৰ আমাৰ পাঠকসমাজৰ ৰুচি নিৰ্দ্ধাৰিত কৰিছিল সন্দেহ। তদুপৰি "আধুনিক" সাহিত্যৰ প্ৰতি বাণী কাকতিৰ বিৰাগ আছিল তীব্ৰ। সেয়ে অসমীয়া "আধুনিক" সাহিত্যৰ সৃষ্টিত বাণী কাকতিৰ ভূমিকা আছিল নগণ্য কিন্তু হেম বৰুৱা যদিও বৌদ্ধিক দিশত বাণী কাকতিৰ সমকক্ষ নাছিল তথাপি "আধুনিক" সাহিত্যৰ সৃষ্টিত তেওঁৱেই নেতৃত্ব দিছিল। বিভিন্ন আৰু বিচিত্ৰ সৃষ্টিৰ সুৰ সমলয়ত হেম বৰুৱাৰ উদাৰ

আৰু স্নেহশীল ব্যক্তিত্বই পৰিচালকৰ ( Conductor ) ভূমিকা লৈছিল।

কিন্তু পঞ্চাশৰ দশকলৈকে উচ্চ শিক্ষাত ( higher education ) অসম চৰকাৰে ( তথা শাসকশ্ৰেণীয়ে ) বিশেষ ধন খৰচ কৰা নাছিল। শিক্ষিত মানুহ সমাজৰ এক অতি মুষ্টিমেয় অংশৰ মাজত সীমাবদ্ধ আছিল। স্বাধীনতাৰ পিছৰ দশকত জনসাধাৰণৰ শিক্ষা-সংস্কৃতিৰ প্ৰতি প্ৰবল হাবিয়াসৰ ফলত উচ্চ শিক্ষাৰ আকৰ্ষণ আৰু সুবিধা কিছু ব্যাপকতৰ পৰিধিলৈ বিয়পি যায়। চৰকাৰী পৃষ্ঠপোষকতাও ( কলেজ স্থাপন বৃত্তি আৰু জলপানী প্ৰভৃতি ) স্বাধীনতাৰ আগতকৈ বৃদ্ধি পায়। এই নতুন পৰিবেশে আগৰ তুলনাত বহুত বেছি সংখ্যক বুদ্ধিমান আৰু প্ৰতিভাবান ছাত্ৰক পোহৰলৈ উলিয়াই আনিলে। পৰিতাপৰ কথা যে দৰিদ্ৰ পৰিবেশৰ পৰা ওলোৱা এইসকল ছাত্ৰৰ অধিকাংশই ইঞ্জিনিয়াৰ বা আই-এ-এছ বিষয়া হৈ তেওঁলোকৰ বৌদ্ধিক প্ৰতিশ্ৰুতিৰ অৱসান ঘটালে। তেওঁলোক বিশ্ববিদ্যালয়ত সোমোৱা হলে বা কলেজত সোমোৱা হলে আজি অসমৰ বৌদ্ধিক আৰু সাহিত্যিক পৰিবেশ বহুবেছি উন্নত হ'লহেঁতেন।

সি যি নহওক এই নতুন পৰিবেশত উচ্চতৰ শিক্ষাৰ সুবিধা গ্ৰহণ কৰা ডেকাসকলৰ মাজত স্বাভাৱিকতেই পঞ্চাশৰ দশকৰ মান আৰু মূল্যবোধ সম্পৰ্কে প্ৰশ্ন জাগিল। কলিকতাৰ কলেজবোৰত শিক্ষাৰ মান তেতিয়া অসমৰ কলেজবোৰতকৈ বহু ওখ খাপৰ আছিল। কটন কলেজত সেইসময়ত পণ্ডিত আৰু মেধাবী লোক বেছি নাছিল—আগৰপুৰুষৰ প্ৰতিভাধৰ শিক্ষকসকলৰ এজনো তেতিয়া কটন কলেজত কৰ্মৰত হৈ থকা নাছিল। আনহাতে কলিকতাৰ কলেজবোৰত তেতিয়াও বৌদ্ধিক কৌতূহল আৰু চৰ্চাৰ পৰিবেশ আছিল—বিশেষকৈ প্ৰেছিডেন্সি কলেজত। ইংৰাজীত—তাৰকনাথ সেন, সুবোধ সেনগুপ্ত, অমল ভট্টাচাৰ্য্য বুৰঞ্জীত—সুশোভন সৰকাৰ, অৰ্থনীতিত—ভৱতোষ দত্ত প্ৰভৃতি মেধাবী, পণ্ডিত আৰু উৎসাহী শিক্ষকে ছাত্ৰসকলক বৌদ্ধিক চৰ্চাত পথপ্ৰদৰ্শন কৰি আছিল।

এইটো বোধহয় তাৎপৰ্য্যপূৰ্ণ যে পঞ্চাশৰ দশকৰ তুলনাত অধিক বলিষ্ঠ, দৃঢ় আৰু নিশ্চিত মূল্যবোধ যিসকলে অসমত প্ৰবৰ্ত্তন কৰিলে তেওঁলোক কলিকতাৰ এনেবোৰ কলেজৰ ইংৰাজী সাহিত্যৰ ছাত্ৰ

আছিল। কলিকতাৰ শিক্ষকমণ্ডলীৰ সংস্পৰ্শত আৰু উন্নত বৌদ্ধিক পৰিবেশৰ প্ৰভাৱত তেওঁলোকে সাহিত্যৰ এক পৰিশীলিত, দৃঢ় আৰু সুস্পষ্ট চেতনা অৰ্জন কৰিলে—যাৰ পোহৰত তেওঁলোকে পঞ্চাশৰ দশকত অসমত প্ৰচলিত সাহিত্যিক মূল্যবোধৰ দুৰ্বলতা উপলব্ধি কৰিলে।

অসমীয়া সমালোচনাৰ এই অধ্যায়টো সম্পৰ্কে সম্প্ৰতি কেতবোৰ ভুল তথ্য প্ৰচাৰ হৈ আছে। সেয়ে আজিৰ পাঠকে গম নোপোৱা দুটামান তথ্য পুনৰ স্পষ্টকৈ প্ৰকাশ কৰাৰ প্ৰয়োজন হৈছে। বিশেষকৈ ধীৰেন্দ্ৰ নাথ বেজবৰুৱাৰ দৰে লোকে নজনাকৈ বা অনুসন্ধান নকৰাকৈ আমাৰ ভূমিকা নস্যাৎ কৰিবলৈ যোৱা বাবেই এই কাম কৰিবলগীয়া হ'ল।

সমালোচনাৰ জৰীয়তেই এই নতুন আৰু অধ্যয়ন পুষ্ট তথা পৰিশীলিত চেতনাৰ প্ৰকাশ ঘটে। তৎকালীন অসমীয়া সাহিত্যৰ প্ৰবল ধাৰা সমূহৰ বিৰুদ্ধেই আৰু তৎকালীন অসমীয়া সাহিত্যৰ কৰ্ণধাৰ সকলৰ বিৰুদ্ধেই এই নতুন চেতনাই আক্ৰমণ আৰম্ভ কৰিলে। এই আক্ৰমণ অৱশ্যে আধুনিক সাহিত্য ৰীতিৰ বিৰুদ্ধে নাছিল। জীৱন-দৰ্শনৰ পিনৰ পৰা হেম বৰুৱা, নৱকান্ত বৰুৱা আৰু মহেন্দ্ৰ বৰাৰ লগত এই ডেকা চামৰ সাহিত্যিক সকলৰ বিশেষ বিৰোধ নাছিল। কিন্তু সাহিত্যবোধ আৰু সাহিত্যজ্ঞানৰ দিশৰ পৰা তেওঁলোকে অগ্ৰজসকলৰ ৰচনাত অনুভৱ কৰিলে পীড়াদায়ক দুৰ্বলতা আৰু ত্ৰুটি।

প্ৰথমে অকলশৰে এই প্ৰবন্ধৰ লেখকে এই সাহিত্যিক যুদ্ধখন আৰম্ভ কৰিছিল। আৰু ষাঠিৰ দশকত এই দিশত যি সৰুসুৰা সাহিত্যিক আন্দোলন চলিছিল তাত নেতৃত্ব দিছিল বেজবৰুৱাৰ দৰে লোকে একো নাই বুলি উৰাই দিয়া এই অপদাৰ্থই।

এই নতুন আন্দোলনৰ প্ৰধান বৈশিষ্ট্য আছিল সাহিত্যৰ তথা কাব্যৰ মাধ্যম হিচাবে ভাষাৰ গুৰুত্ব সম্পৰ্কে এক নতুন আৰু বলিষ্ঠ চেতনা। তৎকালীন অসমীয়া সাহিত্যত ভাষাৰ যিবোৰ মাৰাত্মক দুৰ্বলতা আছিল —অত্যধিক উচ্ছ্বাসপ্ৰৱণতা, অৰ্থ বা ব্যঞ্জনাৰ প্ৰতি অমনোযোগ, মাত্ৰাজ্ঞানৰ অভাৱ, কাঠিন্য আৰু নমনীয়তা এই দুইগুণৰে অভাৱ প্ৰভৃতি—সেইবোৰৰ নিৰ্মম আৰু কৰ্কশ বিশ্লেষণ কৰি এই ডেকা সমালোচকসকলে অসমৰ পঢ়ুৱৈ সমাজক জোঁকাৰ খুৱালে।

এই পিনৰ পৰা এই ধাৰাৰ প্ৰথম প্ৰবন্ধ হ'ল ১৯৫৯ চনত "ৰামধেনু"ত ওলোৱা এই লেখকৰ "অৰ্থ আৰু অনৰ্থ"। এই প্ৰবন্ধত তৎকালীন অসমীয়া কবিতাত অভিধান আৰু ব্যাকৰণৰ প্ৰতি অৱহেলা, অৰ্থহীন ঝংকাৰৰ প্ৰতি আকৰ্ষণ আৰু উচ্ছ্বাসপ্ৰবণতা প্ৰভৃতিক কঠোৰ ভাষাত গৰিহণা দিয়া হ'ল। বিশেষকৈ হেম বৰুৱাৰ ভাষাৰ প্ৰয়োগত থকা সোলোক-ঢোলোক অৱস্থা আৰু কেবাজনো ডেকা কবিৰ ভাষাত মৌলিক অনুভূতি উপলব্ধিৰ অভাৱক তীব্ৰ ভাষাত আক্ৰমণ কৰা হ'ল। তুলনামূলকভাবে নৱকান্ত বৰুৱাৰ ভাষিক তথা সাহিত্যিক চেতনা উন্নত বুলি কোৱা হ'ল, আৰু আধুনিক অসমীয়া কবিতাৰ দিগ্‌দৰ্শন হেমবৰুৱাতকৈ নৱকান্ত বৰুবাইহে কৰিব বুলি কোৱা হ'ল। মন কৰিবলগীয়া কথা এয়ে যে তাৰ আগলৈকে এনে সুস্পষ্টভাবে আধুনিক অসমীয়া কবিতাৰ ক্ষেত্ৰত মান আৰু মূল্যবোধৰ প্ৰশ্নটো কোনেও তোলা নাছিল। জীবনানন্দ দাসৰ ভাষা ব্যৱহাৰ কৰিলে সেই প্ৰবন্ধৰ মূল ধাৰণা আছিল এয়ে 'সকলেই কবি নন, কেউ-কেউ কবি'।

সেই প্ৰবন্ধটো ("অৰ্থ আৰু অনৰ্থ" নামৰ প্ৰবন্ধটো "ৰামধেনু'ত ১৯৫৯ চনত প্ৰকাশিত হৈছিল) প্ৰকাশ হোৱাৰ আগতে "ৰামধেনু"ত প্ৰকাশিত হৈছিল হোমেন বৰগোহাঞিৰ "জনদিযেক আধুনিক অসমীযা কবি"। তেতিয়া সমালোচনাৰ নামত যিবোৰ কেটলগ্‌ধৰ্মী বা প্ৰশস্তি-বাচক বস্তু প্ৰকাশ হৈ আছিল, তাৰ মাজত বৰগোহাঞিৰ প্ৰবন্ধটো আছিল এক উজ্জ্বল ব্যতিক্ৰম। এক ব্যক্তিগত চিন্তাৰ গতিবেগ আৰু স্বতন্ত্ৰতা সেই প্ৰবন্ধৰ ভাবে-ভাষায় ফুটি উঠিছিল। কিন্তু তৎকালীন সাংস্কৃতিক পটভূমিৰ দুৰ্বলতাও সেই প্ৰবন্ধত সুস্পষ্ট। সেই প্ৰবন্ধৰ ব্যক্তিগত প্ৰতিভা কোনো স্থায়ী আনুষ্ঠানিক শক্তি আৰু সমৃদ্ধ সাংস্কৃতিক পটভূমিয়ে পৰিশীলিত কৰা নাছিল। ফলত এহাতে তাৰ তেজস্বী আত্মপ্ৰত্যয়ে আকৰ্ষণ কৰে আনহাতে মূল ধ্যান ধাৰণাৰ অস্পষ্টতা আৰু খিচুৰিয়ে নিৰাশ কৰে। ধাৰণা হয় যে এজন মেধাবী আণ্ডাৰ গ্ৰেজুৱে'টে এই প্ৰবন্ধৰ মাজেদি নিজৰ প্ৰতিভা প্ৰকাশ কৰিছে, কিন্তু কোন দৃষ্টিকোণৰ পৰা তেওঁ বিচাৰ কৰিছে সেইটো স্পষ্ট নহয়, তদুপৰি কিবা দৃষ্টিকোণ যদি আছেও তেওঁ যেন মন গ'লেই তাক অনায়াসে বৰ্জন কৰিব তেনে সন্দেহো পাঠকৰ মনত জন্মে। কলিকতা বিশ্ববিদ্যালয়ৰ

দৰে কোনো উচ্চমানবিশিষ্ট অনুষ্ঠানত নিয়মিত শিক্ষালাভৰ সুযোগ বৰগোহাঁঞিয়ে লোৱা হলে তেওঁ হয়তো আজিৰ ভাৰতৰে একজন আগশাৰীৰ সমালোচক তথা বুদ্ধিজীৱী হব পাৰিলেহেঁতেন।

অন্যতাঁৰ কেম্ব্ৰিজৰ টোৰ টোৰণিৰ পৰাই যিবিলাকে তেওঁলোকৰ ধ্যান-ধাৰণাবোৰ আহৰণ কৰে, নিজৰ বৰীয়াকৈ চিন্তা তথা বিচাৰ কৰিবলৈ যিসকলৰ ক্ষমতা কিংবা আগ্ৰহ দুয়োটাৰে অভাৱ—সেইবিলাকে হয়তো উচ্চমানবিশিষ্ট শিক্ষানুষ্ঠানৰ গুৰুত্ব কোনোদিনেই উপলব্ধি নকৰিব। এইসকল লোকে হয়তো অলস ৰোমাণ্টিচিজম কৰি শিক্ষানুষ্ঠান আৰু বিদ্যাচৰ্চাৰ গুৰুত্ব উপেক্ষা কৰিব, নহলে ধূৰ্ত্তালি কৰি (যেনে এজনে কেইবছৰমান আগতে "কেম্ব্ৰিজৰ অক্সিজেন"লৈ বাচি থকা টান হব বুলি পৰিহাসৰ প্ৰচেষ্টা কৰিছিল, যদিও তেওঁ নিজে "কলিকতাৰ অক্সিজেন" নোপোৱা হলে কেইখোজ আগবাঢ়িলহেঁতেন সন্দেহ।) তাৰ গুৰুত্ব লাঘৱ কৰিব। কিন্তু হোমেন বৰগোহাঞিৰ উদাহৰণেই যথেষ্ট হব যে কটন কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত শিক্ষাদান আৰু বিদ্যাচৰ্চাৰ মান পৰি অহাৰ ফলত আমাৰ প্ৰথমশ্ৰেণীৰ স্বাভাৱিক প্ৰতিভায়ো অসমৰ পৰিবেশত পৰিপক্কতা অৰ্জন কৰিব নোৱাৰে।

সি যি নহওক, এই প্ৰবন্ধ লেখকৰ "অৰ্থ আৰু অনৰ্থ" হোমেন বৰগোহাঞিৰ প্ৰবন্ধৰ তুলনাত সিমান চমকপ্ৰদ নহলেও আধুনিক অসমীয়া সমালোচনাৰ বিকাশত তাৰ ভূমিকা অধিক গুৰুত্বপূৰ্ণ হব পাৰিলে। কাৰণ নিয়মিত, শৃংখলাবদ্ধ, পৰিশীলিত অধ্যয়ন আৰু আনুষ্ঠানিক প্ৰভাৱৰ ফল স্বৰূপে তাৰ মাজত সাহিত্যিক দৃষ্টিকোণ অধিক স্পষ্ট আৰু দ্বিধাহীন হব পাৰিছিল। বিষয় আৰু আংগিকৰ যি যান্ত্ৰিক বিভাজন তেতিয়াৰ গতানুগতিক প্ৰবন্ধবোৰত প্ৰচলিত আছিল, তাক অতিক্ৰম কৰি ভাষাৰ কাব্যিক প্ৰয়োগ সম্পৰ্কে এক সুশৃংখল চেতনা সেই প্ৰবন্ধত প্ৰতিষ্ঠা কৰা হৈছিল।

সমসাময়িক অসমীয়া কবিতাত যে ভাষাৰ সাৰ্থক আৰু ভাবঘন প্ৰকাশ বিৰল আছিল স্পষ্টকৈ সেই প্ৰবন্ধতে প্ৰথম কোৱা হ'ল। অথচ সাহিত্য-সভাৰ সভাপতি যতীন দুৱৰাৰ ভাবৰ দৰে তাত আধুনিক কবিতাৰ বিৰুদ্ধে অসহিষ্ণুতা, বিৰাগ বা বিদ্বেষ নাছিল। কিন্তু আধুনিকতাৰ নামত অৰ্থহীন আৰু ব্যঞ্জনাহীন শব্দৰ ফুলজাৰি, কাব্যিক সংযম আৰু পৰিমিতিবোধৰ অভাৱ, তৰল অনুকৰণপ্ৰিয়তা, প্ৰভৃতিৰ বিৰুদ্ধে

তাত দৃঢ় প্ৰতিবাদ জনোৱা হৈছিল। এই প্ৰতিবাদৰ প্ৰেৰণা তেতিয়াৰ অসমত কেতিয়াও পোৱা নগ'লহেতেন। কিন্তু ইংগ-মাৰ্কিন সমালোচনাৰ "নতুন সমালোচনা" ( New Criticism ) ধাৰা কলিকতাৰ অধ্যাপক তথা ছাত্ৰৰ সান্নিধ্যত আয়ত্ত কৰিহে এই প্ৰবন্ধ লেখকে কুৰি বছৰ আগতে সেই বক্তব্য দাঙি ধৰিব পাৰিছিল। কাব্য যে এক নিৰলস আৰু কঠিন শ্ৰম, কেৱল আবেগৰ প্ৰস্ৰৱণ নহয়, সেই উপলব্ধি বাণী-কাকতিৰ ৰোমান্তিক সমালোচনাৰ গভীৰ দৃষ্টান্তৰ পিছত এই প্ৰবন্ধ-লেখকেই অসমীয়া সাহিত্যৰ মাজমজিয়াত প্ৰথমে প্ৰতিষ্ঠা কৰে। তদুপৰি সেই উপলব্ধিৰ চাক্ষুস প্ৰমাণ-হাজিৰ কৰিবলৈ ভাষাৰ প্ৰয়োগৰ বিশ্লেষণ এই লেখকেই আৰম্ভ কৰে।

আজি এই কথা সুস্পষ্ট হৈ পৰিছে যে সেই প্ৰবন্ধত সাহিত্যিক মানদণ্ডৰ প্ৰশ্নটো তীব্ৰভাবে অবতাৰণা কৰিবলৈ যাওঁতে মতাদৰ্শৰ প্ৰশ্নটো সম্পূৰ্ণ তল পৰিছিল। হেম বৰুৱাৰ কবিতাত বৈপ্লৱিক মতাদৰ্শ আৰু আধুনিক আংগিকৰ যি সমন্বয় ঘটিছিল, তাৰ সমুখত উক্ত প্ৰবন্ধ আছিল উদাসীন। আধুনিক পছিমীয়া কবি আৰু সমালোচক সকলৰ গভীৰ আৰু ঐকান্তিক নান্দনিক চেতনাৰ লগৰীয়া হৈছিল সমধিক গভীৰ ৰাজনৈতিক সংশয়বাদ কিংবা প্ৰতিক্ৰিয়াশীলতা। সেই প্ৰবন্ধত লেখকে ইংগ-মাৰ্কিন সমালোচনাৰ সেই মনোবৃত্তিৰ প্ৰতিধ্বনি কৰিছিল মাত্ৰ। আজিও অসমৰ বেছিভাগ বুৰ্জোৱা কবিৰ আৰু সমালোচকৰ ক্ষেত্ৰত এই লক্ষণ সমূহ অপৰিৱৰ্তিত হৈয়েই আছে।

এটা প্ৰবন্ধত নবোদ্ভিন্ন পৰিশীলিত সাহিত্যবোধ প্ৰকাশ কৰিয়েই আমি নীৰৱ হৈ পৰা নাছিলোঁ। বহু কেইটা প্ৰবন্ধ আমি ১৯৬০ৰ পৰা ১৯৬৫ চনৰ ভিতৰত প্ৰকাশ কৰোঁ। বহল পটভূমিত চৰ্চা কৰি পোৱা জ্ঞান আৰু দক্ষতা অসমীয়া সাহিত্যৰ যথাযথ অধ্যয়নত প্ৰয়োগ কৰিছিলোঁ। ১৯৬০ চনত 'অসম বাণী'ত প্ৰকাশিত "অম্বিকাগিৰি আৰু মানবায়তন", ১৯৬১ চনত 'ৰামধেনু'ত প্ৰকাশিত "প্ৰগতিশীল সাহিত্যত এভুমুকি", ইত্যাদি কেবাটাও গুৰুত্বপূৰ্ণ প্ৰবন্ধত ইতিপূৰ্বে উল্লেখ কৰা বিশেষ ধৰণৰ ভাষিক চেতনা আৰু সমৃদ্ধ সাহিত্যিক মূল্যতত্ত্ববোধ প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিছিলোঁ। ( তাৰে কিছুমান "সাহিত্যৰ সত্য" সংকলনত সন্নিবিষ্ট হৈছে। ) সেইবোৰ প্ৰবন্ধৰ তাৎপৰ্য্য বিচাৰ কৰিলে পাঠকৰ মনত আৰু সন্দেহ নাথাকিব যে এই

প্ৰবন্ধলেখকেই আধুনিক সমালোচনাৰ ধাৰা অসমত প্ৰবৰ্ত্তন কৰিছিল। এই ধাৰাৰ আন কোনো লেখকৰ ৰচনা প্ৰকাশ হৈছিল ১৯৬৪ ৬৫ চনৰ পৰাহে।

এই নতুন ধাৰাৰ কেন্দ্ৰীয় ধ্যানধাৰণাসমূহ ত্ৰিশৰ দশকত গঢ় লৈ উঠা, এলিয়ট, আই এ বিচাৰ্ডছ্ প্ৰভৃতিৰ দ্বাৰা প্ৰভাৱিত, ইংগ-মাৰ্কিন সমালোচনাৰে সৈতে একেই আছিল। সাহিত্য আৰু সংস্কৃতিক ব্যৱসায়ী পণ্য হিচাবে লবলৈ অনিচ্ছা, আধুনিক পণ্যজীৱী সভ্যতাৰ প্ৰতি বিৰাগ, কমিউনিজমক একদেশদৰ্শী আৰু জীৱনৰ বৈচিত্ৰ্যৰ প্ৰতি অন্ধ বুলি নাকচ কৰাৰ প্ৰৱণতা, প্ৰচাৰধৰ্মী সাহিত্যৰ প্ৰতি বিতৃষ্ণা, সাহিত্যিক শিক্ষাৰ চূড়ান্ত সাংস্কৃতিক গুৰুত্ব, মূল্যবোধ আৰু ৰুচিৰ উপযুক্ত বাহক হিচাবে এমুঠি শিক্ষিত ৰসিকৰ ওপৰত ভৰসা—এইবোৰ আছিল আমি কলেজত পঢ়া সময়ত ইংগ-মাৰ্কিন সমালোচনাৰ বহু-প্ৰচলিত মুদ্ৰা। অসমৰ সীমিত বজাৰত সেইবোৰ মুদ্ৰা চলোৱাটোৱেই আছিল আমাৰ সংকল্প।

এনেবোৰ ধ্যানধাৰণা অসমৰ বৌদ্ধিক পৰিমণ্ডলত তেতিয়া বিশেষ পৰিচিত নাছিল। সেয়ে সেইবোৰৰ উপযুক্ত অসমীয়া পৰিভাষাও অসমীযাত পোনপ্ৰথমে আমিয়েই সৃষ্টি কৰিব লগা হ'ল। যেনে নতুন সমালোচনাৰ বাবে গুৰুত্বপূৰ্ণ Organic শব্দৰ প্ৰতিশব্দ হিচাবে "জৈৱিক", Discrimination শব্দৰ প্ৰতিশব্দ হিচাবে "ভেদজ্ঞান"—এনে বহু নতুন শব্দ বা নতুন প্ৰয়োগ এই লেখকেই ১৯৬০ৰ পৰা ১৯৬৫ চনৰ ভিতৰত প্ৰথমে কৰিছিল।

এইবোৰ ৰচনাত যে কেৱল তৎকালীন অসমীয়া লেখকসকলৰ দোষ-ত্ৰুটিহে উন্মোচিত হৈছিল এনে নহয়। বৰং এইবোৰ দোষ-ত্ৰুটিৰ বিপৰীতে দেশী-বিদেশী সাহিত্যত নিটোল, সুষম আৰু বাঙ্ময় সৃষ্টিৰ শাশ্বত নিদৰ্শনবোৰলৈ সদায় অসমীয়া পাঠকৰ দৃষ্টি আকৰ্ষণ কৰা হৈছিল। আনকি "আধুনিকতা"ৰ ছাঁয়াত বা-বলাই ফুৰা অসমীয়া কবিসকলে যেতিয়া পুৰণা চামৰ কবিসকলক বিশেষ গুৰুত্ব দিয়া নাছিল আৰু তেওঁলোকৰ পৰা বিশেষ শিকিবলগীয়া কিবা আছে বুলি যেতিয়া ভবা নাছিল, সেই সময়তে ১৯৬০ চনত ওলোৱা মোৰ "অম্বিকাগিৰি আৰু মানবায়তন" প্ৰবন্ধত অম্বিকাগিৰিৰ ভাষাৰ কাব্যিক সাৰ্থকতা আঙুলিয়াই দি আধুনিক কবিক তাৰপৰা শিক্ষা লবলৈ কৈছিলোঁ।

জ্যোতিপ্ৰসাদৰ "কাৰেঙৰ লিগিৰী" আৰু বীণা বৰুৱাৰ 'জীৱনৰ বাটত'"—এই দুখন কিতাপৰ বিষয়ে আগতে ডঃ মহেশ্বৰ নেওগ, ডঃ সত্যেন শৰ্মা, ভবানন্দ দত্ত, মুনীন বৰকটকী প্ৰভৃতি সমালোচকে আলোচনা কৰিছিল। কিন্তু আধুনিক অসমীয়া সামাজিক আৰু সাংস্কৃতিক চেতনাৰ বাবে এই দুয়োখনতে কেন্দ্ৰীয় গুৰুত্ব ময়েই আবিষ্কাৰ কৰিছিলোঁ। "জীৱনৰ বাটত" উপন্যাসৰ কাহিনীৰ নৈতিক মৰ্ম আৰু "কাৰেঙৰ লিগিৰী" নাটকৰ ট্ৰেজেডিৰ সামাজিক তাৎপৰ্য্য পোনপ্ৰথমে ময়েই উদঘাটন কৰিছিলোঁ। একে সময়তে ৰবীন্দ্ৰনাথ আৰু কাফ্কা সম্পৰ্কে অসমীয়া আৰু ইংৰাজী ভাষাত ( Mainstream কাকতত ) প্ৰবন্ধ লেখিছিলোঁ। এইবোৰ কৰা হৈছিল তৎকালীন অসমীয়া পাঠকসমাজৰ তৰল সাহিত্যচেতনা আৰু অস্পষ্ট মূল্যবোধক অধিক সুনিশ্চিত, সুস্পষ্ট, সজীৱ আৰু ফলবান কৰাৰ উদ্দেশ্যে।

সেই উদ্দেশ্য বিশেষ সফল হৈছে বুলি কোৱা টান। আমাৰ পিছত এই ধাৰাত ভবেন বৰুৱা আদিয়ে বিস্তাৰিত অধ্যয়ন তথা বিশ্লেষণ আগবঢ়ালে। এই পৰবৰ্ত্তী লেখকসকলে নতুন আবিষ্কাৰ আৰু অন্তৰ্দৃষ্টি অৱদান নিদিয়াকৈ থকা নাই। কিন্তু আগতে কৈ অহা কথাখিনিয়ে প্ৰমাণ কৰে যে সমালোচনাৰ এই নতুন ধাৰাৰ লক্ষ্য, দিশ আৰু ভাবমণ্ডল আমাৰ ১৯৬০ৰ পৰা ১৯৬৫ চনৰ ভিতৰত ৰচিত প্ৰবন্ধ সমূহেই মোটামুটি নিৰ্দ্ধাৰণ কৰি দিয়ে।

এই কথাও পাহৰিলে নচলিব যে মোৰ সেই মতামতবোৰ আৰু বিশ্লেষণবোৰে আন দহটা গতানুগতিক বস্তুৰ দৰে সহজ স্বীকৃতি পোৱা নাছিল। ৰক্ষণশীলৰ দল টঙালি বান্ধি এই নতুন চিন্তাক মহিমূৰ কৰিবলৈ উঠিপৰি লাগিছিল। যথেষ্ট বাক্‌বিতণ্ডা হৈছিল আৰু এই লেখকৰ ওপৰত বিস্তৰ গালি-গঞ্জনা বৰ্ষিত হৈছিল। আজি অৱশ্যে এচাম শিক্ষিত, চিন্তাশীল আৰু অনুভূতিশীল লোকৰ বাবে এইবোৰ মতামত পুৰণা কথাৰ দৰে সুপৰিচিত হৈ পৰিছে। তেওঁলোকে কেতিয়াবা পাহৰি যায় যে বৌদ্ধিক সংগ্ৰামৰ জৰীয়তেহে এই নতুন সাহিত্যিক চেতনা প্ৰতিষ্ঠিত হৈছিল। সাহিত্যবোধ আৰু ৰুচিক নতুন দিশলৈ লৈ যাবলৈ যি সৃষ্টিশীল কল্পনা, সজীৱ অনুভূতি আৰু মেধাৰ প্ৰয়োজন, আৰু তাৰ লগতে প্ৰচলিত বদ্ধমূল ধাৰণাক প্ৰত্যাহ্বান জনাই ৰক্ষণশীলৰ ভ্ৰূকুটিৰ সন্মুখত অটল হৈ থাকিব পৰা যি সাহস আৰু দৃঢ়তাৰ প্ৰয়োজন

—১৯৬০—১৯৬৫ চনৰ প্ৰবন্ধবোৰত সেইবোৰৰ চিন নাই বুলি একেবাৰে ক্ষীণদৃষ্টিৰ নাইবা নিৰ্বোধ মানুহেহে কব।

ভবেন বৰুৱাইঁতে ১৯৬৭-৬৮ চনত কৈছিল যে মোৰ এই মূল ৰচনা কেইখনৰ কথাবোৰ "ঠাবতে কোৱা বাবে" সৰ্বসাধাৰণ অসমীয়া পাঠকে তাৰ মৰ্ম আৰু মূল্য অনুধাবণ কৰিবলৈ অসমৰ্থ হ'ল। তেওঁলোকে এই অভাৱ পূৰণৰ বাবে বিস্তাৰিত খুটিনাটিপূৰ্ণ আলোচনাৰে বক্তব্য প্ৰতিপন্ন কৰিবলৈ বিচাৰিলে। কিন্তু আমি যি কাম কৰিব নোৱাৰিলোঁ তেওঁলোকে ভালদৰে তাক সমাধা কৰিলে বুলি ভবিবৰ থল নাই। আজিৰ কেইজন অসমীয়া পাঠকে অন্তৰৰ পৰা উপলব্ধি কৰে যে জ্যোতিপ্ৰসাদৰ স্থান ভূপেন হাজৰিকাতকৈ বহুত ওপৰত? কেইজন পাঠকে ভাষাৰ কাব্যিক প্ৰয়োগ সম্পৰ্কে যথাৰ্থ চেতনা অৰ্জন কৰিছে।

নতুন সমালোচনাৰ ধাৰাৰ এই অন্তৰ্নিহিত দুৰ্বলতাৰ মূলতে আছে অসমীয়া মধ্যবিত্ত সংস্কৃতিৰ দুৰ্বলতা। মই যেতিয়া নতুন সমালোচনাৰ ধাৰা অসমত প্ৰৱৰ্ত্তন কৰো তেতিয়া এক গদ্‌গদ অসমীয়া জাতীয়তাবোধে মোক অনুপ্ৰাণিত কৰিছিল। মোৰ ধাৰণা হৈছিল যে বিশ্বৰ উচ্চস্তৰ সাংস্কৃতিক মান আৰু প্ৰমূল্য আয়ত্ত কৰি অসমলৈ আমদানি কৰিলেই অসমতো অচিৰে সেই ধৰণৰ উচ্চমান শিপাব পাৰিব। কথাটো আংশিকভাবেহে সত্য। কলিকতা বা কে'ম্ব্ৰিজত যিটো বস্তু বহুলোকে বহু যুগ ধৰি অধ্যৱসায়েৰে চৰ্চা কৰি গঢ়ি তুলিছে, অসমত আমি খন্তেকতে সেই ফল পাব নোৱাৰোঁ। তাতকৈ ডাঙৰ কথা এয়ে যে এনে ধৰণৰ সংস্কৃতি চৰ্চাৰ বাবে যি বাস্তৱ সামাজিক ভিত্তি লাগে—নিৰংকুশ আৰ্থিক স্থিতি আৰু অৱসৰ থকা যথেষ্ট লোক—অসমত তাৰ সম্ভাৱনা আছিল ক্ষীণ। অসমীয়া মধ্যবিত্ত জীৱনৰ ভেটিত সামান্য বিপদতে ফাট মেলে।

অৱশ্যে দুজনমান লোকে যে এই নতুন সাহিত্যিক চেতনাৰ পৰা উপকৃত হৈছিল, আৰু তাৰ ফলত তেওঁলোকৰ সৃষ্টিত যে এক নতুন গাঢ়তা আহিছিল, সেই বিষয়ে সন্দেহ নাই। নীলমণি ফুকনে তেওঁৰ প্ৰথম কাব্যগ্ৰন্থ "সূৰ্য্য হেনো নামি আহে এই নদীয়েদি" প্ৰকাশিত হওঁতে মোলৈ কপি এটা পঠাই ক'বৰবাত মতামত প্ৰকাশ কৰিবলৈ অনুৰোধ কৰিছিল। তাৰ পিছৰ পুৰুষতো দুই-এক কৃতী সমালোচক এই ধাৰাৰ প্ৰভাৱৰ পৰা উপকৃত হোৱা যেন বোধ হয়। কিন্তু বেছিভাগেই ইয়াৰ

তাৎপৰ্য্য বুজিবলৈ অক্ষম। বৰং ধীৰেন্দ্ৰ বেজবৰুৱাৰ দৰে অলস আত্মম্ভৰিতা আৰু অজ্ঞতাৰে ইয়াৰ সামান্য জেউতিকণো এন্ধাৰত ডুবাই দিবলৈ কোনো কোনো লোকক কৃতসংকল্প যেন দেখা যায়।

অসমীয়া জাতীয়তাবোধ আৰু ইংগ-মাৰ্কিন পণ্ডিতী সমালোচনা— দুয়োটাৰে সংসৰ্গত আধুনিক অসমীয়া সমালোচনাৰ জন্ম। সত্তৰৰ দশকত ইংগ-মাৰ্কিন সমালোচনাত এটা বিদ্ৰোহ ঘটিল। মতাদৰ্শ বিবৰ্জিত সাহিত্য অধ্যয়ন সম্পৰ্কে আজিৰ ব্ৰিটিছ আৰু মাৰ্কিন সমালোচকৰ শীতল মনোভাৱ। আনহাতে অসমীয়া জাতীয়তাবাদেও ভাৰতীয় একচেতিয়া পুঁজিবাদৰ অপৰাহ্নত স্বাভাৱিক প্ৰকাশৰ বাট বিচাৰি নাপাই বৰ্বৰতা, ভণ্ডামি আৰু অসত্যৰ আশ্ৰয় লৈছে। নতুন সমালোচনাৰ ভবিষ্যত সেয়ে ধুঁৱলিকুঁৱলি।

আমাৰ দোষ খোঁচৰাসকলে এহাতে যেনেকৈ ইংগ-মাৰ্কিন প্ৰভাৱত গঢ় লোৱা আধুনিক অসমীয়া সমালোচনাৰ সঠিক ইতিহাস দাঙি ধৰিব পৰা নাই, ঠিক তেনেকৈ সেই ধাৰাৰ অন্তৰ্নিহিত দুৰ্বলতাও উদ্ঘাটন কৰিব পৰা নাই। কি অনুসন্ধান, কি বিশ্লেষণ—এটাতো তেওঁ অন্তৰ্ভেদী মৌলিকতা আৰু সততাৰ পৰিচয় দিব পৰা নাই। যোৱা সংখ্যাত কেইটামান তথ্যপ্ৰমাণসহ এই যুক্তিকে আগবঢ়োৱা হৈছিল যে আধুনিক অসমীয়া সমালোচনাৰ প্ৰতিষ্ঠাতা হিচাবে এই প্ৰবন্ধ-লেখকৰ এক দিক্‌দৰ্শী আৰু সৃষ্টিশীল ভূমিকা আছে। ইংগ মাৰ্কিন সমালোচনাৰ অস্ত্ৰাগাৰৰ পৰা সকলো মূল ধ্যান-ধাৰণা ধাৰ কৰিলেও প্ৰথমাৱস্থাত অকলশৰেই অসমীয়া সাহিত্যৰ ক্ষেত্ৰত সেইবোৰ প্ৰয়োগ কৰিছিল এই লেখকে। অসমীয়া সাহিত্যৰ ঐতিহ্যৰ প্ৰকৃত জীৱন্ত সুঁতী কোনটো অতীতৰ কোনসকল লেখক আমাৰ বৰ্তমান আৰু ভবিষ্যতৰ বাবে তাৎপৰ্য্যপূৰ্ণ, কি দৃষ্টিকোণৰ পৰা বৰ্তমানৰ লেখক সকলৰ ৰচনা পৰীক্ষা কৰিব লাগিব—এইবোৰ গুৰুত্বপূৰ্ণ প্ৰশ্নৰ অৱতাৰণা কৰি তাৰ যথোচিত উত্তৰৰ বাট মুকলি কৰিছিল এই লেখকেই। কিন্তু এই কথাও ঠিক যে ১৯৬৭-৬৮ চন মানৰ পৰা ক্ৰমে ক্ৰমে এই ধাৰাৰ প্ৰতি আস্থা হেৰুৱাই অৱশেষত এই লেখকে সাহিত্য-আলোচনাৰ অন্য approachৰ অন্বেষণত ধৰিলে।

তৰলমতি মানুহে ভাবিব পাৰে যে এইটো চঞ্চলতাৰ লক্ষণ। এজনে তো 'মুৰ পোলোকা মৰা'ৰ অভিযোগ কৰিছিল এসময়ত। এই

ধাৰাত আকণ্ঠ নিমজ্জিত হৈ থকা সকলে হয়তো বুজিব নোৱাৰে এই ধাৰাৰ দিশ আৰু গতি সম্পৰ্কে অতি গুৰুতৰ অভিযোগ উঠিব পাৰে। হয়তো নিজকে ফাকি দি তেওঁলোকে বুজিবও নোখোজে।

অধ্যয়ন আৰু চিন্তাৰ বিস্তৃতি কিছু পৰিমাণে থকা লোকেও এই ভুল কৰে কিয়? কাৰণ এই ধাৰাই নিজৰ মূল বিশ্বাস আৰু কেন্দ্ৰীয় ধাৰণাবোৰ বস্তুনিষ্ঠ বিচাৰৰ বাবে পোহৰলৈ আনিব নোখোজে। লীভিছ আদি সমালোচকে নিজৰ জীৱন আৰু সমাজসম্পৰ্কীয় ধাৰণাৰ প্ৰত্যক্ষ সমৰ্থন বা প্ৰমাণ পায় তেওঁলোকে পছন্দ কৰা সাহিত্যত, আকৌ তেওঁলোকে সেইবোৰ সাহিত্য পছন্দ কৰাৰ যুক্তি বিচাৰি পায় তেওঁলোকৰ উক্ত ধাৰণা তথা বিশ্বাসবোৰত। দুয়োবিধ বস্তুৰ বিষয়ে তেওঁলোকৰ প্ৰতিপাদ্য অত্যন্ত মতান্ধ (dogmatic)। ন্যায়শাস্ত্ৰত এই বস্তুটোৰ নাম হ'ল কূটবৃত্ত (Vicious Circle)। এনে কূটবৃত্ত আৰু মতান্ধতাৰ প্ৰতি তেওঁলোকৰ আসক্তিৰ প্ৰধান কাৰণ এয়ে যে তেওঁলোকৰ মূল ধ্যান ধাৰণাবোৰৰ বিকল্প ধ্যান-ধাৰণা—যেনে মাৰ্ক্সবাদ—তেওঁলোকে মুকলিমনেৰে বিচাৰ কৰি চাব নোখোজে। বেছিভাগ ইংগ-মাৰ্কিন 'নতুন সমালোচক' (New Critic) হ'ল ৰাজনীতিত সংশয়বাদী বা প্ৰতিক্ৰিয়াশীল।

মাৰ্ক্সবাদীসকলেই যে কেৱল এনে কথা কৈছে তেনে নহয়। ১৯৭১ কি ১৯৭২ চনতে আমেৰিকাৰ অন্যতম বিশিষ্ট সমালোচক ফিলিপ ৰাভে (Philip Rahv) তেওঁৰ এখন ৰচনাত আঙুলীয়াই দিছিল যে নতুন সমালোচকসকলে নিজকে ভগবানৰ দৰে সময় আৰু ইতিহাসৰ ঊৰ্দ্ধত বুলি ভাবে। তেওঁলোকে শেক্সপীয়াৰ, মিল্টন আৰু এ'লিয়ট আদিৰ বিষয়ে যিবোৰ মত দিছে সেই মতবোৰ যে কিছুদূৰ তেওঁলোকৰ যুগ আৰু পৰিবেশৰ প্ৰভাৱত দিব পাৰে মানি নোলোৱাৰ ফলত তেওঁলোক কুকুৰীকণা হৈছে। ফিলিপ ৰাভক অৱশ্যে আমি সুধিব পাৰোঁ এই ঐতিহাসিক স্বাতন্ত্ৰ্যধৰ্মিতাৰ কাৰণ কি? আমাৰ ধাৰণা যে নিজৰ মতামতৰ ওপৰত সমাজ আৰু ইতিহাসৰ প্ৰভাৱ মানি ললে তেওঁলোকৰ মতাদৰ্শই বিপদত পৰিব। তেওঁলোকে জীৱনত নিৰাপত্তা বিচাৰি পাইছে সময়ক অস্বীকাৰ কৰি। এই শামুকৰ খোলাটো ভাঙিব পাৰে বুলি ভাবিলেই তেওঁলোকৰ মূৰ ঘূৰি যায়।

ইয়াৰেই অন্যতম ফলস্বৰূপে দেখা গৈছে তেওঁলোকৰ পদ্ধতি-পূজা।

দাবি-কমা-চেমিকোলন পৰ্য্যন্ত বাদ নিদিয়াকৈ সাহিত্যবস্তুৰ প্ৰতিটো বাক্য আৰু বাক্যাংশ তন্ন তন্নকৈ পৰীক্ষা কৰি তেওঁলোকে তাৰ সাহিত্যিক ৰস আৰু মূল্য ( value ) সাব্যস্ত কৰে। সন্দেহ নাই এই পদ্ধতিয়ে ( method ) সাহিত্যৰ ৰস আৰু মূল্য সম্পৰ্কে আমাৰ চেতনা বহু উন্নত আৰু সমৃদ্ধ কৰিছে। কিন্তু এই পদ্ধতিৰ জড়পূজাই সাহিত্য-বোধ বহুক্ষেত্ৰত পংগু আৰু বিকৃত কৰিছে। পদ্ধতিৰ নামত প্ৰতিজন সমালোচকে নিজ নিজ মনৰ বদ্ধমূল ধাৰণাবোৰক সমালোচনাৰ উৰ্দ্ধত প্ৰতিষ্ঠা কৰিছে মাত্ৰ। ভাষাৰ কাৰিকৰিৰ সূক্ষ্ম বিশ্লেষণত ব্যস্ত হৈ তেওঁলোকে পাহৰিছে ভাষাৰ পিছত থাকে এটা মন, সেই মনটোৰ লগত থাকে এখন সমাজ, এটা যুগ। তেওঁলোকৰ নিজৰ মনৰ বিষয়ীগত প্ৰৱণতা ( Subjective bias ) সম্পৰ্কেও তেওঁলোক অসতৰ্ক হোৱাত বহুত মজাৰ ঘটনা ঘটিছে। জন ৱেইনে দেখুৱাইছে কেনেকৈ মাৰ্কিন নব্য সমালোচনাৰ গুৰু ক্লেয়া'ন্থ ব্ৰুক্‌ছে ( Cleanth Brooks ) ডব্লু বি ইয়েৎছৰ এটা কবিতাত 'solider Aristotle' এই শব্দ দুটা ভুলতে 'soldier Aristotle' বুলি পঢ়ি বহুত কুস্তিকছৰৎ কৰিছে আৰিস্ততলক ইয়েৎছে কিয় চিপাহী বুলিছে তাৰ ব্যাখ্যাত !!!

১৯৭৭ চনৰ ২০ মেইৰ Times 'Literary Supplement'ত জন কেইছি নামৰ এজন প্ৰখৰ বুদ্ধিৰ ডেকা সমালোচকে প্ৰসংগ ক্ৰমে মন্তব্য কৰিছে. 'Practical Criticism has come under increasing attack ( not least in the University which nurtured it ) The very fact that it has Presented itself as a method has been a ground of Criticism Practical Criticism has provided the Scholasticism for the insights of the true innovators' ( "ব্যৱহাৰিক সমালোচনা" ক্ৰমে বেছিকৈ আক্ৰমণৰ সন্মুখীন হৈছে—আনকি যিখন বিশ্ববিদ্যালয়ত তাৰ বিকাশ হৈছিল তাতো। ই যে নিজকে এটা পদ্ধতি হিচাবে দাবি ধৰিছে সিও আক্ৰমণৰ এটা কাৰণ যিসকলে প্ৰকৃততে এই ব্যৱহাৰিক সমালোচনা উদ্ভাৱন কৰিলে তেওঁলোকৰ অন্তদৃষ্টি আজিৰ ব্যৱহাৰিক সমালোচনাত এটা নিৰ্জীৱ পাণ্ডিত্যত পৰিণত হৈছে। )

শেষৰ বাক্যটো অসমীয়া সমালোচনাৰ বাবেও তাৎপৰ্য্যপূৰ্ণ। এনে ধৰণৰ সতৰ্কবাণী এটা ১৯৭০ চনতে মোৰ 'সাহিত্যৰ সত্য'ৰ পাতনিত

শুনোৱা হৈছিল। কিন্তু 'দেশৰ ঠাকুৰ এৰি বিদেশৰ কুকুৰ পূজা' আমাৰ পণ্ডিতসকলে সেই সতর্কবাণীৰ মূল্য আৰু কি বুজিব? ফলত আধুনিক অসমীয়া সমালোচনাৰ শ্ৰেষ্ঠ নিদর্শনবোৰতো সাহিত্যৰ স্বৰূপ হেৰাই গৈছে শব্দৰ নির্জীব বিশ্লেষণ আৰু ভাষাৰ যান্ত্রিক বিচাৰত। বহুক্ষেত্ৰত এনে বিশ্লেষণ পঢ়ি উঠি পাঠকে অ'ত ত'ত দুই চাৰিটা বাক্য বুজাত সহায় পায়—কিন্তু সামগ্রিক উপলব্ধি হিচাবে আৰু এক জীৱন্ত মনৰ অভিব্যক্তি হিচাবে সাহিত্যবস্তুৰ যি সত্তা—এটা কবিতাৰ যি প্ৰকৃত প্ৰাণস্পন্দন—তাক বুজিবলৈ অসমৰ্থ হয়। 'সাহিত্যৰ সত্য'ৰ বেটুপাতত দিয়া কথাষাৰ সেয়ে আজিও প্ৰাসংগিক।

'সাহিত্য-সমালোচনাত পদ্ধতি সুশৃংখল চিন্তা আৰু গৱেষণাৰ প্ৰমাণ। কিন্তু পদ্ধতি সমালোচনাৰ শেষ কথা নহয়। সমালোচনাৰ মূল্য শেহান্তৰত নির্ভৰ কৰিব জীৱনবোধৰ গভীৰতাৰ ওপৰত।'

সম্প্রতি এই কথাষাৰ আৰু গভীৰ খেদৰে অনুভৱ কৰিবলৈ বাধ্য হৈছোঁ। জ্যোতিপ্রসাদ বা অম্বিকাগিৰি যে কেৱল শব্দৰ ৰস চেপি সাহিত্যৰ কলহত ভৰোৱা কাৰিকৰ নাছিল—'এক জটিল, সংঘাতপূর্ণ জীৱনৰ অংশীদাৰ আছিল এক জটিল, সংঘাতপূর্ণ যুগত'—সেই কথা আমি মনত ৰাখিছোঁ নে? সেইটো বাদ দিলে সাহিত্যত কি থাকিব? সাহিত্য এক ধৰণৰ 'ৰাহিত্য'ত অধঃপতিত হব। সাহিত্যিক আৰু পাঠক নিশ্চয় শব্দ তথা ভাষাৰ বিপুল আৰু বৰ্ণবহুল ঐশ্বৰ্য্যৰ বিষয়ে সচেতন আৰু তাৰ প্ৰতি মনোযোগী হব লাগিব। কিন্তু তাৰ ব্যৱহাৰ হব কি উদ্দেশ্যে, কিহৰ স্বাৰ্থত? এই প্ৰশ্নৰ বিস্তাৰিত আৰু গভীৰ আলোচনা নহলে আমাৰ সমালোচনাই সাহিত্যৰ প্ৰাণৰসত শিপাব নোৱাৰিব, কাগজৰ ফুলৰ ৰংচঙীয়া চমকতে সন্তুষ্ট থাকিব লাগিব।

মূল প্ৰশ্নৰ পৰা এই পলায়ন 'সাহিত্যৰ সত্য'ত নাছিল। জীৱনবোধৰ উপলব্ধি, সেই সম্পর্কে অন্বেষণ আৰু ভাষা তথা আংগিকৰ প্ৰতি সঁহাৰি এই দুই মেৰুৰ মাজত প্রবাহিত তাৰ চিন্তাধাৰাত সেয়ে আছিল এক তীব্র tension, কিন্তু পৰৱৰ্তী অসমীয়া সমালোচনাত জীৱনবোধৰ প্ৰশ্নটো হয় পোত খাই গ'ল, নহয় প্ৰশ্ন হিচাবে, জিজ্ঞাসা হিচাবে বাচি নাথাকি এক নিষ্প্ৰাণ আৰু মতান্ধ পূৰ্বসিদ্ধান্ত ( assumption ) হিচাবে ঠেৰেহা মাৰি ৰ'ল।

বেজবৰুৱাৰ দৰে পল্লৱগ্ৰাহী পাঠকে, ভাবিব পাৰে আৰু অম্বিকাগিৰি

অনাতাঁৰ কেন্দ্ৰৰ কেতবোৰ বৰুৱাই ভাবে যে কাৰো খ্যাতি আৰু প্ৰাত্তষ্ঠাত ঈৰ্ষাত জলিপুৰি মই এই সমালোচনা কৰিছোঁ। আচলতে অসমীয়া সাহিত্যত যি জীৱনবোধ ফুটি উঠিছে সেই বিষয়ে মই গভীৰভাবে সজাগ, উৎকণ্ঠিত, চিন্তিত। অসমীয়া সমাজৰ ভৱিষ্যত সম্পৰ্কে মই একেদৰেই সম্পৃক্ত ( concerned )। সেই বাবেই জীৱন আৰু সমাজৰ অবিচ্ছেদ বিনিময়ৰ মাধ্যম সাহিত্যৰ স্বাস্থ্য সম্পৰ্কেও মই ভাবিত।

১৯৭৪ চনত সাহিত্যসভাই মঙ্গলদৈ অধিবেশন উপলক্ষে উলিওৱা 'মধ্যবিংশ শতিকাৰ অসমীয়া সাহিত্য'ত সমালোচক ইমদাদ উল্লাহে ভবেন বৰুৱা সম্পৰ্কে এটি সুচিন্তিত মন্তব্যত কৈছে 'কিন্তু ভবেন বৰুৱাই সাহিত্য সৃষ্টিৰ অন্তৰ্নিহিত ভাবজগতৰ বিশ্লেষণত যি পাৰদৰ্শিতা দেখুৱাইছে—সেই তুলনাত কাব্য নাইবা সাহিত্যৰ সামগ্ৰিক মূল্যায়নৰ পিনে বিশেষ মনোযোগ দিয়া নাই।' ( পৃঃ ১১৯ ) ঠিক কথা। কিন্তু ইমদাদ উল্লাহে প্ৰশ্ন কৰা উচিত, কিয় মনোযোগ দিয়া নাই? ই এটা আংশিক আৰু উপৰুৱা ত্ৰুটি নে এক মৌলিক বিকাৰ? আগৰ দশকৰ তুলনাত বৰুৱা আজি অধিক সতৰ্ক, অধিক অধ্যয়নপুষ্ট মনৰ অধিকাৰী। কিন্তু বীৰেশ্বৰ বৰুৱাৰ 'লিলিৰ আবেলি'ৰ সমালোচনাত তেওঁ যি প্ৰগল্‌ভ ভাবোচ্ছ্বাস আৰু সংযমহীন ভাবানুষংগৰ ( association ) খেলা দেখুৱালে, কবিতাৰ 'সিহঁতৰ' প্ৰতি বীৰেশ্বৰ বৰুৱাৰ ভাবালু ক্ৰোধত যিদৰে সমৰ্থন জনালে, আৰু তেনেকৈ এটা মামুলী কবিতাক ওপৰলৈ তুলিবলৈ যি কচৰৎ কৰিলে সি সঁচাকৈ বিস্ময়কৰ। তেনেকৈ সুপৰিচিত কবিতাৰ বিশ্লেষণতো তেওঁৰ ৰসগ্ৰাহিতা মাজে মাজেহে বিজুলীয়াইছে—বেছিভাগ ক্ষেত্ৰত জঞ্জালে তাক আৱৰি ধৰিছে।

এইটো হবলৈ পাইছে কেনেকৈ? জীৱনৰ মূল সমস্যাবোৰৰ সম্পৰ্কে উন্মুক্ত সঁহাৰি আৰু গভীৰ সন্নিধানৰ অভাৱতে এনে হোৱা নাইনে? এইটো অৱশ্যে এক ব্যক্তিগত দুৰ্বলতা নহয়। যি শ্ৰেণীৰ লগত তেওঁ নিজৰ অৱস্থান বাচি ল'লে, যি শ্ৰেণীৰ ধুৰন্ধৰবোৰে তেওঁক নিজৰ ধূৰ্ত্ত উদ্দেশ্য ঢাকি মানমৰ্য্যদাৰে আবৰি পেলাইছে—সিহঁতৰ ব্যাধিয়ে তেওঁৰ প্ৰাণতো সংক্ৰমিত হৈ তাৰ সৃষ্টিশীলতা পংগু কৰিছে।

এনে অভিযোগৰ উত্তৰত তেওঁ হয়তো কব 'অনেকান্তবাদ'ৰ কথা। ৰাজনীতিয়েই জীৱনৰ সৰ্বস্ব নহয়। কিন্তু অনেকান্তবাদে সুবিধাবাদৰ

ৰূপ লবলৈ কিমানপৰ ? কোনো মতাদৰ্শ খন্তেকলৈ মানি লৈ খুন্দা খালে তাক গৰম আলুৰ দৰে মুখৰপৰা উলিয়াই দিয়া—তাকোতো অনেকান্তবাদৰ নামত কৰিব পাৰি ? সেয়ে অসমীয়া সমাজ আৰু সংস্কৃতিৰ এই গভীৰ সংকটৰ সময়ত অনেকান্তবাদ যথেষ্ট নহয়। সাহস আৰু সততাৰে সমস্যাৰ সন্মুখীন হব লাগিব।

ভবেন বৰুৱাৰ সংস্কৃত মন, পৈণত ৰুচিবোধ, সতৰ্ক আৰু পৰিশ্ৰমী অধ্যয়নৰ মূল্য হ্ৰুই কৰা আমাৰ অভিপ্ৰায় নহয়। মোৰ মনত পৰে ১৫/১৬ বছৰ আগতে কি উৎসাহেৰে আমি দুয়ো অসমীয়া সংস্কৃতি উন্নত আৰু সমৃদ্ধ কৰাৰ কামত লাগি গৈছিলোঁ! কিন্তু সংস্কৃতি শূন্যত ভাহি নাথাকে। এক সামাজিক কাঠামোৰ (framework) মাজত হে সি বৰ্ত্তি থাকে আৰু সেই কাঠামোৰ মালিকবিলাকৰ কুটিল ইচ্ছাই বহুসময়ত তাৰ গতিবিধি নিয়ন্ত্ৰণ কৰে। ভবেন বৰুৱাৰ গুণ-গৰিমাৰ পৰিচয় পাই ধূৰ্ত্ত অসমীয়া শাসকশ্ৰেণীয়ে তাক নিজৰ স্বাৰ্থত ব্যৱহাৰ কৰিবলৈ উঠি পৰি লাগিল। ফলত তেওঁৰ মূল প্ৰেৰণা আৰু উদ্দেশ্য অৱশেষত সংকীৰ্ণ আৰু বিকৃত হৈ এমুঠি স্বাৰ্থান্ধ লোকৰ উদ্দেশ্যসিদ্ধিৰ সহায়ক হৈ পৰিল। শাসক শ্ৰেণীৰ এনে প্ৰলোভনৰ বিৰুদ্ধে যি প্ৰচণ্ড অহমিকা আৰু অৱজ্ঞাৰে এক আৰ লীৰিছে তেওঁৰ ঐকান্তিক সাধনা চলাই গৈছিল, বৰুৱাই তেনে আপোচহীন মনোভাৱ শেষপৰ্য্যন্ত ৰক্ষা কৰিব নোৱাৰিলে। তেওঁ লীৰিছৰ দৰেই প্ৰগতিবাদী বিলাকক আক্ৰমণ কৰি থাকিল কিন্তু ধূৰ্ত্ত, মতলবী, ফিলিষ্টিন শাসকশ্ৰেণীৰ তৰল আৰু তৰাং মূল্যবোধৰ বিৰুদ্ধে লীৰিছৰ সংগ্ৰাম চলাই যাব নোৱাৰিলে। পৰা হলে তেওঁ আকাশবাণীৰ কেতবোৰ মৰ্কট জাতীয় কলাকাৰৰ গদ্‌গদ্‌ প্ৰশংসাতকৈ আমাৰ কঠোৰ সমালোচনাক অধিক সমাদৰ কৰিলে-হেঁতেন।

যি পৰিবেশত ভবেন বৰুৱাৰ দৰে এজন চিন্তাশীল আৰু অধ্যয়ন প্ৰিয় লোকে তৰল মধ্যবিত্ত নিৰাপত্তালোভ আৰু আত্মকেন্দ্ৰিকতাৰ কবলত পৰিল, সেই পৰিবেশৰ আচল চৰিত্ৰ সম্পৰ্কে নিৰ্মোহ আৰু সজাগ অনুসন্ধান চলাবলৈ তেওঁৰ প্ৰবৃত্তি নহ'ল। বৰং অসমীয়া সমাজ ৰুচি আৰ কৃষ্টিৰ পিনৰ পৰা পিছপৰা বুলি ধৰি লৈ তেওঁ পৰোক্ষভাৱে এই পৰিবেশৰ ধূৰ্ত্ত মালিকবৃন্দৰ বশ্যতাহে স্বীকাৰ কৰিলে। অসমীয়া সমাজ তথা জীৱনত ঐতিহাসিক আৰু বিশ্বজনীন উপাদান সমূহে কেনে

সংঘাতত নামিছে তাৰ যথাযথ বিশ্লেষণ নকৰি তেওঁ স্বেচ্ছাই এক সীমাবদ্ধ গণ্ডীৰ মাজত এক সংকীর্ণ সমালোচনাৰ পদ্ধতি অনুসৰণ কৰিছে। বুদ্ধিমান লোক বাবেই এই পদ্ধতিৰ দৈন্য আৰু তেওঁৰ ৰচনাত তথা চিন্তাত এক গতিশীল সমগ্ৰতাৰ ( totality ) অভাৱ বৰুৱাই উপলব্ধি নকৰাকৈ থকা নাই। কিন্তু বিশ্বাসৰ যন্ত্ৰণাময় ৰূপান্তৰৰ মাজেদি যাব নুখুজি তেওঁৰ মনে আশ্ৰয় বিচাৰি লৈছে অনেকান্তবাদৰ জাকৃজমকীয়া খোলাৰ মাজত।

অনেকান্তবাদী দর্শন গ্ৰহণৰ যথার্থ্য বৰুৱাই এই ধৰণে প্ৰমাণ কৰিবলৈ বিচাৰিছে ° জীৱন বিচিত্ৰ, বেলেগ বেলেগ ক্ষণত আৰু বেলেগ বেলেগ দিশত বেলেগ বেলেগ দৃষ্টিকোণেহে এই বৈচিত্ৰ্যৰ প্ৰতি সুবিচাৰ কৰিব পাৰে। তাৰ ঠাইত কোনো নির্দিষ্ট দর্শনক absolute হিচাবে গ্ৰহণ কৰা মানেই অনিবাৰ্য্যভাৱে একদেশদর্শিতাৰ গৰাহত পৰা।

মতান্ধতাৰ বিপদ সম্পৰ্কে বুদ্ধিমান লোক মাত্ৰেই সচেতন হবলৈ বাধ্য। সেইবুলি অনেকান্তবাদ তাৰ বিকল্প হব নোৱাৰে। ই আচলতে চৰম আপেক্ষিকতাবাদ তথা সংশয়বাদৰ ওলোটাপিঠি মাত্ৰ। কাৰ্য্যক্ষেত্ৰত ইয়াৰ পৰিণতি হ'ল সুবিধাবাদ। সংকটৰ সময়তহে, সংকটৰ জৰীয়তেহে কোনো নীতি, বিশ্বাস বা আদর্শৰ চৰম পৰীক্ষা হয়। তাহানিৰ বাইবেলৰ জ'বৰ কাহিনীৰ পৰা মহাভাৰতৰ অসংখ্য উপাখ্যানলৈ বহু শ্ৰুতিৰ মাজেদি এই বিষয়ে মানুহৰ এক চিৰন্তন উপলব্ধি ঘোষিত হৈ আছে। কোনো মতাদর্শ অনুগমনৰ ফলস্বৰূপে সাধক যিবোৰ অপ্ৰত্যাশিত, ক্ষতিকৰ, বেদনাদায়ক পৰিণামৰ সন্মুখীন হবলগা হয়, সেইবোৰ সাহস আৰু সাধুতাৰে গ্ৰহণ কৰিলেহে মতাদর্শ বা ব্যক্তিজীৱনে গভীৰতা অৰ্জন কৰাৰ সুযোগ পায়। এনে পৰিস্থিতিৰ পৰা পলাই ফুৰিলে মতাদর্শ নিতান্ত পোচাকী বস্তু হৈ পৰে।

বৰুৱাই ভবাদৰে অনেকান্তবাদ শ্ৰেণীসম্পৰ্কবিবৰ্জিত এক বিৰল আৰু সূক্ষ্ম দর্শন নে? কাৰ্য্যক্ষেত্ৰত কিন্তু অসমীয়া মধ্যবিত্ত বুদ্ধিজীৱী প্ৰায় প্ৰতিজনেই একোজন উৎসাহী আৰু উদ্যোগী অনেকান্তবাদী। ইন্দিৰাৰ আমোলত কঢা শাসন আৰু শৃংখলাৰ স্তাৱক, জনতাৰ আমোলত স্বৈৰতন্ত্ৰৰ বাক্‌পটু বৈৰী। স্বাভাৱিক, সুস্থিৰ পৰিস্থিতিত গণতন্ত্ৰ আৰু মানৱতাৰ নিৰীহ পূজাৰী, আৰু সাম্প্ৰদায়িক সংঘৰ্ষৰ সময়ত সংখ্যাগৰিষ্ঠৰ একাধিপত্যৰ উগ্ৰ সমৰ্থক। মধ্যবিত্ত সুযোগ-সুবিধা বৃদ্ধি হোৱাৰ সম্ভাৱনা থাকিলে মাৰ্ক্সবাদৰ লগতো প্ৰেমাভিনয় কৰে, আৰু শ্ৰমজীৱী

বাইজ বিক্ষুব্ধ আৰু উদ্যোগী হৈ উঠিলে গান্ধীবাদৰ কোলাতে পুনৰ ভিৰাই লব দিয়ে। অনেকান্তবাদে এনেকৈ বাট কাটি দিয়ে বহুবাদীবাদলৈ। অৱশেষত দুয়োৰে কান্ধত ভৰ দি নামি আহে স্বৈৰতন্ত্ৰৰ অৱতাৰ।

ব্যক্তিগতভাবে শ্ৰীবৰুৱা এনেধৰণৰ প্ৰহসনৰ পক্ষপাতী নহবও পাৰে। কিন্তু অসমীয়া সমাজৰ মৰ্মভেদী আত্মদ্বন্দ্ব হৃদয় আৰু মেধাৰে উপলব্ধি কৰিবলৈ তেওঁৰ যি অনিচ্ছা—তাৰ অনিবাৰ্য্য ফলস্বৰূপে তেওঁ এনে এক দেউলীয়া মতাদৰ্শৰ তাত্ত্বিক হব লগাত পৰিছে। সকলুবা প্ৰশ্নতো এই ব্যাপক দ্বন্দ্ব প্ৰতিফলিত হয়। আমি আজিৰ অসমত প্ৰাইমাৰি স্কুলৰ লক্ষ লক্ষ অৰ্দ্ধভুক্ত, অৰ্দ্ধনগ্ন শিশুৰ স্বাস্থ্য আৰু শিক্ষাত বেছি নজৰ দিম নে এখন আধাসিজা বিশ্বকোষত ত্ৰিশ লাখ টকাৰ শ্ৰাদ্ধ কৰিম? অসমৰ ভবিষ্যতৰ বাবে কোনটো গুৰুত্বপূৰ্ণ? লক্ষ লক্ষ মানুহক আমি নতুন জীৱনৰ আশাৰে হতাশা আৰু অদৃষ্টবাদৰ পিঞ্জৰাৰ পৰা উলিয়াই আনিম নে এমুঠি উচ্চশিক্ষিত, বিদগ্ধ ব্যক্তিৰ দ্বিধা দ্বন্দ্বক স্মৰণীয় ৰূপ দিম? দুয়োটো কামেই চলি থাকিব পাৰে, কিন্তু আমাৰ বাবে কোনটো কামৰ মূল্য বেছি? জীৱন নিশ্চয় বিচিত্ৰ, কিন্তু মানুহ ফুলে ফুলে উৰি ফুৰা ভোমোৰা নহয়, হোৱা অনুচিত। সীমিত সময় আৰু সামৰ্থৰে আমি কোন কোন দিশত অধিক গুৰুত্ব দিম, সেই কষ্টকৰ সিদ্ধান্ত এৰাই নোযোৱাই ভাল।

এই পটভূমিতে ভবনে বৰুৱাৰ ব্যক্তিত্ব আৰু কৃতিত্বৰ শক্তিসমূহ স্বীকাৰ কৰি লৈ তাৰ কেতবোৰ মৰ্মান্তিক দৈন্য আৰু অভাৱ আঙুলীয়াই দিয়াৰ প্ৰয়োজন। তেওঁৰ ব্যক্তিগত অনুভূতি আৰু বোধ যে তেওঁৰ স্বেচ্ছানিৰ্বাচিত সামাজিক অৱস্থানৰ পৰিণতি, তেওঁৰ ব্যক্তিগত দক্ষতাৰ ত্ৰুটিবোৰ প্ৰধানকৈ যে তেওঁৰ সীমাবদ্ধ সমাজচেতনাৰ পৰাই উদ্ভূত তাৰ ইংগিত দিয়েই আমি আমাৰ বক্তব্য সামৰিম।

ধীৰেন বেজবৰুৱাৰ দৰে লোকসকলে চেষ্টা কৰিলে বুজি পাব যে ৰুচি আৰু অনুভূতিৰ বিকাশ আৰু উন্নতি স্বয়ম্ভু নহয়—সমাজজীৱনৰ লগত ব্যক্তিমনৰ ঘনিষ্ঠতাৰ পৰাহে সি নিশ্চিত হয়। জীৱনবোধ বস্তুটো এনে সংগমৰ সৃষ্টি। কোনো দীৰ্ঘস্থায়ী আৰু তন্ময় পুথিগত অনুশীলনে তাৰ জন্ম দিব নোৱাৰে। আৰু এই জীৱনবোধৰ অভাৱে সাহিত্যকৃতিৰ দোষ ত্ৰুটি সহ তাৰ সাৰ্থক মূল্যায়নত আউল লগায়।

যোৱা সংখ্যাত আমি আপত্তি দৰ্শাইছোঁ যে ভবেন বৰুৱাৰ সমালোচনাই ক্ৰমে এক গতানুগতিক ব্যাখ্যামূলক ( expository ) ৰসবিচাৰৰ মেৰপাকত সোমাই তাৰ প্ৰাণময়তা হেৰুৱাইছে, সাহিত্যকৃতিৰ সাফল্যৰ লগতে তাৰ ব্যৰ্থতা উন্মোচন কৰিব নোৱাৰা হৈছে।

১৯৭৩ চনৰ এপ্ৰিল মাহত প্ৰকাশিত 'সংলাপ'ৰ সংখ্যাটোত প্ৰকাশিত সাহিত্য সমালোচনাৰ নমুনাই এই পদ্ধতিৰ ত্ৰুটি বিচ্যুতি উদঙাই দিছে। প্ৰথমেই ধৰা যাওক অজিত বৰুৱাৰ 'জেংৰাই ১৯৬৩' সম্পৰ্কে ভবেন বৰুৱাৰ আলোচনাটো। নলিনীধৰ ভট্টাচাৰ্য আৰু আন কেবাজনো সমালোচকে এই আলোচনাটোৱে কবিতাটোক পাঠকৰ ওচৰলৈ অনা বুলি কৈছে। ভট্টাচাৰ্যই কেৱল তাৰ দৰ্শন বা বক্তব্য মানি লবলৈ ৰাজী হোৱা নাই। আমিও ৰাজী নহও, কিন্তু দৰ্শন আৰু অনুভূতিৰ যান্ত্ৰিক বিভাজন নকৰাকৈ প্ৰত্যক্ষ সঁহাৰিৰেই অজিত বৰুৱাৰ কবিতা তথা দৰ্শনৰ এই অভাৱ আমি ধৰিব পাৰিব লাগিব। ভবেন বৰুৱাৰ সংস্কৃত, ৰুচিবান, অধ্যয়নপুষ্ট মনো যে বিশেষ বিশেষ দিশত অন্ধ তথা অচেতন, তাক আমাৰ ভিন্ন মতাদৰ্শ আশ্ৰয় কৰা মনৰ সঁহাৰিৰেই প্ৰমাণ কৰিব পাৰিব লাগিব। ( কবিতাটোৰ বাবে পৰিশিষ্ট (১) চাওঁক )

বৰুৱাই নিজেও মন্তব্য কৰিছে " কবিতা চিন্তা-অনুভূতি মিশ্ৰিত এক সামগ্ৰিক বোধৰ বস্তু আৰু যাৰ এই চিন্তা-অনুভূতি সতেজ—আৰু যি নতুন অভিজ্ঞতাকো গ্ৰহণ কৰিবলৈ সমৰ্থ, তেওঁৰ কাৰণে সাৰ্থক কবিতাৰ স্পন্দনত জীৱনৰেই স্পন্দন ধৰা পৰে।" ( পৃ° ১০০ ) কিন্তু জীৱনৰ যি স্পন্দন কবিতাত মূৰ্ত্ত সি কবি আৰু পাঠকৰ বিশেষ বিশেষ মনৰ সঁহাৰিতহে মূৰ্ত্ত হয়। সেয়ে ভবেন বৰুৱাৰ সঁহাৰিতেই নাইবা কবিৰ সঁহাৰিতেই 'জীৱন' গ্ৰেপ্তাৰ হ'ল বুলি ভবাৰ সকাম নাই।

ভবেন বৰুৱাৰ মতে কবিতাটোৰ প্ৰথমাৰ্দ্ধৰ বক্তব্য হ'ল প্ৰাত্যহিক নিৰাপত্তাৰ পৰিসীমাৰ বাহিৰৰ এক সৰ্বগ্ৰাহী অজান আতংকৰ অনুভৱ 'জীৱন ভয়ংকৰ!' অস্তিত্বৰ অজান, অনিশ্চিত সম্ভাৱনাবোৰৰ সন্মুখীন হৈ কবিৰ সমগ্ৰ সত্তা ভয়ত আচ্ছন্ন হৈছে। ভয়ৰ খুন্দাত সমগ্ৰ ব্ৰহ্মাণ্ড জুৰি তেওঁ—ন্যায়-অন্যায়, সুন্দৰ-অসুন্দৰ একাকাৰ কৰা—এক আতংকৰ চিঞৰহে শুনিবলৈ পাইছে। এই "বিশৃংখল কোলাহলপূৰ্ণ আৰ্ত্তনাদেই" তাহানিৰ ধৰ্মীয় অনুভূতিৰ Music of the Spheres নেকি কবিয়ে ভাবিবলৈ বাধ্য হৈছে। আনকি ৰাতি সপোনৰ মাজতো হেনো এই

ভয়ে কবিৰ চেতনা জোঁকাৰ খুৱাই আছে। তাতো "কেসুবা সুবীয়া" জীৱনসংগীতৰ dissonance ধৰা পৰিছে বুলি বৰুৱাই মন্তব্য কৰিছে।
( পৃঃ ৯৬—১০৪ )

"জীৱনক গ্ৰহণ কৰি সপোনত তাৰ খেলিমেলি আৰু ভয় সম্পূৰ্ণকৈ আঁতৰাই এক সংহতিপূৰ্ণ স্বৰৰ সংগীত উলিওৱাত মন ব্যৰ্থ হ'ল। কবিৰ মনে দেখা ভয়ঙ্কৰ বাস্তৱ ইমান বেছি ভয়ঙ্কৰ যে সপোনতো তাক কেৱল সামান্যভাবেহে গ্ৰহণযোগ্য কৰিব পাৰি।" ( পৃঃ ১০৫ ) গতিকেই অজিত বৰুৱাই আশ্ৰয় লৈছে এক তৃপ্তিদায়ক, শান্তিদায়ক মৃত্যুকামনাত ( death wish )—যি মৃত্যুকামনাত মন কঁপাই তোলা বিহুগীত আৰু পৰম নিৰ্ভৰযুক্ত নামঘোষাৰ ৰিণিকি ৰিণিকি প্ৰতিধ্বনি আছে। কন্ধংকৰ স্বপ্নৰ পৰা এনে সহজ-সৰল দ্বন্দ্বহীন চেতনাত তেওঁৰ মনে বিচাৰিছে তৃপ্তি আৰু মুক্তি। ( পৃঃ ১০৪-১০৭ )

ভবেন বৰুৱাৰ মতে এনে "সুগভীৰ পৰ্য্যায়ৰ আধুনিক সৃষ্টিৰ পৰিচয়" অসমীয়া সাহিত্য নালাগে ভাৰতীয় সাহিত্যতেই দুৰ্লভ। ( পৃঃ ১১১ ) কাৰণ হিচাবে তেওঁ কৈছে যে কবিতাটোৱে এনে কেতবোৰ আদিম তথা চিৰন্তন প্ৰশ্ন তুলিছে যিবোৰ আছিল তাহানিৰ ধৰ্মীয় বিশ্বাসৰ মৰ্ম। "আধুনিক সংবেদনশীল মনৰ" বাবেও সেইবোৰ প্ৰশ্ন বাস্তৱ, অথচ তাৰ ধৰ্মীয় উত্তৰ আধুনিক মনে মানিবলৈ টান পায়। ( পৃঃ ১১০-১১১ )

অজিত বৰুৱাৰ কবিতা এক লেখত লবলগীয়া সৃষ্টি, সন্দেহ নাই। কিন্তু তাৰ বিষয়ে ভবেন বৰুৱাই দিয়া প্ৰমাণপত্ৰ যে অতিৰঞ্জিত সেই বিষয়েও সন্দেহ নাই। প্ৰথমেই অস্বস্তি জাগে কবিৰ ভাষাৰ ব্যৱহাৰত। সকলো ধৰণৰ ৰোমান্টিকতা আৰু কাব্যিকতা আৰু নাটকীয়তাৰ প্ৰতি কবিৰ গভীৰ অনাস্থা আৰু অশ্ৰদ্ধা। তেওঁ সকলো পৰিস্থিতিতেই আত্মসচেতন, আত্মস্থ, নাগৰিক bored ভদ্ৰলোক। ঈশ্বৰৰ লগত কেতিয়াবা দেখা দেখি হৈ গ'লে অজিত বৰুৱাই যে চিগাৰেট যাচিব পাঠক নিশ্চিন্ত হব পাৰে। কিন্তু ইও যে এবিধ নাটকীয়তাই, সেইৰূপ আত্মোপলব্ধি তেওঁৰ নাই।

এই মাত্ৰাধিক আত্মচেতনাৰ বাবেই কবিৰ মনৰ আত্মদ্বন্দ্ব কন্ধংকৰ। এই] বাবেই কোনো সৃষ্টিশীল পৰিণতিৰ প্ৰতি তেওঁ আগবাঢ়ি যাব পৰা নাই। এইবাবেই যি অভিজ্ঞতাৰ প্ৰতি কবি আকৃষ্ট তাৰ বিষয়েও সস্তীয়া পেংলাই ( cheap-irony ) বেপি-বেপি অজিত বৰুৱাই পাঠকক

বিৰক্ত কৰে। চাপৰিৰ বুঢ়া ডাঙৰীয়া, ম'হৰ ডিঙিৰ ঘন্টাত ব্ৰহ্মাণ্ড সংগীত—এইবোৰে, ভবেন বৰুৱাই যিয়েই নকওক, চেমনীয়া ল'ৰাৰ অকাল-পক্ক চতুৰালিহে মনত পেলায়। "আধুনিকতা"ৰ কেতবোৰ বিপদ সম্পৰ্কেও ভবেন বৰুৱা আৰু অজিত বৰুৱা সচেতন হলেহে ভাল আছিল।

এইখিনিতে মনত পৰে টি, এছ, এ'লিয়টলৈ। ভবেন বৰুৱাই ৰে'ব্‌ট্ৰাৰ, ইবছে'ন আদি বহু লেখকৰ নামোল্লেখ কৰিছে। কিন্তু অজিত বৰুৱাই বিশেষভাবে আকৰ্ষণ অনুভৱ কৰা টি, এছ, এলিয়টৰ কোনো উল্লেখ আলোচনাটিত নাই। সমালোচক লীৱিছেও উল্লেখ কৰিছে কোনো ইতিবাচক উক্তিৰ প্ৰতি কবি এ'লিয়টৰ সংকোচ ("extreme Continence of affirmation")। কিন্তু এই সংকোচ অজিত বৰুৱাৰ দৰে সস্তীয়া নাগৰিকতা আৰু অলপ ধতুৱা কুহুমীয়া মনৰ লক্ষণ নহয়—বৰং এক চৰম সংযম, গভীৰ সাধুতা আৰু নম্ৰতাৰ লক্ষণ। চৰম উপলব্ধিৰ দুৱাৰদলিতো অবিশ্বাসী পেংলাই এ'লিয়টৰ irony ত নাই। দুখ-যন্ত্ৰণাৰ আঘাত মূৰ পাতি লবলৈ তেওঁৰ সাহস আৰু আধ্যাত্মিক লক্ষ্যৰ প্ৰতি স্থায়ী আৰু কষ্টকৰ অথচ সম্পূৰ্ণ আত্মনিবেদনৰ (total dedication) এ'লিয়টৰ বলতাক্-সংযম সমৃদ্ধ। সি কেৱল এটা mannerism নহয়।

তেওঁৰ অপ্ৰকাশিত অথচ উষ্ণ জীৱনাবেগ কবি এ'লিয়টে ধৰ্মৰ মাজেদি প্ৰকাশ কৰিবলৈ বিচাৰিছিল। কিন্তু আত্মদ্বন্দ্বত এই আবেগ নিঃশেষ হবলৈ তেওঁ এৰি দিয়া নাছিল। মনৰ যি দৃঢ়তা আৰু সবলতা তেওঁ নিৰন্তৰ সাধনাৰ জৰীয়তে অৰ্জন কৰিলে, সি তেওঁক বিশ্বজনীন মানবীয় আবেগ অনুভূতিৰ ওচৰলৈ লৈ গ'ল। সেইবাবেই ধৰ্মীয় প্ৰকাশভংগীত আধাৰিত হলেও এ'লিয়টৰ জীৱনবোধ আমাৰ সম্পূৰ্ণ অনাত্মীয় নহয়। Four Quartes-ৰ অপৰূপ ঐক্যতানৰ মূলতেই আছে নিজৰ প্ৰতি এ'লিয়টৰ নিৰ্মম অবিৰত সমালোচনা আৰু সাধাৰণ মানুহৰ তুচ্ছ জীৱনৰ মাজত থকা মহিমাৰ প্ৰতি ক্ৰমে অৰ্জন কৰা স্বীকৃতি আৰু শ্ৰদ্ধা। ( পৰিশিষ্ট (৪) চাওক )

মেধাৰ পিনৰ পৰা, ভাষাৰ দখলৰ পিনৰ পৰা কবি অজিত বৰুৱা যদিও আন বহু অসমীয়া লেখকতকৈ বহুত ওপৰত, নিজৰ চেতনাৰ জীৱনমুখী বিকাশ আৰু সমৃদ্ধিৰ বাবে তেওঁ যথাসাধ্য কষ্ট নকৰি সহজ অহংকাৰী চিনিচিজমত জিৰণি লৈছে। এই বাবেই অজিত বৰুৱাৰ

কবিতাটো ভবেন বৰুৱাৰ দৰে বিৰল সাহিত্যকৃতি বুলি আমি ভাবিব পৰা নাই।

ভবেন বৰুৱাই যি 'অস্তিত্বৰ ভয়'ৰ কথা উচ্ছ্বসিত ভাষাত কৈছে ই তেওঁৰ নিজৰেই মনোগতবাদী ভাবৰ বিস্ফোৰণ মাত্র। ('অস্তিত্বৰ ভয়'ৰ প্রতি তেওঁ কিয় ইমান আকৃষ্ট, ভাবিবলগীয়া।) ভয়ৰ প্রকাশ যে কবিতাটোত নাই, তেনে নহয়। কিন্তু কবিতাটোৰ ছত্রে ছত্রে সি স্পন্দিত হৈ থকা নাই, আচলতে জীৱনৰ আদিম অভেদৰ (Pristine identity) উপলব্ধি কৰিয়ে যুগপৎ অনুভৱ কৰিছে beauty আৰু terror ৰ শিহৰণ। ম'হৰ ডিঙিৰ ঘন্টাত ব্রহ্মাণ্ড-সংগীতো বাজিছে, বাঘৰ ভয়ো স্পন্দিত হৈছে, নাৰৰ টিঙত শুই কবিয়ে তৰা আৰু বোকা একেলগে দেখিছে। অনিবার্য্যভাবে মনলৈ আহে Four Quartets আদি ৰচনাত কবি এ'লিয়টে প্রকাশ কৰা ৰহস্যবাদী বিশ্বানুভূতি :

garlic and sapphire in the mud বাক্যটোৰে আৰম্ভ কৰা বৈপৰীত্যৰ ৰহস্যময় ঐক্যৰ বিষয়ে সেই বিখ্যাত স্তৱকটো।

(পৰিশিষ্ট—(৩) চাওক)

এই অভেদৰ ভয় অনুভূতিত আৰু উৎকণ্ঠাৰ ভাব সন্নিহিত হৈ আছে। কিন্তু সি কেৱল সর্বগ্রাসী ভয়ৰ ভাব নহয়। যেহেতু এই ঐক্যবোধ এক আদিম স্তৰৰ চেতনা, সেয়ে তাৰ প্রকাশ ঘটিছে ঘ্রাণৰ আদিম ইন্দ্রিয়ানুভূতিৰ জৰীয়তে। ভবেন বৰুৱাৰ মতে 'গোন্ধ' শব্দৰ পুনৰাবৃত্তিয়ে ভয়ৰ হাতুৰিৰ কোব মাৰি যায়। আমাৰ কিন্তু ধাৰণা গোন্ধে কেৱল বিভিন্ন বোধ আৰু অনুভূতিৰ এনে এক ঐক্য ব্যক্ত কৰিছে, বিশুদ্ধ বুদ্ধিৰে যাক কেতিয়াও স্পর্শ কৰিব নোৱাৰি। ধেমালি আৰু Seriousnessৰ এক সার্থক সমন্বয়ৰ নজীৰ পোৱা যায় তলৰ ছুটা পংক্তিত :

ডকা ফুটা গোন্ধ, তৰাফুলা গোন্ধ
ডকা ফুলা গোন্ধ, টকা ফুটা গোন্ধ !!!

'ডকা ফুটা'ৰ মাজত যি আতংক প্রকাশিত হৈছে, সি 'তৰা ফুলা'ৰ অপার্থিব সৌন্দর্য্যৰ মাজেদি 'ডকা ফুলা'লৈ ৰূপান্তৰিত হৈছে। Terror আৰু Beautyৰ অভেদ পুনৰ ব্যক্ত হৈছে। ইয়াৰ 'টকা ফুটা'টো ভবেন বৰুৱাৰ মতে অর্থনৈতিক সংকটৰ ইংগিত। আমাৰ ধাৰণাত সেইটো কষ্টকল্পিত। Contextৰে পৰা তেনে সিদ্ধান্ত কৰিব নোৱাৰি।

ৰবং পিছৰ শাৰীবোৰত থকা বিহুগীতৰ প্ৰতিধ্বনিৰ পৰা তাক ঢোল-টকাৰ গিৰ্জনি বুলি ভবাই সংগত হব। তেতিয়া হলে বিশ্বব্ৰহ্মাণ্ডৰ নৈসৰ্গিক প্ৰতিক্ৰিয়াৰ লগত মানবীয় কাৰ্য্যকলাপো সাঙোৰ খাই যায়।

কবিতাটোৰ দ্বিতীয়াৰ্ধতো এই অভেদৰ 'বেসুৰা সুৰীয়া' সংগীত বাজি আছে। চকুৰ মণিৰ ভিতৰত থকা জুই দূৰতম দিগন্তৰ সিপাৰেও জ্বলে। সি উকাৰ জুই, আকৌ আঁৰ-কাপোৰ গুচিলে চিতাৰ জুই। প্ৰথমাৰ্দ্ধত কবিয়ে জীৱনত যি অভেদ অনুভৱ কৰিছে, দ্বিতীয়াৰ্দ্ধত মৃত্যুৰ মাজতো সেই অবিচ্ছেদ্য ঐক্য উপলব্ধি কৰিছে। চিতাৰ জুইৰ লগত সেয়ে মিলি গৈছে বিহুগীতৰ আদিম, পুৰণি অথচ চিৰনতুন মৰ্মস্পৰ্শী সৌন্দৰ্যবন্দনা. 'কিনো জুয়ে লগা চকু।' দ্বিতীয়াৰ্ধত ঐতিহ্যগত মাধ্যম ( বিহুগীত, নামঘোষা ) আশ্ৰয় কৰি কবিয়ে প্ৰথমাৰ্ধৰ বিকাৰগ্ৰস্ত আত্মচেতনাৰ কলুষৰ পৰা মুক্ত হৈছে আৰু ভাৰতীয় তথা অসমীয়া ধৰ্মীয় ঐতিহ্যৰ গহীন শান্তিত ক্ষয়ংকৰ আত্মদ্বন্দ্বৰ নিবৃত্তি ঘটাইছে। 'ভ্ৰাতৃ অনল এহিসে ক্ষণত ' খৃষ্টান জন্মসূত্ৰে হলেও ভবেন বৰুৱাই ভবা দৰে চৰিত্ৰ বা মৰ্মত খৃষ্টান নহয়। মুখাগ্নিৰ সংযোগে তাৰ ওপৰত অনিবাৰ্য্যভাবে নামঘোষাৰ আভা বিচ্ছুৰিত কৰিছে।

দ্বিতীয়াৰ্ধৰ মৰ্মস্পৰ্শী, স্মৰণীয় বাক্য হ'ল এইটো

'ভাবি চালে লিলিমাই এই জীৱনত একো নাই,' এ'লিয়টৰ দৰে এনেবোৰ প্ৰতিধ্বনি আৰু স্মৃতিৰ জৰিয়তে অজিত বৰুৱাই সৃষ্টি কৰিছে গভীৰ ভাবানুষংগ। বাক্যটোৰ শব্দবোৰ অতি সাধাৰণ, চহা, আৰু অন্তৰস্পৰ্শী। সোৱণশিৰিৰ বুকুৰে কবিয়ে যি অতীতলৈ যাত্ৰা কৰিছে তাত কবিৰ অচিন-অজান অভিজ্ঞতাৰ সাৰথি হৈছে অসমীয়া জাতীয় ( racial ) কৃষ্টিৰ অৱশেষ, যি সংৰক্ষণ কৰিছে আবহমান কালৰ অসমীয়া মানুহৰ জীৱনৰ প্ৰতি সঁহাৰি। এই সঁহাৰিতো সৌন্দৰ্য্যৰ উন্মাদ ৰাগৰ লগত মিহলি হৈ আছে মানৱজীৱনৰ নশ্বৰতাৰ তীব্ৰ অনুভূতি।

অৰ্থাৎ শেষ মুহূৰ্ত্তলৈকে বৈপৰীত্যৰ টনা-আঁজোৰাৰ পৰা কবি আঁতৰি আহিব পৰা নাই। জেংৰাইৰ সেই ৰাতিটোত অনিৰ্বচনীয় ভাবে কবিয়ে অনুভৱ কৰিছে বৈপৰীত্যৰ বিৰুদ্ধে যুঁজি লাভ নাই, ৰবং তাক গ্ৰহণ কৰাতেই জীৱনৰহস্যৰ সাৰ্থক সমাধান। নামঘোষাৰ আৰু বিহুগীতৰ প্ৰতিধ্বনিৰ মাজেদি কবিয়ে ব্যক্ত কৰিছে এনে এক বৈৰাগ্য, যি জীৱনৰ মোহ আৰু সৌন্দৰ্য্য সম্পৰ্কে সজাগ। সেয়ে ৰাতি পুৱালত যেতিয়া

প্ৰেযোৰ গঙা চিলনী কুৰ্ষলীৰ মাজত ঘূৰিবলৈ ল'লে তেতিয়া অজেয় আত্মদ্বন্দ্বৰ তথা এৰাব নোৱাৰা বৈপৰীত্যৰ মৌলিক ঐক্য তাৰ ভিতৰেদি পৰিস্ফুট হৈ উঠিল। কিন্তু তেওঁৰ স্বভাৱসিদ্ধ সংশয়েৰে কবিয়ে এই গম্ভীৰ সিদ্ধান্তকো সহজ বা পাতল কৰি পেলাবলৈ বিচাৰিছে।

কবিতাটোৰ পিছত এক তীব্ৰ দ্বন্দ্বৰ প্ৰেষ অনুভৱ কৰা যায়, যি প্ৰবলভাবে সমাধানৰ দাবী তুলিছে। কিন্তু সেই দ্বন্দ্বক ব্যক্তিগত অসুখৰ পৰা বিশ্বজনীন স্তৰলৈ উত্তীৰ্ণ কৰাত কবি সদায় সফল হ'ব পৰা নাই। প্ৰথম শাৰীবোৰৰ বেছিভাগতে কৃত্ৰিমতাৰ স্পৰ্শ অনুভৱ কৰিব পাৰি। আত্মচেতনা আৰু এ'লিয়টৰ গভীৰ প্ৰভাৱে খোলাৰ দৰে এই শাৰীবোৰৰ মূল উপলব্ধি বন্দী কৰি ৰাখিছে। বৈপৰীত্যৰ ঐক্যৰ আভাস পৰিহাসৰ সুৰত হলেও (সোৱণশিৰিৰ এটিং পানীৰে নাৱৰ টিং ধোৱাৰ মাজত নাৱৰ লগত নদীৰ ঘনিষ্ঠতাৰ ইংগিত দিয়া হৈছে।) কিন্তু বিহুগীত আৰু নামঘোষাৰ আকুলতা (এই সম্পৰ্কে বাণী কাকতিৰ ৰচনা দ্ৰষ্টব্য) ইয়াত মৰ্মস্পৰ্শী হলেও সি এটা প্ৰতিধ্বনিহে। এই প্ৰতিধ্বনি মানবজীৱনৰ প্ৰত্যক্ষ অন্তৰ্দৃষ্টিৰ সমান মূল্যবান কেতিয়াও হ'ব নোৱাৰে। সন্দেহ নাই যে কবিৰ আত্মকেন্দ্ৰিকতাই তেওঁৰ দৰে প্ৰতিভাবান লোককো এই পৰম আশীষৰ পৰা দূৰত ৰাখিছে।

প্ৰায় একেধৰণৰে দ্বন্দ্বত জৰ্জৰ নৱকান্তৰ 'বোধিদ্ৰুমৰ খৰি' (পৰিশিষ্ট (২) দ্ৰষ্টব্য) নামৰ কবিতাটো ভবেন বৰুৱাই ছেন্টিমেন্টেল আৰু আউল লগা চিন্তাৰ ফলত দুৰ্বল বুলি একেটা সংখ্যাতে নাকচ কৰি দিছে। (পৃ. ৩৩৮-৩৩৯)। ভবেন বৰুৱাই কৈছে

"কবিতাটোত কবিয়ে একে খোচতে মৃত্যুৰ বতাহে শিখা কঁপাব নোৱাৰা বুদ্ধৰ প্ৰজ্ঞাক (wisdom) প্ৰেম-স্মৃতি-সপোন পুৰি নিয়া সাংসাৰিক জ্ঞানৰ (knowledge) সতে একাকাৰ কৰি বুদ্ধৰ বোধিক ('বোধিদ্ৰুম') নাকচ কৰি প্ৰাত্যহিকতাৰ পৰ্য্যায়ৰ "চিৰশিশু মানুহৰ মহামূঢ়তা'ত ('খৰি') আশ্ৰয় বিচাৰিছে। কিন্তু কবিয়ে দেখুৱা মতেই এই মহামূঢ় জীৱনৰ এনে শাস্তিক (এনে হাঁহি চুমা সপোনক) অবিৰামভাৱে সংসাৰজ্ঞানৰ জুয়ে দহি আছে দেখোন? গোটেই ভাৱ টোৱেই আউল-লগা চিন্তাৰ ভেটিত গঢ় লোৱা।" (পৃঃ ৩৩৯)

গোটেই কবিতাটোৰ মূল দ্বন্দ্ব এই বিবৰণত অস্বীকৃত হৈছে। কবিতাটোৰ ভাষাৰ ইচ্ছাকৃত দ্ব্যৰ্থবোধকতা (ambiguity) স্বীকাৰ

নকৰাৰ ফলত ভবেন বৰুৱাই ইয়াৰ বক্তব্যৰ সূক্ষ্মতা ( subtlety ) ধৰিব পৰা নাই। বুদ্ধৰ বাণী যদিও কবিতাটোৰ প্ৰাথমিক পৰ্যায়, তথাপি বুদ্ধৰ জগত বিতৰ্কই কবিতাটোৰ শেষ কথা নহয়। ইয়াৰ জ্ঞান হ'ল নিৰাসক্ত জ্ঞান, জীৱনৰ দুঃখ যন্ত্ৰণাৰ উৰ্দ্ধত উঠি যি শান্তি বিচাৰে। কিন্তু তাৰ বাবে প্ৰয়োজন আসক্তি বৰ্জন—কাৰণ বুদ্ধ আৰু বহু দাৰ্শনিকৰ মতে আসক্তিৰ পৰাই দুখৰ জন্ম। এই নিৰাসক্ত জ্ঞান নিষ্কম্প প্ৰদীপৰ দৰে স্থিৰ, ধ্ৰুৱ, দুখ-যন্ত্ৰণা-নিৰাশা-বিচ্ছেদ-মৃত্যুৰ অতীত। কিন্তু এই জ্ঞান আয়ত্ত কৰিব পাৰি জীৱনক চিতাত তুলি দি, মমবাতিৰ দৰে নিজকে গলাই শিখাৰূপ স্থিৰ জ্ঞান অৰ্জন কৰি। এই জ্ঞানৰ নিশ্চয়তাৰ মূল্য হ'ল আসক্তিৰ নিৰ্বাণ।

লাজ পোৰে প্ৰথমা প্ৰিয়াৰ। ভোগালীৰ মেজি
পোৰা গৰখীয়া ল'ৰাটিৰ
বহাগী সপোন পোৰে।
শিশুৰ মুখৰ হাঁহি পুৰি কৰে বে'লত হকাৰ।

নৰকান্তৰ ধূৰ্ত্তালি ( Sophistry ) কিন্তু বেছকৈ প্ৰকট হৈছে শেষৰ মৰ্মস্পৰ্শী আৰু কৰুণ পংক্তিটোত। কবিয়ে যিমানেই নকওক, শেষৰ পংক্তিটোৰ কল্পচিত্ৰ অনাদি-অনন্ত-কালৰ সংসাৰ-পীড়াৰ সাৰ্থক প্ৰতীক নহয়। অনিবাৰ্য্যভাবে ই সমাজক অভিযুক্ত কৰে, সমাজৰ সৌভাগ্যবান শ্ৰেণীৰ বিবেকক দোষাৰোপ কৰে। নৰকান্তই তাক আসক্তিৰ নিদৰ্শন হিচাবে দেখুৱাবলৈ যোৱাটো প্ৰবঞ্চনা আৰু আত্মপ্ৰবঞ্চনাৰ শাৰীত পৰে।

যুক্তিৰ পিনৰ পৰা নৰকান্তৰ চিন্তাত আউল লগা নাই। সংসাৰক যিকুৰা জুয়ে দহি আছে কবিৰ বাবে তাৰ জ্ঞান জুইৰ তাপত দগ্ধ নোহোৱা বস্তু, অন্ততঃ কবিয়ে শুনামতে। কিন্তু কবিয়ে শেষ পৰ্য্যন্ত এই অমানুবিক জ্ঞান আশ্ৰয়ত থাকিব পৰা নাই। তেওঁ পলাই আহিছে আসক্তিৰ সস্নেহ নীড়লৈ—সেই আসক্তি যিমানেই মূঢ় আৰু অনিশ্চিত নহওক।

কবিতাটোৰ বিপদ হৈছে আসক্তিৰ এক সংকীৰ্ণ আৰু আত্মকেন্দ্ৰিক ব্যাখ্যাত। বে'লত হকাৰ কৰা ল'ৰাটিৰ প্ৰতি আসক্তিৰ প্ৰশ্ন নুঠে। আসক্তি মাত্ৰ নিজৰ পৰিয়ালৰ লখিমী আৰু গো-পোৱালীৰ প্ৰতিহে। বুদ্ধৰ প্ৰত্যাহবান যিমানেই metaphysical নহওক এই ধৰণৰ

সংকীৰ্ণতাৰ দোষত দুষ্ট নহয়। শাসকশ্ৰেণীৰ কামত অহা তেওঁৰ দৰ্শনৰো সৰ্বস্ব জ্ঞান নহয়, তাৰ লগৰীয়া হ'ল কৰুণা।

পাৰিবাৰিক সুখ আৰু মায়াৰ নীড়ক আমি উপহাস কৰিব খোজা নাই। কিন্তু এই সুখ শান্তিৰ ৰাগীয়ে চেতনাৰ পৰা কেতবোৰ যন্ত্ৰণা-দায়ক অভাৱ বা অসম্পূৰ্ণতাৰ বোধ নিৰ্বাসিত কৰিব নোৱাৰে। সেই-বাবেই নৰকান্তৰ কবিতাটোৰ জীৱনবোধত এটা ছলনা আছে।

এই ধৰণৰ প্ৰশ্ন যে ভবেন বৰুৱাই তুলিব পৰা নাই, তাৰ কাৰণ তেওঁৰ দক্ষতা বা বুদ্ধিৰ অভাৱ নহয়। তাৰ কাৰণ এয়ে যে তেওঁৰ বিশেষ দৰ্শনৰ প্ৰভাৱত তেওঁৰ সূক্ষ্ম ভাষাজ্ঞান প্ৰায় নিৰালম্ব পদ্ধতিত পৰিণত হৈছে। এই বিমূৰ্ত ( abstract ) পদ্ধতিয়ে পশ্চিমীয়া নতুন সমালোচক সকলৰ দৰেই বৰুৱাৰ ক্ষেত্ৰতো জন্ম দিছে মনোগতবাদী ভ্ৰান্তি আৰু ত্ৰুটি।

ভবেন বৰুৱাৰ অন্যান্য ৰচনা সম্পৰ্কেও এনে ধৰণৰ বিশ্লেষণ আগ-বঢ়াব পাৰি। কিন্তু সাহিত্যানুৰাগী আৰু অধ্যয়নশীল পাঠকৰ বাবে ওপৰত দিয়া ধৰণৰ বিশ্লেষণেই বিশ্বাসযোগ্য হ'ব। 'দেশ' আদি পত্ৰিকাৰ প্ৰিয় আৰু আমাৰ বেজবৰুৱাকে ধৰি বহু পাঠকৰ মনঃপূত ৰুচি আৰু ৰসবোধৰ ধাৰণাটো প্ৰকৃততে কিমান নিশ্চিত আৰু সাৰ্থক সেই সম্পৰ্কে পাঠকৰ মনত প্ৰশ্ন জাগ্ৰত হলেই আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব।

ভবেন বৰুৱাৰ সাহিত্য অকাদে'মি বটা লাভ উপলক্ষে মাৰ্চ, ১৯৮০ সংখ্যা 'প্ৰকাশ'ত ইমদাদুল্লাহৰ এটা প্ৰবন্ধ প্ৰকাশ পাইছে। উপলক্ষ অনুযায়ী প্ৰবন্ধটো অলপ প্ৰশস্তিমূলক হোৱাটো স্বাভাৱিক। কিন্তু ইয়াতো এটা বিশেষ গোষ্ঠীৰ মতৰ ভৌতিক প্ৰতিধ্বনি ঘটাত আমি বিস্ময় আৰু আমোদ অনুভৱ কৰিছোঁ।

ইমদাদুল্লাহেও এটা পৰিচিত মত দোহাৰি কৈছে : 'তেওঁৰ বৌদ্ধিক তীক্ষ্ণতা, সূক্ষ্ম পৰ্যবেক্ষণ ক্ষমতা, ৰসবোধ, মানসিক স্থিৰতা আৰু সযত্ন অধ্যয়নৰ বলত সাহিত্য-সমালোচনাৰ ক্ষেত্ৰত বৰুৱাই এক বিশিষ্ট ধাৰাৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। তেওঁৰ সাহিত্য-সমালোচনাত ক্ৰম-বিৱৰ্তনৰ আভাস থাকিলেও তাত দৃষ্টিভংগীৰ নাইবা মূল্যায়নৰ বিভ্ৰান্তিকৰ পৰিবৰ্তন ঘটা নাই।'

ইতিমধ্যে আমি প্ৰমাণ কৰিছোঁ যে এনেধৰণৰ দাবী অনৈতিহাসিক আৰু অতিৰঞ্জিত। ভবেন বৰুৱা মাটি ফুটি ওলোৱা নাই, আকাশৰ

পৰাও পৰা নাই। বহুক্ষেত্ৰত তেওঁ এই লেখকৰে কেতবোৰ ধাৰণাক বিস্তাৰণ আৰু সম্প্ৰসাৰণ ঘটাইছে। 'জীৱনৰ বাটত' উপন্যাস, 'কাৰেঙৰ লিগিৰী' নাটক, 'অগ্নিকাগিৰিৰ গীতিধৰ্মী কবিতা'—এনেবোৰ বিষয়ত তেওঁৰ বক্তব্য এই লেখকৰ ৰচনাত আগতেই সংক্ষেপে প্ৰকাশিত হৈছিল। নবকান্ত, নীলমণি ফুকন, হোমেন বৰগোহাঞিৰ 'সুবালা', প্ৰভৃতিৰ বিষয়েও আমাৰ ৰচনাত আগতেই যথাযথ আলোচনাৰ বাট মুকলি হৈছিল। তেওঁ এই সমালোচনাত নতুন সংযোজন নিশ্চয় কৰিছে। কিন্তু এই সমালোচনাৰ ধাৰা তেওঁ প্ৰৱৰ্ত্তন কৰা বুলি কৰা দাবী সযত্ন অধ্যয়নৰ নিদৰ্শন নিশ্চয় নহয়।

'প্ৰাপ্তবয়স্কৰ সমস্যা' প্ৰবন্ধত যিধৰণৰ দোষ-ত্ৰুটি বিশ্লেষণ কৰা হৈছিল, আমাৰ 'প্ৰগতিশীল সাহিত্যত এভুমুকি' প্ৰভৃতি প্ৰবন্ধত তাৰ বহু আগতেই তাৰ চিনাকী দিয়া হৈছিল। তেওঁৰ কবিতাৰ আলোচনাত যিধৰণৰ সূক্ষ্ম পৰ্য্যৱেক্ষণ আৰু ভাষিক চেতনা পৰিস্ফুট হৈছে আমাৰ 'অগ্নিকাগিৰি আৰু মানবায়তন' প্ৰভৃতি প্ৰবন্ধত তাৰ স্পষ্ট পূৰ্বাভাস পোৱা যায়।

'প্ৰকাশ'ৰ প্ৰবন্ধত দাবী কৰা হৈছে যে অজিত বৰুৱাৰ কবিতাক তাৰ প্ৰাপ্য সমাদৰ দিয়ে বৰুৱাইহে। এইটো আন একধৰণৰ অতিশয়োক্তি। মহেন্দ্ৰ বৰাৰ "নতুন কবিতা"ৰ সংকলনত আৰু হেম-বৰুৱাৰ ১৯৬০ চনতে ওলোৱা Modern Assamese Poetry নামৰ অনুবাদ-কবিতাৰ সংগ্ৰহত অজিত বৰুৱা যথেষ্ট সমাদৃত। উক্ত দুটা সংগ্ৰহৰ সম্পাদকে অজিত বৰুৱাৰ বিশিষ্ট ঠাঁচ তথা দৃষ্টিভংগীৰ প্ৰতি সঁহাৰি নিদিয়াকৈয়ে তেওঁক সমাদৰ কৰিছিলনে ?

এইধৰণৰ অতিশয়োক্তি তথা অতিৰঞ্জিত দাবীত এনেয়ে আপত্তি কৰা বিশেষ কাৰণ নাই: ভক্ত বা স্তাৱকসকলৰ দৃষ্টিত দেবমূৰ্ত্তি সৰ্বগুণসম্পন্ন হবই। কিন্তু সি যদি সাহিত্যৰ ইতিহাসত বিকৃতি ঘটায় আৰু তথ্য সম্পৰ্কে ভুল ধাৰণা জন্মায় তেনেহলে আপত্তি উঠিবই।

মাৰ্ক্সবাদী চিন্তাধাৰাৰ বিকল্প হিচাবে সমাজ-সচেতন, অথচ মূলতঃ আধ্যাত্মিক, এক মানবতাবাদী সংস্কৃতিচেতনাক ভবেন বৰুৱাৰ চিন্তাৰ ভিত্তি বুলি ইমদাদুল্লাহে কৈছে। জীৱনৰ বৈচিত্ৰ্যৰ প্ৰতি সঁহাৰি দিবলৈ গৈ তেওঁৰ মতে ভবেন বৰুৱাই মাৰ্ক্সবাদৰ পিঞ্জৰাৰ পৰা ওলাই আহিছে। এই তথাকথিত মুক্তমনৰ চিন্তাধাৰা অসমত ইমানেই অভিনৱনে ?

লোকৰ মতামতৰ প্ৰতিধ্বনি নকৰি ইমদাদুল্লাহে "সাহিত্যৰ সত্য"ৰ পুৰণা ৰচনাবোৰ পঢ়ি চালে দেখিলেহেঁতেন যে বহুদিন আগতেই আমি নিজে এনে এক চিন্তাধাৰাকেই আশ্ৰয় কৰিছিলোঁ।

ইমদাদুল্লাহে কৈছে ' 'কিছুদূৰলৈ বা এটা ৰূপত পছিমৰ New Criticism নামৰে চিহ্নিত আধুনিক পছিমীয়া সমালোচনা-পদ্ধতিৰ অনুগামী হলেও ভবেন বৰুৱাই এই পদ্ধতিক অসমীয়া সাহিত্যৰ প্ৰসংগত নিজা ধৰণেৰে প্ৰয়োগ কৰিছে আৰু তাৰ লগত অসমীয়া সাংস্কৃতিক ঐতিহ্যৰ পটভূমি সম্পৰ্কে তেওঁৰ ধ্যান আৰু এই ঐতিহ্যৰ বিশেষ প্ৰয়োজনবোৰৰ বিষয়ে চেতনাও সংযুক্ত কৰিছে।

এইধৰণৰ কাম অসমত কেৱল বৰুৱাইহে কৰিছেনে? তেওঁতকৈ আগতে এই দায়িত্ব কোনোবাই লৈছিল নে নাই? 'সাহিত্যৰ সত্য'ৰ ৰচনাবোৰত অসমীয়া সাহিত্যৰ জীৱন্ত ঐতিহ্য কি ধৰণৰ হব পাৰে, সেই সম্পৰ্কে চিন্তা চৰ্চাৰ প্ৰমাণ আছেনে নাই?

পছিমৰ New Criticism ৰ এই যিটো অসমীয়া সংস্কৰণ, তাৰ উদ্ভাৱন তথা আবিস্কাৰত আমাৰ অৱদান ইমদাদুল্লাহ বা আন কোনোৱে এই ধৰণে নস্যাৎ কৰিবলৈ নহাই ভাল। সজ্ঞান অজ্ঞতাৰ ঔষধ অৱশ্যে নাই।

ভবেন বৰুৱাৰ মতৰেই প্ৰতিধ্বনি কৰি ইমদাদুল্লাহে 'দৃষ্টিভংগী নাইবা মূল্যায়নৰ বিভ্ৰান্তিকৰ পৰিবৰ্তন'ক এটা মাৰাত্মক অপৰাধ বুলি ধৰি লৈছে। তাৰ বিপৰীতে তেওঁ 'ক্ৰমবিবৰ্তন'ৰ ধাৰণাটো দাঙি ধৰিছে। কিন্তু এনে মত পৰিবৰ্তন মাত্ৰেই কিয় শোচনীয় অপৰাধ বুলি পৰিগণিত হব লাগে? কীৎছে মিল্টনৰ বিষয়ে আৰু এফ আৰ লীভিছে চাৰ্লচ্ ডিকেন্সৰ বিষয়ে নিজৰ মূল্যায়নৰ আমূল পৰিৱৰ্তন সাধিছিল— এনে পৰিৱৰ্তন অবাঞ্ছনীয় বুলি ভবাটো জীৱন সম্পৰ্কে কৌতূহলী বা সজাগ ব্যক্তিৰ পক্ষে অপ্ৰত্যাশিত মূৰ্খামি।

সজাগ, সজীৱ মনে অভিজ্ঞতাৰ সঞ্চয়ৰ ( accumulation ) ফলত কেতিয়াবা কোনো বিষয়ত এনেকৈ সম্পূৰ্ণ মতপৰিৱৰ্তন কৰে। পৃথিৱীৰ বহুত অগ্ৰগণ্য চিন্তাশীল ব্যক্তিৰ জীৱনত এনে ঘটনা ঘটাৰ প্ৰমাণ আছে। যুক্তি তৰ্ক সহ তেওঁলোকে তাক প্ৰতিপাদন কৰিলে পাঠকৰ লোকচানতো নহয়েই, লাভ হোৱাৰে সম্ভাৱনা। কিন্তু এই পৰিৱৰ্তনৰ পিছত অভিজ্ঞতাজনিত উপলব্ধি আছে নে নাই, সেইটোহে সাৰ্থক প্ৰশ্ন।

এই কথাটো যান্ত্রিকভাৱে বুজিবলৈ চেষ্টা কৰা বাবেই দৃষ্টিভঙ্গীৰ পৰিৱৰ্তনো ভবেন বৰুৱা আৰু তেওঁৰ অনুগামীসকলৰ বাবে এক নাভুত-নাশ্রুত ঘটনা। সৃষ্টিশীল জীৱনত ই কিন্তু এটা পৰিচিত লক্ষণ। ৰোমাঁ ৰোলাঁৰ জীৱনত, কবি নেৰুডাৰ জীৱনত, মানিক বন্দ্যোপাধ্যায়ৰ জীৱনত এনে ঘটনাই ঘটিছিল। বিশেষকৈ সমাজবাস্তৱৰ আঘাত আৰু মাৰ্ক্সীয় মতবাদৰ সংস্পর্শ—এই দুই নিমিত্তৰ যৌগিক ফল মানসিকতা তথা দৃষ্টিভংগীৰ পৰিৱৰ্তন।

আজিৰ যুগত এনে পৰিৱৰ্তন বুজিব নোৱাৰা বা বুজিব নোখোজাটো এক মানসিক জড়তা আৰু কল্পনাহীন ( Unimaginative ) জীৱন-বোধৰ লক্ষণ। অতিমাত্রা নিৰাপত্তা বিলাসী মনৰ বাবে অৱশ্যে এনে পৰিৱৰ্তন মাত্রেই মাৰাত্মক স্খলন বা বিচ্যুতি। বৌদ্ধিক সাধুতা নাথাকিলে এনে পৰিবৰ্তনক 'মূৰ পোলোকা দিয়া' বুলি আচামীৰ কাঠগড়াত সহজে থিয় কৰোৱা যায়।

কিন্তু জীৱন কোনো চিন্তাৰ খোলাতকৈ বহল। অনেকান্তবাদো এটা খোলা মাত্র। সেই খোলাৰ পৰা যেতিয়াই জীৱন অন্তৰ্হিত হয় তেতিয়া তাক আঁকোৱালি থকাটো কাপুৰুষালি আৰু আত্মপ্ৰতাৰণা মাত্র। জীৱনৰ সাৰথি হিচাবেই চিন্তাৰ জন্ম আৰু ভূমিকা। কাৰো পছন্দ নহয় বুলিয়েই তাক লেকাম ধৰিব নোৱাৰি।

অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ অলীক নিৰাপত্তাৰ মাজত আৱদ্ধ শ্ৰী বৰুৱাই মাৰ্ক্সবাদৰ বৈপ্লৱিক ভূমিকা সমুলি উপলব্ধি কৰিব পৰা নাই। মাৰ্ক্সবাদৰ বৈপ্লৱিক তথা পৰীক্ষামূলক ( Critical ) চৰিত্র যি উপলব্ধি কৰিছে তেওঁ বিদ্যুৎচমকৰ দৰে অনুভৱ কৰিছে নিজৰ ধ্যান ধাৰণাবোৰৰ ঐতিহাসিক, সামাজিক তথা শ্ৰেণীভিত্তিক চৰিত্র। সেইবোৰৰ প্ৰতি তেওঁৰ মনোভাৱৰ তেতিয়া সলনি হয়। শ্ৰী বৰুৱাৰ ক্ষেত্ৰত এই বিশেষ উপলব্ধি ঘটাৰ প্ৰমাণ আমি পোৱা নাই। তেওঁ মাৰ্ক্সবাদৰ কিতাপবোৰ পঢ়িছে, আন দহটা মতবাদ অধ্যয়ন কৰাৰ দৰে মাৰ্ক্সবাদ অধ্যয়ন কৰিছে। আৰু অৱশেষত তাৰ ফল হৈছে তেওঁৰ আত্মবিশ্বাস আৰু কুসংস্কাৰবোৰ অধিক সুদৃঢ়, অধিক বদ্ধমূল কৰা। মাৰ্ক্সবাদৰ কি চমৎকাৰ পৰিণতি! সেয়ে অসমীয়া জাতি আৰু জাতীয়তা সম্পৰ্কে তেওঁৰ চিন্তাচৰ্চাবোৰো সাধাৰণ মধ্যবিত্ত চিন্তাৰেই উন্নত সংস্কৰণ মাত্র। তাত ইমদাদুল্লাহে দেখাৰ দৰে গুৰুৰ আমি দেখা নাই।

'সংলাপ'ত মাৰ্ক্স এংগেল্‌চৰ ৰচনাৰ পৰা দিয়া উদ্ধৃতিবোৰতো এটা বিশেষ কৌশলে কাম কৰিছে। আহুকলীয়া বাক্যবোৰ বাদ দি, প্ৰসংগৰ উল্লেখ নানি এই উদ্ধৃতিবোৰৰ অভিপ্ৰায় প্ৰায়ে বিকৃত কৰা হৈছে। এই সম্পৰ্কে তথ্যপ্ৰমাণ সহ বহু অভিযোগ বিভিন্ন জনে কৰিছে। কিন্তু অনেকান্তবাদী সকল আৰু বৈচিত্ৰ্যবাদী সকল এই বিশেষ ব্যতিক্ৰম সম্পৰ্কে আচৰিত ধৰণে নীৰৱ !! মাৰ্ক্সবাদৰ বৈপ্লৱিক, ৰূপান্তৰধৰ্মী চৰিত্ৰ নিশ্চিহ্ন কৰি এটা সুবিধাভোগী শ্ৰেণীক ৰক্ষণাবেক্ষণ দিবলৈ গলে আৰু কি আশা কৰিব পাৰি ?

'সাহিত্যৰ সত্য'ৰ কালচোৱাৰ আমাৰ ৰচনাসমূহত দেখা যায় যে কেৱল সাহিত্যবস্তুৰ সং গুণবোৰ প্ৰত্যক্ষ কৰি পাঠকৰ দৃষ্টিগোচৰলৈ অনাই তাৰ ধৰ্ম নহয়। এনেধৰণৰ ব্যাখ্যাধৰ্মী ( expository ) ৰচনা সমালোচনাৰ এটা দিশ মাত্ৰ। তাৰ উপৰিও প্ৰকৃত সমালোচকে আলোচ্য সাহিত্যবস্তুৰ দুৰ্বলতা, ত্ৰুটি আৰু অসম্পূৰ্ণতা সম্পৰ্কেও লেখক তথা পাঠকক সজাগ কৰে। সাহিত্যৰ উচ্চ মান ৰক্ষা কৰাৰ ই এক অপৰিহাৰ্য্য উপায়। কিন্তু বহু সাম্প্ৰতিক সমালোচকৰ ৰচনা এই ক্ষেত্ৰত ত্ৰুটিপূৰ্ণ। অপেক্ষাকৃত অপৰিপক্ক লেখকৰ ভুল-ত্ৰুটিৰ ওপৰত মাষ্টাৰি কৰি আগশাৰীৰ লেখকসকলৰ ৰচনা সম্পৰ্কে সম্পূৰ্ণ গদ্‌গদ হোৱাটোও সমালোচকৰ এটা ধাৰাই হৈ পৰিছে। কোৱা বাহুল্য যে গভীৰ, পৰিপক্ক, সমৃদ্ধ জীৱনবোধৰ ই লক্ষণ নহয়। নাট্যকাৰ অৰুণ শৰ্মা, কবি নীলমণি ফুকন সিদ্ধিৰ চৰম শিখৰত উঠা বুলি ভবাটো সমালোচকৰ আলস্য আৰু আত্মসন্তুষ্টিৰহে লক্ষণ মাত্ৰ। তদুপৰি এনে মনোভাৱে অনুজ লেখকসকলৰ মনতো সাহিত্যৰ উৎকৰ্ষ সম্বন্ধে সঠিক আৰু স্পষ্ট ধাৰণা সৃষ্টি নকৰে। এই দায়িত্ব যে অসমৰ সাম্প্ৰতিক সমালোচক বহুতেই বহন কৰিব নোখোজে তাৰ কাৰণ এয়ে যে ৰসোপলব্ধিৰ এক সংকীৰ্ণ আৰু গতানুগতিক অভ্যাসত বান্ধ খাই তেওঁলোকে জীৱনজিজ্ঞাসাৰ দৃষ্টিভংগী প্ৰকাৰান্তৰে বৰ্জন কৰিছে।

চিন্তাধাৰাৰ উত্তৰণ তথা পৰিবৰ্তনৰ এটা সৰু উদাহৰণ দিয়া যাওক। 'সেউজীপাতৰ কাহিনী' উপন্যাসখন এসময়ত মই নিজেই সিমান সাৰ্থক নহয় বুলি ভাবিছিলোঁ। কাৰণ 'জীৱনৰ বাটত' উপন্যাসৰ আহ্নিত মুগ্ধ হৈ "সেউজী পাতৰ কাহিনী" উপন্যাসৰ কাহিনীৰ মূল দ্বন্দ্ব আৰু তাৰ তাৎপৰ্য্য উপলব্ধি কৰিবলৈ মই সময়ত অক্ষম হৈছিলোঁ। কিন্তু "জীৱনৰ

বাটত” উপন্যাসৰ ৰস চয়নৰ ক্ষেত্ৰত অসমীয়া সমাজৰ অপেক্ষাকৃত জড়তাৰ বাবে তাৰ Cyclic কাহিনীবৃত্ত অনুধাবন কৰা সহজ আছিল। জীৱন-মৰণ-প্ৰেম সকলো যেন নিয়তি নিৰ্দ্দিষ্ট পথেৰে আহে আৰু যায় আৰু শেষ কৰি থৈ যায় মানুহৰ অন্তৰৰ সকলো সৎ, শুভ, সুন্দৰ আকাংক্ষা। কাহিনীৰ এই মৰ্ম এক স্থবিৰ সমাজ ব্যৱস্থাৰ প্ৰতিবিম্ব মাত্ৰ।

কিন্তু ‘সেউজীপাতৰ কাহিনী’ৰ মাজত নিৰুদ্ধ মানবাত্মাৰ যি অস্থিৰতা ( restlessness ), তাৰ পটভূমি হ’ল অসমৰ সমাজ জীৱনৰ মাজত সক্ৰিয় হোৱা কেতবোৰ শক্তি। এই শক্তিবোৰ পৰিৱৰ্তন, বিদ্ৰোহ আৰু প্ৰগতিৰ শক্তি। এইবোৰৰ প্ৰতি সঁহাৰি দিব পৰাৰ আগতে মই যথেষ্ট নতুন অভিজ্ঞতাৰ মাজেদি যাব লগা হৈছিল। নতুন পৰিবেশত সমাজ জীৱনৰ নতুন অভিজ্ঞতাই মনত যি প্ৰেৰণা সঞ্চাৰ কৰিলে তাৰ বলতেই এই কাহিনীৰ মৰ্ম উপলব্ধি কৰিবলৈ সক্ষম হৈছিলোঁ। এই অভিজ্ঞতাৰাশিৰ খুন্দাত মোৰ পুৰণা ধ্যান-ধাৰণা আৰু মূল্যবোধৰ বিস্তৃত পৰিৱৰ্তন ঘটিল। এই পৰিৱৰ্তনৰ প্ৰতি ভবেন বৰুৱা আৰু তেওঁৰ সংগীবৃন্দই সহানুভূতি অনুভৱ নকৰিব পাৰে। কিন্তু তাক বৌদ্ধিক অসাধুতাৰ কলংক দিয়াটো অযুক্তিকৰ।

‘সাহিত্যৰ সত্য’ত পছিমীয়া সমালোচনাৰ যিবোৰ ধ্যান ধাৰণা আয়ত্ত কৰা হৈছিল, প্ৰয়োগ কৰা হৈছিল, সেইবোৰ এইবাবেই পিছলৈ কিছুদূৰ বৰ্জন, কিছুদূৰ সংস্কাৰ কৰিবলৈ বাধ্য হৈছিলোঁ। অসমত এইবোৰ প্ৰয়োগ কৰিবলৈ প্ৰয়োজনীয় শ্ৰম আৰু উদ্ভাৱন প্ৰথমে ময়েই কৰিছিলোঁ। কিন্তু অভিজ্ঞতাই মোক শিকালে যে এইবোৰ ধ্যান-ধাৰণা বহু দূৰ আংশিক, বহুদূৰ ভ্ৰান্ত।

( প্ৰকাশিত, ১৯৮০ চন )

# পাৰ্বতিপ্ৰসাদ আৰু 'খেলভঙা খেল'

(ক)

সমসাময়িক এজন চিন্তাশীল লেখকে দেশৰ ৰাজনীতি-সংস্কৃতি সকলোতে 'গ্ৰাম্যতা'ৰ অপচ্ছায়া দেখা পাইছে। তেওঁৰ মতে আজিকালি সাংস্কৃতিক মানৰ অধঃপতন আৰু ৰুচিৰ বিকৃতিৰ লগ লাগিছে এক অত্যন্ত সংকীৰ্ণ, স্বাৰ্থমত্ত আৰু আদৰ্শভ্ৰষ্ট মানসিকতা। তেওঁৰ মতে কি দক্ষিণপন্থী, কি বামপন্থী, উভয় মহলতে এনে এক দেউলীয়া মানসিকতাই সক্ৰিয় হৈ উঠিছে আজিকালি।

এই লক্ষণবোৰ সঁচাকৈ মন নকৰি নোৱাৰি। ভাৰতৰ সংস্কৃতি বা ৰাজনীতিয়েই নহয়, ভাৰতীয় সমাজেই আজি এক সংকটত নিমজ্জিত। এই সংকটত আমি সকলোৱেই সংজ্ঞা হেৰুৱাব ধৰিছো। আনকি যি গৰাকী চিন্তাশীল লেখকে 'গ্ৰাম্যতা'ৰ বলিষ্ঠ ৰোগনিৰ্ণয়েৰে সকলোকে সচকিত কৰিছে তেওঁ নিজেই অম্লানবদনে তেওঁতকৈ বহু শ্ৰদ্ধেয় গৱেষক পণ্ডিতক 'অমুকহঁত', 'তমুকহঁত' বুলি তাচ্ছিল্য কৰি একেধৰণৰ গ্ৰাম্যতা আৰু ৰুচিবিকাৰৰে সৰ্বগ্ৰাসিতাৰ প্ৰমাণ দাঙি ধৰিছে! ভাৰতীয় ইতিহাস আৰু সংস্কৃতি আৰু ৰাজনীতি সম্পৰ্কে কেইবাটাও আকৰ্ষণীয় আৰু তাৎপৰ্য্যপূৰ্ণ মন্তব্য কৰি উঠি তেওঁ যিপিনে খৰখেদাকৈ তেওঁৰ মতামত পোনাই লৈ গৈছে তাত নিৰাসক্ত বস্তুনিষ্ঠ বিচাৰতকৈ কোনো বিশেষ মহল বা দৃষ্টিকোণৰ হৈ নাগেৰা বজোৱাহে বেছি নিনাদিত হোৱা যেন লাগে। অৰ্থাৎ সৰ্বগ্ৰাসী সংকটৰ খুন্দাত তেওঁ নিজেও স্থিতধী আৰু বস্তুনিষ্ঠ হৈ থাকিব পৰা নাই। মনীষাৰ স্বচ্ছন্দ প্ৰকাশত মনৰ ধুলিমলিয়েও যেন বাধা জন্মাইছে।

যি সমাজত আমি থাকোঁ, সেই সমাজৰ অধ্যয়ন আৰু বিশ্লেষণত ভগবানৰ দৰে সম্পূৰ্ণ সংস্কাৰমুক্ত আৰু পক্ষপাতহীন দৃষ্টি আমি আয়ত্ত কৰিব নোৱাৰোঁ। আমাৰ মতামত সমাজৰ কোনো নহয় কোনো পৰস্পৰবিৰোধী আৰু বিবাদমান শিবিৰৰ লগত মিলি যোৱাটো আচৰিত নহয়। কিন্তু এই মতামত অৱলম্বন কৰা সময়ত আমি যেন সকলো কথা, সকলো মত যথাসাধ্য নিস্পৃহভাবে চালি-জাৰি চাব পাৰোঁ। আৰু যেন আমাৰ বিশেষ মতামত সমাজৰ সামগ্ৰিক উন্নতি আৰু মংগলৰ

বাবে কিয় উপযোগী, সেই বিষয়ে বিস্তাৰিত যুক্তি দৰ্শাবলৈ নাপাহৰোঁ। বিশেষকৈ আমাৰ নিজৰ মনঃপুত মতামতৰ প্ৰতিয়েই প্ৰথম অৱস্থাত আমি সৰ্বাধিক কঠোৰ হোৱা উচিত। তেনে ধৰণৰ সতৰ্কতা অৱলম্বন নকৰি আমি যদি নিজক অন্তৰীক্ষৰ ধ্ৰুব নক্ষত্ৰ বুলি ভাবোঁ আৰু আন সকলোকে অন্ধকাৰ সমুদ্ৰত নিমগ্ন বুলি ধৰি লওঁ, তেতিয়া কোনো ফলপ্ৰসূ বিতৰ্ক আৰম্ভ কৰাই টান হব। বিতৰ্কত বিশ্বাস সুস্থ গণতন্ত্ৰৰ লক্ষণ। আৰু কেৱল আমিয়েই কোনো তৰ্কাতীত প্ৰজ্ঞাৰ অধিকাৰী বুলি ভবাটো জৰুৰী অৱস্থাৰ মানসিকতা মাত্ৰ।

কিন্তু অসমত বা ভাৰততে সম্প্ৰতি এনে ফলপ্ৰসূ, সৃষ্টিশীল বিতৰ্কৰ অৱকাশ নাই। বাতৰিকাকত বা আলোচনীবোৰে হয় এনে বিতৰ্কক ভয় কৰে, নহয় তাক নিজৰ ব্যৱসায়িক আৰু ৰাজনৈতিক স্বাৰ্থত ব্যৱহাৰ কৰে। কোনো কোনো আলোচনী বা সংবাদপত্ৰত কোনো লেখকক তেওঁৰ প্ৰতিপক্ষৰ বিৰুদ্ধে অবাধ গালিগালাজ কৰাৰ সুযোগ দিয়া হয়। কিন্তু প্ৰতিপক্ষই উত্তৰত কিবা একলম লেখিলেও তাক তৎক্ষণাৎ ফটা কাগজৰ পাছিত স্থান দিয়া হয়। বৌদ্ধিক বাতাৱৰণ এনেদৰে স্বাৰ্থৰ লীলাভূমি কৰিবলৈ চেষ্টা কৰাৰ তাৎপৰ্য্য আছে।

ইয়াৰ কাৰণ কেৱল “গ্ৰাম্যতা” বুলিলে ঠিক নহব। নাইবা কেৱল “অতীত”ৰ বুকুত তাৰ উহ বিচাৰিলেও নহব। অতীতৰ পৰা বৰ্তমানলৈ প্ৰভাৱৰ সোঁত এটা যেনেদৰে বৈ আহিছে, ঠিক তেনেকৈ বৰ্তমানেও অতীতৰ কোনো শুভ বা অশুভ শক্তিক জগাই তুলিছে। ভাৰতৰ পৰিণত সামন্ত যুগৰ যি “গ্ৰাম্যতা” ( rural idiocy Karl Marx ), তাক বৰ্তমানৰ কি পৰিস্থিতিয়ে উৎকট ৰূপ দিছে, সেই প্ৰশ্ন কৰিব, লাগিব। নহলে আমি পাহৰি যাম, ক্ষেত্ৰবিশেষে কালীসাধনাও সমাজ-সংস্কৃতিৰ বাবে মূল্যবান হব পাৰে আৰু বৈষ্ণৱ ধৰ্মও সমাজ-সংস্কৃতিৰ বাবে ক্ষতিকৰ হব পাৰে—যদিও সাধাৰণভাৱে বৈষ্ণৱধৰ্ম শক্তিপূজাতকৈ উন্নত সমাজ-সভ্যতাৰ নিদৰ্শন। সামাজিক পৰিস্থিতিৰ নিৰ্মোহ অধ্যয়ন সেয়ে আমাৰ প্ৰগতি আৰু মুক্তিৰ বাবে অপৰিহাৰ্য্য।

ষাঠিৰ দশকলৈকে ভাৰতীয় মধ্যবিত্তই মোটামুটিভাৱে বিতৰ্কক সমাদৰ কৰিছিল। কাৰণ সমাজৰ ওপৰত বুৰ্জোৱা শ্ৰেণীৰ কৰ্তৃত্ব নিকপকপীয়া হোৱাৰ আগলৈকে নিজৰ মাজত মতভেদ সহ্য কৰাৰ উপৰিও অন্যান্য শ্ৰেণীৰ মতামতৰ প্ৰতি বুৰ্জোৱাই কিছু শ্ৰদ্ধা দেখুৱায়।

ভাৰতীয় কংগ্ৰেছৰ মাজতো বহুদিনলৈ সমাজবাদী আৰু সাম্যবাদীসকলৰ স্থান আছিল। সত্তৰৰ দশক পৰ্য্যন্ত কংগ্ৰেছৰ মাজত চৰকাৰবিৰোধী মতবো কিছু স্থান আছিল। স্বাধীনতাৰ আগতে সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামৰ প্ৰয়োজনত ভাৰতীয় বুৰ্জোৱাই জাতীয় সমাবেশত বিভিন্ন মতৰ সহাৱস্থান আৰু সংঘাত মানি চলিছিল। স্বাধীনতাৰ পিছতো পৰাপক্ষত দমন-নিপীড়ণ অবিহনে নিজৰ নেতৃত্বত জাতিৰ ঐক্য বৰ্তাই ৰাখিবলৈ এক দশকবো অধিক কাল বুৰ্জোৱা শ্ৰেণীয়ে কিছুদূৰ মতভেদ আৰু মতবিৰোধ সহ্য কৰিলে। কিন্তু জাতিৰ বা সমাজৰ মাজত এহাতে বিভিন্ন শ্ৰেণীৰ দ্বন্দ্ব আৰু বিৰোধ যিমানেই তীব্ৰ হৈ আহিল, সিমানেই ক্ষমতা ৰক্ষাৰ স্বাৰ্থত বুৰ্জোৱা শ্ৰেণীয়েও ক্ৰমাগতভাবে অধিক স্বৈৰতন্ত্ৰী স্বভাৱ অৰ্জন কৰিলে। অৱশেষত বুৰ্জোৱাই নিজৰ মাজতে মতান্তৰ আৰু মতভেদ সহ্য নকৰা হ'ল। একচেতিয়া পুঁজি আৰু চৰকাৰী ক্ষমতাশালী গোষ্ঠী মিলি এটা দেশব্যাপি চক্ৰ তৈয়াৰ কৰি সাধাৰণ বুৰ্জোৱা আৰু সমাজৰ অন্যান্য শ্ৰেণীক দমন কৰি ৰাখিবলৈ বিচাৰিলে।

এনে এক ৰাজনৈতিক পৰিবেশত বিতৰ্ক বা অবাধ জিজ্ঞাসা তথা কৌতূহলৰ স্থান নাই। বৰং প্ৰয়োজন হলে সত্যক দমন বা বিকৃত কৰি, জ্ঞানসাধনাক পথভ্ৰষ্ট কৰি, অসত্য বা মিথ্যা প্ৰচাৰ বা প্ৰতিষ্ঠা কৰি একচ্ছত্ৰী বুৰ্জোৱাই অবাধ প্ৰতিপত্তি বজাই ৰাখিবলৈ বিচাৰে। স্বাভাৱিকতে এনে শ্বাসৰুদ্ধ, অস্বাভাৱিক পৰিবেশত "গ্ৰাম্যতা" অথবা কুসংস্কাৰ, নীচ স্বাৰ্থপৰতা আৰু অন্ধ ৰক্ষণশীলতাই খোপনি পোতে। সমাজৰ নেতৃস্থানীয় মহলে আছি আৰু শিক্ষাৰ জৰীয়তে তলৰ মহলাৰ মানুহৰ মাজতো সেই মানসিকতা বিয়পাই দিয়ে। অন্ধবিশ্বাস, কুসংস্কাৰ, সাম্প্ৰদায়িকতাই জনসাধাৰণক মুক্তিৰ পথ দেখুৱাব নোৱাৰে। বৰং আৰু গভীৰভাৱে তেওঁলোকক বুৰ্জোৱা শ্ৰেণীৰ কবলত পেলাম। "গ্ৰাম্যতা" সেয়ে কেৱল এচাম অমাৰ্জিত আৰু আদৰ্শভ্ৰষ্ট লোকৰ অঁকৰা চতুৰালি নহয়—"গ্ৰাম্যতা" এক বিশেষ শ্ৰেণী তথা ক্ষমতাশালী গোষ্ঠীৰ পৰিকল্পনাৰ ফল।

দ্বান্দ্বিক বস্তুবাদ মতে সকলো বস্তুৱেই পৰিবৰ্তনশীল। আজিৰ দিনত ওপৰমহলাত তন্ত্ৰ-মন্ত্ৰৰ প্ৰতিপত্তি হ'ল এক মৰণমুখী, ক্ষয়িষ্ণু শাসকশ্ৰেণীৰ ভয়-শংকা আৰু হতাশাৰ নিদৰ্শন। ভাৰতৰ স্বদেশী যুগত কিন্তু এই কু-সংস্কাৰবোৰো ইংৰাজবিৰোধী স্বাধীনতা সংগ্ৰামক

স্থাতীয়াৰ হৈছিল দুদিন মানৰ বাবে। মৰণবিজয়ী বিপ্লবী সকলৰ কালীপূজা ব্যক্তিগত ক্ষমতালোভৰ নমুনা নাছিল। বৰং ইংৰাজে হৰণ কৰি নিয়া ৰাজনৈতিক শক্তিক পুনৰ স্বদেশৰ বাবে জয় ক'ৰিবলৈকে এই শক্তিপূজাৰ আয়োজন চলিছিল। নিঃসন্দেহে এই মাতৃপূজা বা শক্তি-পূজাৰ নেতিবাচক দিশ আছিল। বিজ্ঞানবিৰোধী বা ধৰ্মনিৰপেক্ষতাৰ প্ৰতিকূল বুলি এই শক্তিপূজাৰ বিৰুদ্ধে আমি আপত্তি কৰিব পাৰোঁ। কিন্তু ঔপনিবেশিক ব্ৰিটিছ শোষণ-শাসনে ভাৰতৰ সমাজসভ্যতা যি স্তৰত আবদ্ধ কৰি ৰাখিছিল তাত এনে আচাৰ অনুষ্ঠান প্ৰবল হৈ থকাটো স্বাভাৱিক আছিল। অনগ্ৰসৰ পৰিৱেশত বিশ্বাস আৰু চিন্তাৰ প্ৰাচীন পৰম্পৰা বৰ্ত্তি থাকিবই। (যেনেকৈ মুছলমান সকলৰ মাজত শেহাস্তৰত মুছলমান কাৰিকৰ সকলৰ উদাৰ দৃষ্টিভংগীতকৈ মুছলমান জমিদাৰসকলৰ ঠেক আৰু ধৰ্মান্ধ মনোভাবেই প্ৰাধান্য লাভ কৰিছিল।) কিন্তু তেনে বিশ্বাস আৰু চিন্তাৰ উপাদানেৰে স্বদেশৰ মুক্তিৰ দৰে মহান প্ৰগতিশীল ব্ৰত সংগঠিত কৰাটোহে অপ্ৰত্যাশিত আৰু শ্ৰদ্ধেয়। আজি কিন্তু দেখিছোঁ পৰম্পৰাৰ সৎ, প্ৰগতিশীল, মহান উপাদানবোৰো এক-চেতিয়া পুঁজি আৰু চৰকাৰে ক্ষমতাৰক্ষাৰ স্বাৰ্থত বিকৃত কৰিব ধৰিছে। এনেধৰণৰ অদ্ভুত ইতিহাসো লেখা হ'ব ধৰিছে যেন ভাৰতৰ সমস্ত অতীত কেৱল ইন্দিৰা গান্ধীৰ আবিৰ্ভাৱৰ বাবে এক সুদীৰ্ঘ পটভূমি।

সেয়ে পৰীক্ষামূলক (critical) দৃষ্টিভংগীৰে বৰ্তমান আৰু অতীতক বুজি লৈ আগবাঢ়িলেহে ইতিহাসৰ অন্ধগলিৰ পৰা আমি হাত সাৰিব পাৰিম। আধুনিক ভাৰতীয় সমাজ আৰু মননত 'আদিম' আৰু 'প্ৰাগৈতিহাসিক' উপাদান কিমান মিহলি হৈ আছে তাক দেখুৱাই দিলে পথিকৃৎ গৱেষক ডি ডি কোশাম্বী আৰু দেবীপ্ৰসাদ চট্টোপাধ্যায়ে। সেইবোৰ উপাদান ভালদৰে বুজাৰ আগতেই লেই লেই ছেই-ছেই কৰি মুখ ঘূৰালে ভাৰত দূৰৰ কথা আমি নিজকেই ভালদৰে বুজি নাপাম, আৰু বৰ্তমানৰ মূঢ় আত্মতুষ্টিত বৰঙণি যোগাম। 'গ্ৰাম্যতা'ই আৰু টানকৈ কৱাল মাৰি ধৰিব।

আচৰিত যেন লাগিলেও সঁচা যুগপৰিবৰ্তন সম্পৰ্কে শিক্ষা আমি পাৰ্বতিপ্ৰসাদ বৰুৱাৰ কাব্য জীৱনৰ পৰাই পাব পাৰোঁ। তাৰ কাৰণ তেওঁৰ ৰাবীন্দ্ৰিক মানবতাবাদেই নহয়, সেই মানবতাবাদৰ নানা স্ববিৰোধ আৰু ক্ষয়িষ্ণুতা উপলব্ধি তথা স্বীকাৰ কৰিব পৰা সাধুতা তেওঁৰ আছিল।

(খ)

## পাৰ্বতীপ্ৰসাদ বৰুৱাৰ চাৰিটা কবিতা

[ দুটা আগবয়সৰ কবিতা ]

### (১) বীণ বৰাগী তোৰ বীণখনি ল তুলি

বীণ বৰাগী, তোৰ বীণখনি ল তুলি।
সামীৰণে কাণে কাণে
আগলি বাতৰি আনে
চ'ত আহি পালে বুলি।
ৰঙে ৰঙে দশো দিশ ওপচাই গ'ল,
গছে গছে কপৌফুল ফুলিবৰ হ'ল,
গোন্ধৰ সঁফুৰা খুলি।

চা সৌ কুঁহিপাত কৰে লৰচৰ।
হেৰ' তুলি ধৰ, তোৰ বীণ তুলি ধৰ।

তাঁৰে তাঁৰে লাগি তোৰ আঙুলীবুলন,
সুৰে ৰ খেলি যক সুৰৰ দোলন,
পৰাণ উঠক দুলি॥

( ১৯২৩-৩৩ ৰ ভিতৰৰ ৰচনা / প্ৰকাশিত—গুণগুণনি, ১৯৫৩ চন )

### (২) কবিতা

ওৰে ৰাতি অন্ধকাৰত
আছিলে মোৰ দুৱাৰ বন্ধ।
কোনে আহি দিলে মেলি,
সোণৰ পোহৰ দিলে ঢালি?
কি আনন্দ, কি আনন্দ।

আন্ধাৰ নিশা বন্ধ ঘৰত
আছিলো শুই দুখৰ ভৰত,
কি যে সন্দেহ, কি শঙ্কা, কি যে দ্বন্দ্ব।

প্ৰথম পুৱাৰ পোহৰ প্ৰাণত,
পৰিল আকৌ ,
উঠিল সুৰৰ হেন্দোলনি
থৌকি বাথৌ

কঁপক তেনে কঁপক পৰাণ
নতুন সুৰৰ গোৱাচোঁ গান
উঠক কঁপি সুৰে সুৰে
বিশ্ব প্ৰাণৰ নতুন ছন্দ ।

( এপ্ৰিল '৬৩-ত গ্ৰন্থ হিচাপে প্ৰকাশিত—শুকুলা ডাৱৰ ঐ কঁহুৱাঃ ফুল কাব্যগ্ৰন্থৰ ১৫ নং কবিতা )

[ দুটা শেহতীয়া কবিতা ]

## (১) ফটা-বাঁহী

গোটেই বেলাটো বাঁহীকে বজালা
নৈৰ পাৰতে বৈ,
ময়ো আছিলোঁ।
কাষতে ভোলগৈ ।

বাঁহী বজালা
মোৰ জীৱনৰে কথা
ইমান মিঠা !
ইমান ধুনীয়া ৰাগিণী বজালা
সুৰদি সুৰীয়াকৈ ।

যাবৰ বেলিকা
বাঁহীটো থেকেচি গ'লা ।
আলফুল কৰি বুটলি লৈ
ইমান ফুৱালোঁ।
বাঁহী নেবাজিল,
চাওঁ চোঁ—বাঁহীটো ফটা। ( ২৬।৩।৫৭ )

## (২) আছোঁ

আছোঁ
মই আছোঁ
মই আছোঁ বুলিয়েই
মোৰ ৰঙবোৰ লৈ
তুমি ধেমালি কৰিছা।
তুমিও আছা
তুমি আছা কাৰণেই
তোমাৰ ৰঙেৰে আমি সকলোৱে
ৰং কৰিছোঁ।

বন্ধুৱে কয়,—
তুমি হেনো নাই,
তেওঁৰ ৰঙবোৰ হেনো
কোনোবাই লৈ গ'ল।
ৰঙবোৰ যে হেৰাব
সেইটো জনাই আছিল।

কোনোবা দিক্‌চৌত
গাগাৰিণ টিটভৰ
ওখৰো সিপাৰত,—
ৰিণি ৰিণি শুনিছোঁ,—
ৰেডিঅ'ত গান গাইছে,
তুমিয়েই নেকি ?

মোৰ খেলৰ ৰঙবোৰ
আৰু পিয়াহৰ পানীবোৰ
কোনোবাই মিহলাই
তেনেই লেটি পেটি কৰিলে,
তুমিয়েই হ'বলা।

মোৰ ভাগত তিতা বানবাতিটো পৰিল,
ৰঙা পিয়লাটো তোমালৈ।

মই কান্দিছোঁ
মই হাঁহিছো
মই আছোঁ। ( ১৪।১।৬২ )

"বাঁশি" ৰবীন্দ্ৰনাথৰ এটা বিখ্যাত কবিতা। ব্যৱসায়ী প্ৰতিষ্ঠানত সামান্য কেৰাণী চাকৰি কৰা এজন যুৱকে অস্বাস্থ্যকৰ পৰিবেশত দাৰিদ্ৰ্য আৰু অভাৱৰ লগত অহৰ্নিশে সংগ্ৰাম কৰি পেটেভাতে খাই আছে। হঠাতে এদিন দূৰৰ ছানাইৰ সুৰ শুনি তেওঁৰ মন সেমেকি উঠে। মনত পৰে দূৰৰ গাঁৱৰ ঘৰত পৰি থকা তেওঁৰ বাগ্‌দত্তালৈ যাৰ—

"পড়নে ঢাকাই শাড়ী কপালে সিঁদুৰ।" কবিৰ চকুত ঘটনাটো তাহানিৰ ৰামগিৰিত ছট্‌ফটাই থকা যক্ষৰ কাতৰতাৰ আধুনিক সংস্কৰণ হৈ পৰে। মানুহৰ সহৃদয় সত্তা শত যুগৰ ব্যৱধান আৰু অমানুষিক আধুনিক জীৱন সংগ্ৰামেও নিঃশেষ কৰিব পৰা নাই।

এয়ে ৰাবীন্দ্ৰিক দৰ্শনৰ মূল কথা। ৰবীন্দ্ৰৰচনাত দুখ আছে, হতাশা নাই। কাৰণ তেওঁৰ অন্তিম ৰচনা "সভ্যতাৰ সংকট"ত তেওঁ কোৱাৰ দৰে "মানুহৰ ওপৰত বিশ্বাস হেৰুৱা পাপ।" মানৱাত্মাই যুগে যুগে শত বাধা প্ৰতিবন্ধক অতিক্ৰম কৰি বিশ্বজগতত নিজৰ মহিমা প্ৰতিষ্ঠা কৰিছে—এই নিৰবচ্ছিন্ন অগ্ৰগতিয়েই তাৰ জীৱন। অৱশ্যে এই অগ্ৰগতিৰ স্খলন, ছন্দপতন ঘটে মাজে মাজে। জীৱনৰ অৰ্থ সমন্বয়। কিন্তু চিত্ত আৰু বস্তু, হৃদয় আৰু মন, দেহ আৰু আত্মাৰ মাজত ভ্ৰান্ত গতিৰ ফলত প্ৰবল ব্যৱধান গঢ়ি উঠিলে মানুহ বিপদত পৰে। আজি যেনেকৈ বস্তুগত জীৱনৰ আক্ৰোশ আৰু ঈৰ্ষাই চৰম ৰূপ লৈছে। কিন্তু "কিনু গোয়ালাৰ গলি"য়ে সোঁৱৰাই দিছে যে মানুহৰ পৰমাত্মীয় প্ৰাচীন সত্তা বিলুপ্ত হোৱা নাই, বস্তুৰ আৱৰ্জনাৰ তলতো সি জীয়াই আছে।

পাৰ্বতিপ্ৰসাদৰ অন্তৰে ৰবীন্দ্ৰনাথৰ বাণী এনেদৰে আত্মসাৎ কৰিছিল যে তেওঁৰ অজস্ৰ কবিতা ৰবীন্দ্ৰনাথৰ বাণীৰ অসমীয়া প্ৰতিমূৰ্তিৰ দৰে। অথচ তাৰ ভাষা আৰু প্ৰকাশভংগী হাড়ে হিমেজুৱে অসমীয়া :

কিনো ৰিনিনি গায় এ
ৰিণ ৰিণনিত আকাশ কঁপায়

হিয়াতলী ভেদি যায়।
আজি মোৰ ঘুমটি হৰিলে হাঁয়।

* * *

কোন হৃদয়ৰ গোপন পুৰীৰ মাজে
মোৰ পৰাণৰ পৰশমণি বাজে।
কোন সাগৰৰ গভীৰ তলিত
মোৰ মাণিক বিচাৰি পাওঁ।

এইবোৰ কবিতা কেৱল যান্ত্ৰিক প্ৰতিধ্বনি নহয়। গাঁৱলীয়া গীতমাত, বৰাগী গীতৰ ৰহস্যবাদী সুৰ আৰু ভক্তিবাদৰ পৰা পোৱা জীৱন-ৰসৰ প্ৰতি হাবিয়াস—ৰবীন্দ্ৰনাথে লোৱা উপাদানবোৰ লৈয়েই পাৰ্বতিপ্ৰসাদে ৰচিছে তেওঁৰ অনবদ্য অসমীয়া গীতিকবিতাবোৰ। সেইটো সম্ভৱ হৈছে এইবাবেই যে ৰবীন্দ্ৰনাথৰ দৰ্শন তেওঁৰ বাবে প্ৰেৰণাৰ উৎস হৈ আছিল। ঘাত-প্ৰতিঘাত, দুখ-বেদনা সেই অনন্ত সমন্বয়ৰ উপাদান কৰি লৈ তেওঁ আগবাঢ়ি গৈছিল। সেইদৰে যাওঁতে যে বাটকেণা লগা নাছিল, তাৰ কাৰণ আছে।

ৰবীন্দ্ৰদৰ্শন প্ৰাক্‌স্বাধীনতা যুগৰ ভাৰতীয় মনৰ আশা-আকাংক্ষা আৰু সাধনাৰ দৰ্পণ। প্ৰাচ্য আৰু প্ৰতীচ্য, দৈহিক তৃপ্তি আৰু মানসিক উন্নতি, আধ্যাত্মিক ত্যাগ আৰু বাস্তৱিক ভোগ, সৃষ্টিশীলতা আৰু নিষ্ক্ৰিয় আনন্দ—এনে পৰস্পৰ বিৰোধী দিশৰ সাৰ্থক সমন্বয় শিক্ষিত ভাৰতীয় মনে তেতিয়া বিচাৰিছিল। প্ৰাচ্যৰ গণ্ডী অতিক্ৰম নকৰি পাশ্চাত্যৰ সম্পদ অৰ্জন কৰা, প্ৰাচীন সমাজৰ বৈষম্য দূৰ নকৰি সামাজিক ন্যায় প্ৰতিষ্ঠা কৰা, সম্পদ সৃষ্টিৰ মাজতো মনৰ বৈৰাগ্য অক্ষুণ্ণ ৰখা—এনে ভাৰসাম্য শিক্ষিত ভাৰতীয়ই বিচাৰিছিল সামন্তবাদী ভাৰতীয় ঐতিহ্য আৰু সাম্ৰাজ্যবাদী বৰ্তমানৰ দোমোজাত। কিন্তু তাৰ মাজত আত্মপ্ৰবঞ্চনা আৰু Utopian চিন্তাৰ প্ৰভাৱ আছিল। সেয়ে যদিও ভাৰতীয় সংবিধানো এনে ধৰণৰ গোঁজামিল, যদিও "সমাজবাদী সমাজৰ আৰ্হি" ( Socialistic pattern of Society ) এনে ধৰণৰ আন এটি গোঁজামিল—সেই সমন্বয় আজিৰ কঢ় বাস্তৱে নিজেই নস্যাৎ কৰিছে। শাসক শ্ৰেণীয়ে বাহুমন্ত্ৰটি এৰি দিয়া নাই। আজি আকৌ শুনুৱাইছে—tradition with technologyৰ আশ্বাস। নচলিব। [illegible] [illegible] বেছিদিন নাই।

ৰবীন্দ্ৰনাথক ভগবানৰ দৰে সৰ্বজ্ঞ বুলি ভাবিলে বিপদ আছে। তেওঁ যাইকৈ কবি, অপাৰ কল্পনা আৰু বিপুল ধীশক্তিৰ অধিকাৰী। কিন্তু তেওঁৰ সীমাবদ্ধতাও আছিল। সহজ সমন্বয়ৰ গান তেওঁৰ কণ্ঠতে শেষত স্তব্ধ হৈ পৰিছিল। তাৰ কাৰণ কি? কাৰণ এয়ে যে সমন্বয়-দৰ্শনৰ সামাজিক ভিত্তি আছিল ঠুন্নুকা। কখপ্ৰাভৰ বুৰ্জোৱা তথা ব্ৰিটিছ-আশ্ৰিত জমিদাৰ শ্ৰেণীৰ মানুহ হিচাবে ব্ৰিটিছৰ লগত তেওঁৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। ব্ৰিটিছ শাসনৰ পৰা ভাৰতবাসীৰ বাবে সুফল আশা কৰিছিল তেওঁ। আনহাতে মৰ্য্যদা আৰু ন্যায় বিচাৰি সাম্ৰাজ্য-বাদী ব্ৰিটিছৰ বিৰুদ্ধে যুঁজ দিয়া আপামৰ ভাৰতীয় জনগণৰ লগতো তেওঁ আছিল। কিন্তু শেষলৈ তেওঁ দেখিলে যে ব্ৰিটিছৰ লগত থাকি ব্ৰিটিছৰ পৰা সুবিচাৰ আশা কৰা টান। অথচ নিজৰ সামাজিক অৱস্থান পৰিত্যাগ কৰি জীৱন দৰ্শন সলনি কৰাও সেই সময়ত তেওঁৰ বাবে সম্ভৱ হৈ থকা নাছিল। শেষ জীৱনত তেওঁ বুজিলে যে প্ৰাচ্য-পাশ্চাত্যৰ যি সমন্বয়ৰ আদৰ্শ তেওঁৰ পাথেয় আছিল সি দেউলীয়া হৈ গৈছে। "কালান্তৰ" আৰু "সভ্যতাৰ সংকট" নামৰ শেষ ৰচনা দুখনত তেওঁ স্পষ্টভাষাত কথাটো স্বীকাৰ কৰি গৈছে। তেওঁ আগতে ভবামতে পাশ্চাত্যত নতুন বিশ্বজনীন মানব সভ্যতাৰ বীজ অংকুৰিত নহ'ল। বৰং আসুৰিক লোভ আৰু আক্ৰোশত ইউৰোপৰ দেশবোৰে আত্মঘাতী দানবীয় যুদ্ধ আৰম্ভ কৰিলে। পদানত উপনিবেশবোৰতো সিহঁতৰ শোষণ-দমনে পৈচাশিক ৰূপ ধাৰণ কৰা কবিৰ চকুত পৰিল। মানুহৰ ওপৰত বিশ্বাস নেহেৰুৱালেও আগৰ ভাবধাৰাৰ ভ্ৰান্তি কবিয়ে মানি ললে।

সাম্যবাদবিৰোধী পণ্ডিত মহলে সদায় ৰবীন্দ্ৰনাথৰ সমন্বয়ৰ দৰ্শনক মাৰ্ক্সবাদৰ অব্যৰ্থ প্ৰতিষেধক বুলি ফেৰি কৰি ফুৰে। এই দুখন ৰচনা মন দি পঢ়িলে তেওঁলোকৰ সেই গাঁজাখুৰি ধাৰণা শূন্যত মিলি যাব। সমন্বয়ৰ সপোন যে সপোন, ৰবীন্দ্ৰনাথে নিজেই মানিবলৈ বাধ্য হৈছিল।

সমন্বয়ৰ সামাজিক ভিত্তি শ্ৰেণী সমন্বয়—সাম্ৰাজ্যবাদৰ লগত ঔপনিবেশিক জনগণৰ, জমিদাৰৰ লগত প্ৰজাৰ, পুঁজিপতিৰ লগত শ্ৰমিকৰ। সেয়ে সংগ্ৰাম বুলিলেই কবিৰ মন কোঁচ খাই যায়। তেজ বুলিলেই মা-কালীৰ ওলমা জিভালৈ তেওঁৰ মনত পৰে। কিন্তু তেওঁৰ তৃপ্তিৰ বাবে জগতে সংগ্ৰাম পৰিহাৰ কৰি কোলাকুলি কৰাৰ যো-জা

নকৰিলে। আৰু স্বাধীনতাৰ পিছত ৰবীন্দ্ৰনাথৰ সুযোগ্য উত্তৰাধিকাৰী নেহৰুৰ ৰাজত্বতো কৃষক শ্ৰমিক, কমিউনিষ্ট-ছচিয়েলিষ্টৰ ওপৰত নিৰ্য্যাতন চলিল !! ( জ্যোতিপ্ৰসাদেও তাৰ সাক্ষ্য দি গৈছে। ) ৰবীন্দ্ৰানুৰাগী সকল বিপদত পৰিল।

স্বাধীনতাৰ পিছত ৰবীন্দ্ৰানুৰাগীসকলৰ সমুখত দুটা পথ খোলা থাকিল .

(১) ভণ্ডামি কৰি ৰবীন্দ্ৰদৰ্শনক নস্যাৎ কৰা সামাজিক ঘটনাবোৰ নেদেখা ভাও জোৰা আৰু অনবৰত সমন্বয়ৰ ৰামধুন গোৱা।

(২) ৰবীন্দ্ৰদৰ্শনক নমস্কাৰ কৰি বিদায় দিয়া।

কোৱা বাহুল্য, শাসকশ্ৰেণীৰ লগত থাটিৰ জমোৱা সকলে—অৰ্থাৎ বেছি ভাগেই—প্ৰথম পথকে ৰাজপথ বুলি ধৰি ললে।

কিন্তু পাৰ্বতিপ্ৰসাদ বোধহয় বেলেগ ধাতুৰ মানুহ আছিল। চৰকাৰৰ ওপৰত ভৰ দি, চৰকাৰী গাই খীৰাই নিজে ডাঙৰ হোৱাৰ প্ৰয়োজন তেওঁৰ নাছিল। আনহাতে ৰবীন্দ্ৰনাথৰ পৰা কল্পনাপ্ৰিয়তাৰ লগতে তেওঁ আহৰণ কৰিছিল সত্যনিষ্ঠা। সেয়ে সপোনৰ ৰাগী স্বাধীন ভাৰতৰ টেঙা সোৱাদে দূৰ কৰাত পাৰ্বতিপ্ৰসাদো নিৰৱ হৈ নাথাকিল। আগৰ মিঠা সুৰৰ সোৱাদ নেওচা দি কঠুৱা মোহ ভংগৰ তিতা সোৱাদ ফুটাই তুলিলে তেওঁৰ কবিতাত

অশেষ দিলা  
ভৰাই দিলা  
জীৱনৰ সাজপানী টুপি  
গেদেৰিয়ে সৈতে  
তিতা কৰি দিলা। ( একো ঠেঁহ নাই )

* * *

মোৰ ভাগত তিতা বানবাতিটো পৰিল,  
ৰঙা পিয়ালাটো তোমালৈ।  
মই কান্দিছোঁ  
মই হাঁহিছোঁ  
মই আছোঁ। ( মই আছোঁ )

অৱশ্যে তেওঁ এই তিক্ততাত জহি যোৱা নাই, বা চলিও পৰা নাই। ৰাবীন্দ্ৰিক দৰ্শনৰ সান্ত্বনাৰ প্ৰতি হাবিয়াস এতিয়াও আছে। কিন্তু

এইবোৰ কবিতাৰ ( খেল ভঙা খেল ) পটভূমিত আছে বেলেগ অভিজ্ঞতাৰ সাঁচ।

"খেলভঙা খেল"ৰ বৈশিষ্ট্য জীৱনৰসৰ তিতা গেদেৰিখিনিৰ স্বীকৃতি। এই স্বীকৃতি আকৌ আহিছে সমাজব্যৱস্থাৰ শোষণধৰ্মিতা আৰু ধনতন্ত্ৰৰ স্বৰূপ উপলব্ধিৰ পৰা। সমাজৰ সকলো অমানুষিকতাৰ, মানুহৰ সকলো দানবীয়তাৰ গুৰি সেয়ে

জেওবাই শইচ খায়।
পৰোপকাৰ চেলু সুবিধাৰ
কিমান ছলাহ,
কিমান ছিটিকা ফাঁদ ?
কিমান গুনিবা
দেশৰ নামতে ৰাইজৰ নামত
ধন ঘটিবৰ নাম কিনিবৰ
নতুন উপায় উজু। ( আত্মাৰ আবাৰ )

* * *

মানুহ চিনোৱা কষটি শিলা,
পথিলাৰ দৰে উৰি উৰি ফুৰা
এমুঠি পইচা।
থাপ মাৰি চটিয়াই দিয়া
এটি এটি কৰি ওলাই আহিব
মানুহৰ ভিতৰতে
দেৱতা দানৱ। ( এজাক মানুহ : এমুঠি পইচা )

* * *

"উজাগৰে" নামৰ কবিতাত ৰাতি কবিয়ে শুনিছে "ফটা জোতাৰ অধিকাৰ সাব্যস্তত ব্যস্ত" কুকুৰ এজাকৰ বৌবৌৱনি। অলপ পিছত কাণত পৰিছে "কুকুৰ শৃগাল গৰ্দভবো আত্মাৰাম" বুলি কোনো ভকতে পুথি পঢ়া। কবিৰ মনত ভাব হৈছে. এইবোৰ ভলুকাও আত্মানে? কোৱা বাহুল্য ভলুকাবোৰ তেওঁ দিনত লগ পোৱা মানুহ। প্ৰশ্নটো যে তেওঁ কৰিছে—ৰবীন্দ্ৰদৰ্শনৰ লগত তেওঁৰ ব্যৱধান সিয়েই সূচায়।

"বাবুৱনী" নামৰ ধেমালি-মিহলি কবিতাত চাহ-বনুৱাৰ সৰু ছোৱালী এজনীয়ে চাহাবৰ বঙলাত ঘূৰি ফুৰি মনে মনে বাবুৱনী হৈ পৰিছে

আৰু মাকক "কুলি" বুলি গালি পাৰিছে। তাৰ মাজতো সামাজিক অন্যায়ৰ পৰিহাসমিহলি ছবি আছে। আচৰিত নহয় সাধাৰণ অসমীয়া মানুহৰ প্ৰিয় "সাজপানী"কে তেওঁ কবিতাৰ চিত্ৰকল্পত ব্যৱহাৰ কৰিছে। তেনেকৈ অন্য প্ৰসংগতো দুখীয়া হোজা অসমীয়াৰ দৈনন্দিন জীৱনযাত্ৰাৰ আভাস আনিছে

: বাৰে বাৰে
দেৱতাক কোলেৰে হানিছা
ঘূৰি ঘূৰি। ( পুতৌ বেচেৰী পৃথিৱী )
*                *                *
আৰু পিহি গুৰি কৰা
কঠিয়া মুঠিয়েই
এইবাৰলৈ তোমালোকৰ
জুৰিব নে ? ( অৰ্পণ )

অৰণ্যে এনে দৈন্য, বঞ্চনা, শোষণৰ মাজতো তেওঁ দেখিছে শত গচকতো শেষ নোহোৱা দুবৰি বনৰ নতুন পোখা। ( দুবৰি বন )। অন্যতম শ্ৰেষ্ঠ অসমীয়া কবিতা "বুঢ়া আঁহত আৰু বোৱতী নৈ"ত জড়া-ব্যাধিৰ ধুমুহাৰ মাজেৰে বাচি থকা বুঢা আঁহত জোপা যেন অজৰ-অমৰ আৰু অসীম ধৈৰ্য্যৰ আধাৰ অসমৰ জনগণৰ প্ৰতীক। পাৰ্বতিপ্ৰসাদেও যেন ৰবীন্দ্ৰনাথৰ দৰেই কৈছে, "মানুহৰ ওপৰত বিশ্বাস হেৰুৱা পাপ।" স্বাধীন ভাৰতৰ কদৰ্য্য ৰূপ দেখা হলে ৰবীন্দ্ৰনাথেও হয়তো পাৰ্বতি-প্ৰসাদৰ দৰেই কবিতা লেখিলেহেতেন।

"সভ্যতাৰ সংকট"ত চোভিয়েট ৰুছিয়াৰ সহযোগিতা আৰু সমবায় ভিত্তিৰ জীৱনৰ উচ্চ প্ৰশংসা কৰিছে ৰবীন্দ্ৰনাথে। ৰাবীন্দ্ৰিক দৰ্শনৰ উত্তৰণৰ পথো সেই পিনেই। পিছে আজি ইও স্পষ্ট যে চোভিয়েট য়ুনিয়নৰ পৃষ্ঠপোষকতাত ভাৰতীয় সাম্যবাদে কিম্ভূত মূৰ্তি ধাৰণ কৰিছে। পুলিচৰ লগত গোপন সৌহাৰ্দ্য থকা "বিপ্লৱী" ওলাইছে বহুতো। চৰকাৰী মহলত উচ্চ সন্মান প্ৰাপ্ত কবি আৰু লেখক বামপন্থী সমাজতো সমাদৃত। এইবোৰ বামপন্থীয়েই এই লেখকৰ দৰে এৰবীয়া বামপন্থীৰ পিছত গেবেলা পুলিচৰ কুকুৰৰ দৰে লাগিছে। বামপন্থী আদৰ্শও ধুই পখালি নিকা কৰি লোৱাৰ সময় আহিছে।

( প্ৰকাশিত, ডিসেম্বৰ, ১৯৮৫ )

# অম্বিকাগিৰী আৰু সাম্প্ৰতিক মোহাবেশ

ক'বলৈ বাধ্য হৈছোঁ যে অম্বিকাগিৰীক লৈ আকৌ এক ৰাজনৈতিক ব্যৱসায় আৰম্ভ হৈছে। বৰ ঘনিষ্ঠভাবে নহলেও মই তেখেতক এসময়ত ওচৰৰ পৰা পাইছিলোঁ। তেখেতৰ লগত কেবাদিনো দীঘলীয়া আলাপ কৰিছিলোঁ। অনুভৱ হৈছিল মই যেন এক আপাতসুপ্ত অগ্নিগৰ্ভ পৰ্বতৰ সান্নিধ্যত। টগ্‌বগ্‌কৈ ভিতৰত উতলি থকা লাভাৰাশিয়ে যেন প্ৰকাশৰ পথ বিচাৰি পোৱা নাই। তেখেতৰ চেহেৰাই আছিল এক বজ্ৰপাত দগ্ধ কিন্তু অনমনীয় মহীৰুহৰ দৰে। তেখেতৰ সম্পৰ্কে সমাজত তেতিয়া বৰ উচ্চ ধাৰণা নাছিল। তেওঁক এক বাস্তৱবুদ্ধি হীন, অদ্ভুত খেয়ালী, বাতিকগ্ৰস্ত মানুহ বুলি বহুতে ভাবিছিল। এচামে আকৌ তেওঁৰ অসমপ্ৰেম লৈ দূৰতে ঠাট্টা-মস্কৰা কৰিছিল। তেওঁৰ মেজাজ, তেওঁৰ অন্তহীন উপদেশবৃষ্টি আৰু তেওঁৰ নীৰস বিস্বাদ কথাবাৰ্তা লৈ সঁচাই-মিছাই বহুত গল্প ৰচিত হৈছিল। অৱশ্যে যি কোনো অসমীয়া মানুহেই অসমীয়াৰ সৰু বা ডাঙৰ যি কোনো 'সমস্যা লৈ নিঃসংকোচে তেওঁৰ ওচৰ চাপিব পাৰিছিল। আৰু তেওঁৰ ওচৰৰ পৰা বিদায় লৈ আহিবৰ সময়ত কিবা এটা ভৰসাৰ ভাব লৈ আহিব পাৰিছিল।

স্বৰ্গীয় ভবানন্দ দত্ত দেৱে ভাৰতীয় গণনাট্য সংঘৰ নানা অনুষ্ঠানলৈ পৰম শ্ৰদ্ধাৰে বাৰে বাৰে তেখেতক নিমন্ত্ৰণ কৰিছিল। আৰু বাৰে বাৰে অম্বিকাগিৰীযে অতিশয় বিৰক্তি আৰু আশংকাৰে সেই নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰিছিল। সম্ভৱত ভবানন্দ দত্তই তেওঁৰ জাতীয় ভাবাবেগৰ নিষ্ঠা আৰু দেশপ্ৰেমৰ আন্তৰিকতা বুজি তেওঁক ব্যাপক সাম্যবাদী আন্দোলনত চামিল কৰিবলৈ বিচাৰিছিল—কাৰণ অম্বিকা-গিৰীৰ কল্পনাৰ স্বাধীন ভাৰত ইতিমধ্যেই কংগ্ৰেছী সুবিধাবাদী শাসক-বৃন্দৰ নেতৃত্বত মলিন হৈ পৰিছিল। কিন্তু এই মোহভংগ সত্ত্বেও জ্যোতিপ্ৰসাদৰ দৰে তেওঁ সাম্যবাদী সকলৰ প্ৰতি মুক্ত মনোভাৱ লব পৰা নাছিল। বোধহয় তেওঁ ভয় কৰিছিল যে সাম্যবাদী সকলৰ তৎকালীন গোঁড়া শ্ৰেণীগত দৃষ্টিকোণে অসম আৰু অসমীয়াৰ কেতবোৰ ন্যায্য দাবী অগ্ৰাহ্য কৰিব পাৰে। এতিয়া ভাবি চালে ধাৰণা হয় এই বুজাবুজিৰ অভাৱে অম্বিকাগিৰী আৰু সাম্যবাদী সকল, উভয় পক্ষকে

ক্ষতিগ্ৰস্ত কৰিছিল। (আজিও বহু সাম্যবাদী বুদ্ধিজীৱীয়ে অঙ্কৰ দৰে কেৱল অম্বিকাগিৰীৰ নেতিবাচক দিশবোৰকে লৈ চৰ্বিত চৰ্বন কৰি থাকে।)

১৯৬২ৰ পৰা ১৯৬৫ চনৰ ভিতৰত মই তেখেতক আৰু দুবাৰ মান লগ পাওঁ। ঘৰলৈ যোৱাতকৈ তেখেতৰ ভ্ৰমণৰ সংগী হিচাবে বাটে বাটে কথা পাতি এই কেইবাৰ তেখেতৰ মনত ভুমুকি মাৰিবলৈ সুযোগ পাইছিলোঁ। কিছুমান বিষয়ত তেখেতৰ যথাযথ জ্ঞান আৰু অধ্যয়নৰ অভাৱে, বৃহত্তৰ জগতৰ লগত যোগাযোগৰ অভাৱে তেখেতৰ মনটো কিছুমান ক্ষেত্ৰত খহটা আৰু অসংস্কৃত (crude) কৰি ৰাখিছিল—যাক এক কথাত প্ৰাদেশিক (provincial) বুলিব পাৰি। অথচ একে সময়তে তেখেতৰ চিন্তাৰ মৌলিকতা আৰু প্ৰকাশভংগীৰ তেজস্বিতাত মই আকৃষ্টও হৈছিলোঁ। অস্পষ্টভাৱে বুজিছিলোঁ যে কিতাপ আৰু প্ৰথাগত সংস্কৃতিৰ মাজত দুষ্প্ৰাপ্য কিবা মূল্যবান বস্তু তেখেতৰ মাজত আছে। কিন্তু সেই সময়ত মোৰ জীৱনৰ অভিজ্ঞতাও তেনে গভীৰ বা সমৃদ্ধ নাছিল যে তেখেতৰ সম্যক্ মূল্যায়ন কৰিব পাৰিম।

সেই সময়ত তেখেতে কিবা কাৰণত ড ভূপেন হাজৰিকাক মোৰ আগত ভীষণভাৱে গৰিহণা দিছিল। অথচ হাজৰিকা এসময়ত তেওঁৰ স্নেহভাজন আৰু প্ৰিয়পাত্ৰ আছিল। সম্ভৱতঃ হাজৰিকাৰ সংগীতত ব্যৱসায়ী উপাদানৰ আবিৰ্ভাৱ হোৱা বাবে তেওঁ এনে নিৰ্মম ভাষাত তেওঁক গৰিহণা দিছিল। এই কথাটো উল্লেখ কৰিছোঁ এইবাবেই যে অম্বিকাগিৰীৰ অনমনীয় আৰু আপোচহীন সততা বা আদৰ্শনিষ্ঠাৰ কথা আজিৰ বহু জাতীয়তাবাদীয়ে নাজানে। অৱশ্যে ইও ঠিক যে অম্বিকাগিৰীৰ এনে গৰিহণা ড হাজৰিকাৰ বহু মোহাবিষ্ট ভক্তই অৱহেলাৰে আওকাণ কৰিছিল।

১৯৬২ চনত মই লেখা "অম্বিকাগিৰী আৰু মানবায়তন" নামৰ প্ৰবন্ধত সমসাময়িক হেমবৰুৱা—নৱকান্ত প্ৰভৃতি আধুনিক কবিৰ জনপ্ৰিয়তাৰ বিপৰীতে অম্বিকাগিৰীৰ "অনুভূতি"ৰ কবিতাবোৰৰ পেশীবান আৰু ভাবগধুৰ অথচ স্পৰ্শকাতৰ ভাষাৰ প্ৰতি উদীয়মান কবি আৰু পাঠকসকলৰ দৃষ্টি আকৰ্ষণ কৰিছিলোঁ। কিন্তু তেওঁৰ পৰৱৰ্তী জীৱনৰ কবিতাবোৰত সেই হৃদয়গ্ৰাহিতাৰ অভাৱ সম্পৰ্কে মন্তব্য

কৰিছিলোঁ। : মোৰ ধাৰণা হৈছিল যে ভাষা আৰু অভিজ্ঞতাৰ প্ৰতি কবিসুলভ মনোভাৱ বৰ্জন কৰি মানুহ আৰু সমাজক জবৰদস্তি কৰি পৰিৱৰ্তন কৰিবলৈ গৈ তেওঁ কাব্যিক সাধনাৰ পৰা বিচ্যুত হ'ল। সেয়ে তেওঁৰ ভাষাত আহি পৰিল জড়তা আৰু বাগাড়ম্বৰ।

এই কথাটো বহু পৰিমাণে সত্য হলেও ব্যতিক্ৰমো দুটামান ওলাব। কিন্তু তাতকৈ ডাঙৰ কথা এয়ে যে তেওঁৰ কবিজীৱনৰ পৰিৱৰ্তনৰ গভীৰ ব্যাখ্যা তাত নোলাল। "সংসাৰপীড়া"ত কমবেছি পৰিমাণে আমি সকলোৱেই পীড়িত। সেইবোৰ সহ্য কৰিবলৈকো অম্বিকাগিৰীৰ শক্তি আছিল সাধাৰণৰ তুলনাত বহুত বেছি। কিন্তু জীৱনৰ কোনো এক পৰ্যায়ত জীৱন সংগ্ৰাম তেওঁৰ বাবে কাব্যিক প্ৰেৰণাৰ উৎস নহৈ কেৱল নৈতিক আৰু চাৰিত্ৰিক সাধনাৰ ক্ষেত্ৰ হৈ পৰিল। পৰিৱৰ্তনটো কেৱল ব্যক্তিগত জীৱনৰ কিবা উপসৰ্গ নাছিল। সি আছিল সমসাময়িক সামাজিক আৰু সাংস্কৃতিক জীৱনৰ লগত তেওঁৰ মানসিক আদানপ্ৰদানৰ কিবা আউল। এই আউল লগাৰ বাবে তেওঁ নিজে যিমান দায়ী আছিল সিমানেই হয়তো দায়ী আছিল সমসাময়িক সমাজৰ কেতবোৰ অপৰিহাৰ্য্য দ্বন্দ্ব। ১৯৬৯ চনত অম্বিকাগিৰীৰ দেশাত্মবোধ সম্পৰ্কে লেখা আন এটা প্ৰবন্ধত সেইবোৰ জঁট ভাঙিবলৈ মই আৰু এটা চেষ্টা চলালোঁ। ভাৰতীয় স্বাধীনতাসংগ্ৰামত সৰ্বভাৰতীয় সংগ্ৰাম আৰু প্ৰাদেশিক জাতিসত্তাবোৰৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰাম—এটা সময়লৈকে আছিল অভিন্ন। কিন্তু পিছলৈ দুয়োটা ধাৰাৰ মাজত সংগতি নোহোৱা হৈ যায়। অসমপ্ৰাণ অম্বিকাগিৰী তেতিয়া সৰ্বভাৰতীয় সংগ্ৰামৰ পৰা কিছুদূৰ এফলীয়া হৈ আছে। ফলত সৰ্বভাৰতীয় জনগণৰ পৰা প্ৰেৰণা আৰু পুষ্টি আহৰণ কৰিব নোৱাৰা হৈ তেওঁৰ কাব্যিক জীৱনৰ ধাৰা শুকাই আহে। এই ব্যাখ্যাটো বোধহয় আগৰটোৰ তুলনাত অধিক বাস্তৱ-মুখী। কিন্তু অম্বিকাগিৰীৰ সমৃদ্ধ জীৱনচৰ্য্যাৰ বহু দিশ ইও আওকাণ কৰে। আনহাতে আমাৰ কেতবোৰ সংকীৰ্ণমনা স্বাৰ্থান্ধ জাতীয়তা-বাদীয়ে তেখেতৰ মনৰ প্ৰসাৰ ধৰিব নোৱাৰি তেওঁক প্ৰায় মূঢ় জাতীয়তা বাদৰ প্ৰতীকত পৰিণত কৰিছে। সেয়ে অম্বিকাগিৰীৰ জীৱন, সাধনা আৰু মানসিকতাৰ বিচিত্ৰ দিশত আলোকপাত কৰা প্ৰয়োজন।

অৱশ্যে আমি কব খোজা নাই যে তলস্তয়, গ্যয়টে, ৰবীন্দ্ৰনাথৰ লগত তেওঁৰ অৱদান তুলনা কৰিব পাৰি। অসমৰ পশ্চাৎপদ, নিস্তৰংগ,

শ্লথ আৰু সংকীৰ্ণ পৰিবেশত তেনে প্ৰতিভাৰ বিকাশৰ সুযোগেই বা ক'ত? কিন্তু বাস্তৱ পৰিবেশৰ সীমাবদ্ধতাৰ মাজতো তেওঁৰ চিন্তাই যিখিনি ব্যাপ্তি আৰু সমৃদ্ধি অৰ্জন কৰিলে সি সঁচাই বিস্ময়কৰ।

তেওঁৰ আধৰুৱা আত্মজীৱনী "মোৰ জীৱন ধুমুহাৰ এছাটি" (অসম প্ৰকাশন পৰিষদ, ১৯৭৩) ত তেওঁৰ ব্যক্তিত্ব আৰু চৰিত্ৰৰ বৈশিষ্ট্যসমূহ কিছুদূৰ ফুটি উঠিছে। প্ৰথমেই চকুত পৰে তেওঁৰ বৰ্ণাঢ্য আৰু বিচিত্ৰ প্ৰতিভা। একাধাৰে শিল্পী, সমাজসেৱী, ৰাজনৈতিক সংগঠক, সাংবাদিক, অভিনেতা, নাট্যকাৰ, গায়ক, গীতিকাৰ, উদ্যোগী ব্যৱসায়ী ৰায়চৌধুৰীয়ে প্ৰায় প্ৰতিটো ক্ষেত্ৰত কম বেছি পৰিমাণে বাটকটীয়াৰ কাম কৰি অসমীয়া সমাজ আৰু সংস্কৃতিত স্থায়ী সাঁচ বহুৱাই থৈ গৈছে। তেওঁৰ সৃষ্টিশক্তিৰ এই অফুৰন্ত প্ৰেৰণা আৰু উন্মাদনাৰ মাজত আদিম পুঁজিবাদী সংস্কৃতিৰ ৰোমান্তিক লক্ষণসমূহ বিদ্যমান। কিন্তু ই কেৱল ব্যক্তিগত আত্মপ্ৰকাশৰ উন্মাদনাই নাছিল। ৰায়চৌধুৰীৰ ব্যক্তিগত জীৱনৰ অন্যতম দিশ প্ৰায় ক্ষেত্ৰতে অসমীয়া জাতিক জগাই তোলাৰ সাধনা। কেৱল যে জাতীয়তাবাদী ৰাজনীতি কৰাৰ সময়তহে তেওঁ অসমৰ কথা ভাবিছে তেনে নহয়—ব্যৱসায় কৰাৰ সময়তো তেওঁৰ হাবিয়াস সাৰ্থক ব্যৱসায়েৰে অসমীয়া মানুহক উদ্যোগমুখী কৰি তোলে, গান লেখিবৰ সময়তো তেওঁৰ মনত আছে যে তেতিয়া সফল আধুনিক অসমীয়া গান বেছি নাই। দেশৰ প্ৰতি এই নিভাঁজ আৰু গভীৰ ভালপোৱা, সক্ৰিয় সৃষ্টিশীলতাৰ মাজেৰে তাক প্ৰকাশ কৰাৰ হেঁপাহ, ৰায়চৌধুৰীৰ ঘাত-প্ৰতিঘাত মুখৰ, বৰ্ণাঢ্য আৰু বিভিন্ন দিশলৈ বিয়পি যোৱা জীৱনৰ অবিচল কেন্দ্ৰ।

তেওঁ নিজেই কৈছে যে চেহেৰা দেখি মানুহে তেওঁক কৰ্কশ আৰু কঠুৱা বুলি ভাবে। অথচ "তুমি" আৰু "অনুভূতি"ৰ ৰচক ৰায়চৌধুৰীৰ হৃদয় এসময়ত প্ৰেমৰ অপূৰ্ব ঢলে ঢৌৱাই গৈছিল। তেওঁৰ কেইটিমান প্ৰেমৰ কবিতা অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ সম্পদৰ ভিতৰত পৰিব। কৈশোৰ আৰু যৌৱনৰ মাজবয়সত তেওঁৰ গোটেই জীৱন আগুৰি থকা প্ৰেমৰ অভিজ্ঞতাৰ যি বৰ্ণনা তেওঁ দিছে, তাত আজি বহুতেই মিছিকিয়াই হাঁহিব। কিন্তু হাঁহিলে অন্যায় হব। যুগভেদে প্ৰেমৰ অভিজ্ঞতাৰ পৰিবেশ আৰু প্ৰকৃতিও বেলেগ, মনত ৰখা ভাল। কিন্তু সকলোতকৈ মনত ৰাখিবলগীয়া কথা এয়ে যে এই উদ্দাম প্ৰেমৰ আহ্বানত গা-এৰি

দিয়া ৰায়চৌধুৰী দেশ-সেৱাৰ আদৰ্শত এনে উৎসৰ্গিত প্ৰাণ আছিল যে তেওঁ সেই কিশোৰীক জীৱনসংগিনী কৰাৰ কথা ভাবিব নোৱাৰিলে। আঙুলিৰ পাব এটাকে কাটি তেওঁক দি আহিল, কিন্তু ঘৰ সংসাৰৰ মাজত বান্ধ খাব নুখুজিলে। ঠিক তেনেকৈ দেশপ্ৰেমৰ আহ্বানত কেবাজনো সহপাঠীৰ লগত স্কুল বৰ্জন কৰা ছাত্ৰসকলৰ মাজত কেৱল ৰায়চৌধুৰীয়েই শেষ পৰ্য্যন্ত স্কুললৈ ঘূৰি যোৱা নাছিল। (পৃঃ ১৯)

এনেবোৰ ঘটনাৰ মাজত এপিনে যেনেকৈ তেওঁৰ প্ৰবল আত্মসম্মান ফুটি ওলাইছে তেনেকৈ ওলাইছে এক আত্মিক বা নৈতিক শক্তিৰ ঐশ্বৰ্য্য। সন্দেহ নাই, তেতিয়াৰ ব্ৰিটিছ আমোলৰ বাস্তৱ পৰিৱেশত অসমীয়া জাতি গঠন হবৰ প্ৰক্ৰিয়াই সেই নৈতিক শক্তিৰ বাবে ক্ষেত্ৰ প্ৰস্তুত কৰিছিল। কিন্তু তাৰ মাজত অসমৰ পৰম্পৰাগত মহাপুৰুষীয়া ধৰ্মৰ প্ৰেৰণাই নতুন দিশত নতুন ৰূপত বাট বিচাৰি লৈছিল বুলি ভবাৰ থল আছে। মনত ৰাখিব লাগিব যে সকলো মহাপুৰুষীয়া পৰিয়ালৰ সন্তানৰ মাজত এই চাঁৰিত্ৰিক গুণ দেখা যোৱা নাছিল। কিন্তু আধুনিক যুগৰ স্পৰ্শত যিসকল সঁচাকৈ সাৰ পাই উঠিছিল তেওঁলোকৰ বহুতৰ ব্যক্তিত্ব এনে নৈতিক শক্তিৰে ভৰপুৰ আছিল। তেওঁলোকৰ সকলো যে খ্যাতিমান হৈ উঠিছিল তেনে নহয়। কিন্তু ব্যক্তিগত আৰু ৰাজহুৱা জীৱনত তেওঁলোকে এই সেৱা, ত্যাগ আৰু কৰ্তব্যনিষ্ঠাৰ আদৰ্শৰ পৰা আঁতৰি নগৈছিল। মহাত্মা গান্ধী ভাৰতৰ সামাজিক জীৱনত প্ৰভাৱশালী হৈ উঠাৰ আগতেই এই মহান নৈতিক শক্তি অসম তথা ভাৰতৰ শিক্ষিত চামৰ একাংশৰ মাজত দেখা গৈছিল। ৰায়চৌধুৰীয়ে নিজে তেখেতৰ ককায়েক গিৰীশ ৰায়চৌধুৰীৰ কথা উল্লেখ কৰিছে। এই লেখকৰ পিতৃদেৱো তেখেতৰ সাধাৰণ কৰ্মক্ষেত্ৰত একেধৰণৰ কৰ্তব্যনিষ্ঠা, সততা, ত্যাগ আৰু সেৱাৰ আদৰ্শৰে অনুপ্ৰাণিত হৈছিল। আমি তেখেতৰ মুখত শুনিছোঁ যে শদিয়াত তেখেত গিৰীশ ৰায়চৌধুৰীৰ কনিষ্ঠ সহকৰ্মী আছিল আৰু কিছুকাল একেটা ঘৰতে আছিল। তেখেতৰ মুখত গিৰীশ ৰায়চৌধুৰীৰ অসাধাৰণ মনুষ্যত্ব আৰু নৈতিক চৰিত্ৰৰ প্ৰতি ভূয়সী প্ৰশংসা আৰু শ্ৰদ্ধাঞ্জলী মই বাৰে বাৰে শুনিছোঁ। অম্বিকাগিৰীৰ জীৱনতো একে ধৰণৰ মনুষ্যত্বৰ বিকাশ ঘটিছিল। নানাতৰহৰ তিক্ততা আৰু বিষাদ অভিজ্ঞতাৰ মাজতো তাৰ চিনাকী পোৱা গৈছিল। তেওঁক কেৱল উগ্ৰজাতীয়তাবাদী বুলি যিসকল বামপন্থীয়ে গৰিহণা দিয়ে বা

যি সকল আধুনিক অসমপ্ৰেমীয়ে পূজা কৰে—দুয়োপক্ষৰ বাবেই ৰায়চৌধুৰীৰ জীৱন বা চৰিত্ৰৰ এই দিশটো অজ্ঞাত। সম্পাদকীয় লেখি মানুহ উচটোৱা দায়িত্বহীন সকলে কথাটো বুজিবই বা কেনেকৈ?

উগ্ৰজাতীয়তাবাদী বুলি ৰায়চৌধুৰীৰ বিৰুদ্ধে অভিযোগ কৰা সকলে এটা কথা পাহৰি যায়। সেইটো হ'ল, ৰায়চৌধুৰীৰ দেশসেৱা সৰ্ব-ভাৰতীয় জাগৰণৰ পৰাই প্ৰথমে অনুপ্ৰাণিত হয়। সৰ্বভাৰতীয় ঐতিহ্য আৰু ব্ৰিটিছবিৰোধী সৰ্বভাৰতীয় সংগ্ৰামৰ পৰা তেওঁ নিজকে কেতিয়াও বিচ্ছিন্ন বুলি ভাবিব পৰা নাছিল। বিভিন্ন প্ৰদেশত ব্ৰিটিছ-বিৰোধী এনাৰ্কিষ্ট্ দলবোৰৰ অভ্যুত্থান হোৱা খবৰ পাই অম্বিকাগিৰীয়ে সংগী-সাৰথীয়ে সৈতে অসমতো এটা এনাৰ্কিষ্ট দল খুলিছিল। কিন্তু এই এনাৰ্কিষ্ট আন্দোলনটো আছিল প্ৰাদেশিক দৃষ্টিকোণেৰে সংক্ৰমিত। সেয়ে "তাৰ বিফলতাটো বিৰাট জাতীয় লক্ষ্যযুক্ত পৰিকল্পনাৰে জন্মলাভ কৰা ভাৰতৰ জাতীয় কংগ্ৰেছ মহাসভাত পৰি বিলীন হ'ল।" (মোৰ জীৱনধুমুহাৰ এছাটি, পৃ: ১৭)। মহাত্মা গান্ধীৰ নেতৃত্বত কংগ্ৰেছে দেশব্যাপি জাতীয় অনুষ্ঠানৰ ৰূপলোৱাত অসমেও অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি তাৰ তৰংগত উন্ধাউল হৈ পৰিছিল। তাৰে শীৰ্ষবিন্দুত ১৯২৬ চনত কংগ্ৰেছ অধিবেশন বহিছিল অসমত। জাতীয় কংগ্ৰেছ এনেদৰে অসমত জনপ্ৰিয় হৈ পৰাত ৰায়চৌধুৰীৰ অৱদান আছিল বিশেষ গুৰুত্বপূৰ্ণ। তেওঁ নিজহাতে প্ৰতিষ্ঠা কৰা ছপাশালত চন্দ্ৰনাথ শৰ্মাৰ সহায়ত উলিওৱা "চেতনা" আলোচনীয়ে সঁচাকৈ অসমীয়া সমাজত নতুন চেতনা সঞ্চাৰ কৰিছিল। "২য় বছৰত 'চেতনা'ৰ চাঁদা দিয়া গ্ৰাহক দুই হেজাৰতকৈও ওপৰ আছিল। মাহেকীয়া হলেও সেই সময়ত ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ উচিত সুৰটো ৰাইজক যোগান ধৰিবলৈ 'চেতনা'ৰ বাহিৰে আন কাকত নাছিল বাবেই অসীময়া ৰাইজৰ মাজত 'চেতনা'ৰ জনপ্ৰিয়তা বাঢ়ি গৈছিল।" (পৃ: ১১৫)

অসহযোগৰ সময়ত কংগ্ৰেছৰ নানা হেণ্ড্‌বিল আৰু প্ৰচাৰপত্ৰ বিনামূলীয়াকৈ হেজাৰে-বিজাৰে ছপাই উলিওৱাৰ উপৰিও বহু কংগ্ৰেছ কৰ্মীৰ পৰিয়ালৰ ভৰণপোষণৰ খৰচ ৰায়চৌধুৰীয়ে যোগাইছিল তেওঁৰ ছপাশালৰ উপাৰ্জনেৰে। অৱশেষত তেওঁ সশ্ৰম কাৰাদণ্ডও ভোগ কৰিব লগা হৈছিল।

ত্ৰিশৰ দশকটোৰ শেষৰ পিনে জ্ঞাননাথ বৰাদেৱে "আৱাহন"ত অসমক ভাৰতৰ পৰা বিচ্ছিন্ন হবলৈ আহ্বান দি এলানি চিন্তাগধুৰ আৰু উত্তেজক প্ৰবন্ধ লেখিছিল। তাকে লৈ তেওঁলোকৰ মাজত বাদানুবাদ হোৱাত কেইজনমান শিক্ষিত ডেকাই সমাধান বিচাৰি অম্বিকাগিৰীৰ ওচৰ চাপিছিল। তাৰ বহুদিন আগৰে পৰা অসমীয়াৰ জাতীয় স্বাৰ্থ সংৰক্ষণৰ অৰ্থে অম্বিকাগিৰীয়ে নামা অনুষ্ঠান আৰু আন্দোলনৰ গুৰি ধৰিছিল। কিন্তু তেওঁ সেই যুৱক কেইজনৰ আগত স্পষ্টভাষাত বিচ্ছিন্নতাবাদক নেওচা দিয়ে :

"আমি যোৱাৰ উদ্দেশ্য কলোঁ। কি কি কাৰণত অসম ভাৰতৰ পৰা বেলেগ হব নোৱাৰে, তাকে তেওঁ সংক্ষেপতে এইদৰে ক'লে —

১। ব্যাস বাল্মীকিৰ দিনৰে পৰা ভাৰত এক, কামৰূপ তাৰ অংশ।

২। শ্ৰীশংকৰ-মাধৱদেৱেও গাই গৈছে :—

ধন্য ধন্য কলি কাল ধন্য নৰ তনু ভাল
ধন্য ধন্য ভাৰত বৰিষ।

* * *

ভাৰতবৰিষ ধন্য কলিযুগ
হৰি হৰি হৰি এ।

৩। ভাৰতীয় মহাজাতীয়তাৰ পৰা বিচ্ছিন্ন হলে অসমত কেতিয়াও জাতীয়তা গঢ়ি উঠিব নোৱাৰে।

৪। গোঁজপোতা স্বাৰ্থ ( vested interest ) হৈ থকা দল, খেল আৰু সম্প্ৰদায়বিলাকে বিদেশী শাসনৰ সহায় লৈ অসমৰ ওপৰত চিৰকাল শোষণ চলাব।

৫। ৰাজনৈতিক মুক্তিযুদ্ধৰ কাৰণে অসম অকলে সিমান শক্তিশালী নহয়।

৬। খণ্ডবিখণ্ড হোৱাতকৈ মিলনহে মানৱতাৰ ফালৰ পৰা সমৰ্থনীয়। ভাৰতৰ লগতেই নহয়, সমগ্ৰ পৃথিৱীৰ লগতেই আমাৰ যোগ-সূত্ৰ থাকিব লাগে।" ( অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন, তিলকচন্দ্ৰ দাস, ১৯৫২, পৃঃ ৫২-৫৩ )

এই সম্পৰ্কে 'ডেকা অসম'ৰ ৫ম বছৰ ২৭শ সংখ্যাত বায়ৰ্চৌধুৰীয়ে লেখিছিল :

ভাৰতত মহাজাতীয় স্বাধীনতাৰ লগত অসমীয়াৰ জাতীয় স্বাধীনতাৰ অস্থি মজ্জাগত সম্বন্ধ। এটাক এৰি আনটো স্বাধীন হোৱা অসম্ভৱ। সেইবাবে দুয়োবো ভিতৰত এই সম্বন্ধ গভীৰভাৱে উপলব্ধি কৰি আমি স্বাধীনতাৰ সংগ্ৰাম চলাব লাগিব। ভাৰত মহাজাতীয়তাৰ লগত অসম জাতীয়তাৰ এই নিবিড় সম্বন্ধটো গুৰুত্ব দি উপলব্ধি নকৰি যদি পাতল ভাৱে কেৱল মুখত স্বাধীনতাৰ কথা কওঁ, তেন্তে ভাৰত মহাজাতীয় আৰু অসমীয়া জাতীয়, দুয়োটাৰ স্বাধীনতাৰ বুকুত দুৰ্বলতাৰ পোক সোমাব।" (ঐ, উদ্ধৃত, পৃঃ ৫৪)

কথাটোৰ গুৰুত্ব তাহানিখনতে গান্ধীজীয়ে বুজি পাইছিল, কিন্তু মাৰ্ক্সবাদী মহলৰ বহুতেই আজিও বুজা নাই। এওঁলোকৰ বহুতে ভাবে যে জাতীয় ঐক্যৰ সুস্থ বিকাশত প্ৰাদেশিক চেতনাই বাধা দিছে। বহুতে আকৌ ভাবে যে বিভিন্ন ধৰ্ম, সম্প্ৰদায় আদিৰ দৰে ভাৰতত বিভিন্ন ভাষাও আছে, আৰু এইবোৰ ভাষাক বেলেগ বেলেগ জাতীয় চেতনাৰ বাহন বুলি ভবাটো ভুল। এনেধৰণৰ নানা তাত্ত্বিক কছৰৎ কৰি মাৰ্ক্সবাদী মহলে দেখাই নাই যে আঞ্চলিক ভাষাৰ জৰীয়তে নানা উত্থান-পতনৰ মাজেদি একোটা জাতীয় সত্তাই গঢ় লৈছে আৰু এইদৰে একোটা অঞ্চলৰ মাজৰ নানা ব্যৱধান আৰু বৈষম্য ক্ৰমে দূৰ হব ধৰিছে। ই এক প্ৰগতিশীল ঐতিহাসিক ধাৰা—যদিও শাসক শ্ৰেণীৰ চক্ৰান্তত ই উগ্ৰজাতীয়তাবাদী বা বিচ্ছিন্নতাবাদী মইমতালিলৈ অধঃপতিত হবও পাৰে।

জাতীয় সত্তাৰ এই গুৰুত্ব গান্ধীজীৰ দৰে অম্বিকাগিৰীয়েও বাস্তৱ অভিজ্ঞতাৰ জৰীয়তে শিকিছিল। এই ক্ষেত্ৰত তেওঁ এনে আপোচহীন ভূমিকা লৈছিল যে সমগ্ৰ অসমবাসী তেওঁৰ ওচৰত ঋণী হোৱাৰ থল আছে। উদাহৰণস্বৰূপে কব পাৰি যে উজনি অসমৰ সাংস্কৃতিক ভেমত ক্ষুণ্ণ হৈ যেতিয়া কামৰূপীয়া বা পশ্চিম অসমৰ লোকসকলে নিজৰ কথ্যভাষাৰ ওচৰৰ ভাষা এটাকে লিখিত বাহন কৰি লৈ "আসাম বান্ধৱ"ৰ জৰীয়তে সাহিত্যচৰ্চা আৰম্ভ কৰে। কামৰূপীয়া মানুহৰ সন্মান ৰক্ষাৰ বাবে ৰায়চৌধুৰীয়ে তাৰ লগত সম্পৰ্ক ৰক্ষা কৰিলেও উজনি-নামনি বিবাদৰ ওৰ পেলাবলৈ সদায় চেষ্টা কৰিছিল আৰু এই ক্ষেত্ৰত "আসাম বান্ধৱ" কিছু অনাইমু যেন বুজি খোজাই তাৰ লগত সম্পৰ্ক ত্যাগ কৰিছিল। তেওঁৰ ৰচনা ক'তো উজনিৰ ভাষা-সংস্কৃতিৰ প্ৰতি কোনো

বক্রোক্তি নাই, আনহাতে নামনি সম্পর্কেও বিন্দুমাত্র হীনমন্যতা নাই। সঁচাকৈয়ে তেওঁৰ ক্ষেত্রত ই আছিল এক "আঁকোৱালি লোৱা সাংস্কৃতিক অভিমান।"

দৰাচলতে ভাৰতৰ বিপুল স্বাধীনতা সংগ্রামৰ জনজাগৰণৰ ফলতেই ৰায়চৌধুৰীৰ মনত অনুভূতি আৰু চিন্তাৰ নবোন্মেষ ঘটিছিল। সেই পটভূমি বাদ দিলে তেওঁৰ চিন্তাৰ বিস্তীর্ণ দিগন্ত আৰু স্থানবিশেষে সি অর্জন কৰা গভীৰতা বুজা নাযাব। আনহাতে সেই প্রেৰণা যে তেওঁৰ ক্ষেত্রত কার্য্যকৰী হৈছিল, তাৰ কাৰণ থলুৱা সমাজ আৰু সংস্কৃতিৰ লগত তেওঁৰ ঘনিষ্ঠতা। ৰায়চৌধুৰীৰ কিছুমান কথা আজি আমাৰ দৰে মানুহৰ চকুতেই অতিমাত্রাই কল্পনাশ্রয়ী যেন লাগিব পাৰে। কিন্তু অম্বিকাগিৰীয়ে যে ১৯২০ চনত "ভবিষ্যৎ ৰাষ্ট্র বা মানৱতন্ত্র"ৰ কথা চিন্তা কৰিছিল, জ্যোতিপ্রসাদে যে স্বাধীন ভাৰতৰ ৰাষ্ট্রৰ গাঁঠনি সম্পর্কে পৰামর্শ আগবঢ়াইছিল, তাক তেওঁলোকৰ বাতুলতা, অহমিকা বা কল্পনাবিলাসৰ লক্ষণ বুলি ভাবিলে ভুল হব। বৰং ভাৰতীয় জাতীয় জনজাগৰণে দেশৰ চুকেকোণে সকলো জাতিৰ মানুহৰ মনৰ দিগন্ত কেনেদৰে প্রসাৰিত কৰিছিল এইবোৰ তাৰহে লক্ষণ। তাৰ পিছত অসমত স্কুল-কলেজ-বিশ্ববিদ্যালয় বহুত ওলাল। কিন্তু চিন্তাৰ সেই সাহসী মৌলিকতা আৰু বিশাল দিগন্ত আজি ক'ত? সমাজ, সভ্যতা, মানুহৰ পুনঃনির্মাণৰ কথা কবলৈ গলে বহুতে মুখ বেকাহে কৰিব।

অৱশ্যে অম্বিকাগিৰীৰ ওপৰত যে আন মনীষী বা আন চিন্তাধাৰাৰ প্রভাব পৰা নাছিল তেনে নহয়। তেতিয়া বংগদেশৰ আলোচনী আৰু পত্রিকাবোৰত আজিৰ দৰে "আনন্দ বাজাৰী" লঘুতা নাছিল। স্বয়ং ৰবীন্দ্রনাথ আছিল বহু কেইজন নিয়মিত আৰু উচ্চমানৰ প্রবন্ধলেখকৰ এজন। অম্বিকাগিৰীৰ নিজৰ ৰচনাতো ৰবীন্দ্রনাথৰ প্রভাব পৰিছিল। সেইদৰে লে'নিন আদি ক্রান্তিকাৰী চিন্তাবিদৰ বৈপ্লৱিক চিন্তায়ো তেওঁৰ মনত তেতিয়া খুন্দিয়াই গৈছিল। "আহুতি"ত সন্নিবিষ্ট প্রবন্ধবোৰৰ প্রথম চামটোত এনেবোৰ প্রভাবৰ সাঁচ সুস্পষ্ট। অথচ ইও সমানেই স্পষ্ট যে এনেবোৰ চিন্তা স্বাভাৱিকভাবে তেওঁ নিজৰ কৰি লৈছে। তেওঁৰ স্বাভাৱিক বিকাশত সিহঁত হেঙাৰ হোৱা নাই।

ৰবীন্দ্রনাথৰ ধীশক্তি আৰু চিন্তাৰ ক্রমানুবর্তী গতি সত্বেও তেওঁৰ প্রবন্ধাৱলীৰ অন্যতম প্রধান সম্বল আছিল ৰূপক। বহুসময়ত তেওঁৰ

ৰচনাত ৰূপকে যুক্তিৰ ৰূপ লৈছে। অম্বিকাগিৰীৰ প্ৰথম বয়সৰ প্ৰবন্ধবোৰত আৰু পিচৰ পৰ্যায়তো এনে ৰূপকৰ প্ৰভাৱ উল্লেখযোগ্য। এনে ৰূপকধৰ্মী চিন্তা ভাববাদী দৃষ্টিভংগীৰ পৰিচায়ক। এটা উদাহৰণ দিয়া যাওক। ১৯১৯ চনৰ "জাতীয়তাৰ মূল" নামৰ এটা প্ৰবন্ধত তেওঁ কৈছে

"পূব-পশ্চিম জুৰি লাগি থকা আকাশখন এটা অখণ্ড বস্তু হলেও, ৰূপ, বৰ্ণ, অৱস্থা আৰু পাৰিপাৰ্শ্বিকতা বিষয়ত দুটা বেলেগ বস্তু। প্ৰাচ্য আৰু প্ৰাতীচ্য জগত একেখন অখণ্ড পৃথিৱীৰ বুকুত উদ্ভাসিত যদিও, চৰম লক্ষ্যলৈ গতি লোৱা প্ৰণালী দুয়ো জগতৰ বেলেগ বেলেগ, আৰু পাৰিপাৰ্শ্বিকতাৰ তাৰতম্যৰ প্ৰভাৱেৰেই এই প্ৰণালীৰ বিভিন্নতাও গঢ়ি উঠে কোনটো প্ৰণালী ভাল আৰু কোনটো প্ৰণালী বেয়া, সেইটো বিচাৰৰ তৰ্ক আমি ইয়াত তুলিব খোজা নাই। কিন্তু প্ৰত্যেকটোৱেই যে নিজ নিজ প্ৰণালীৰে লক্ষ্য অনুধাৱন কৰি আগুৱাই গৈ তাক লাভ কৰি ধন্য হোৱাৰ চেষ্টা নেৰে, তাকেহে কৈছো।" ( আহুতি, ১৯৬২, পৃ° ১ )

এইদৰেই অম্বিকাগিৰীয়ে ভিন ভিন জাতীয় সত্তাৰ বিভিন্নতাৰ ব্যাখ্যা দিছে আৰু জাতীয় চেতনাৰ ন্যায্যতা প্ৰতিপন্ন কৰিবলৈ বিচাৰিছে। কিন্তু এনে যুক্তিৰে অসমীয়া জাতিৰ ঐক্য যেনেদৰে অনিবাৰ্য্য বুলি প্ৰমাণ কৰিব পাৰি তেনেকৈ অসমৰ ভিতৰৰে বিভিন্ন অঞ্চলৰ বিভেদ আৰু অনৈক্যও অৱশ্যম্ভাবী বুলি প্ৰমাণ কৰিব পাৰি। সামাজিক বা ঐতিহাসিক বিচাৰৰ কোনো চেষ্টা ইয়াত নাই। ফলত এই কল্পনাশ্ৰয়ী চিন্তা যিমানেই আকৰ্ষণীয় আৰু ব্যঞ্জনাক্ষম নহওক, সি সম্পূৰ্ণ যুক্তিসিদ্ধ নহবও পাৰে।

বিভিন্ন জাতীয় চেতনা আৰু জাতীয় স্বাৰ্থৰ বিৰোধে যে মনুষ্যত্ব তল পেলাব পাৰে জাতীয়তাবাদৰ বিৰুদ্ধে ই এচাম মনীষীৰ পুৰণা অভিযোগ। সেই প্ৰশ্ন যে অম্বিকাগিৰীয়ে এৰাই যোৱা নাই, তাতেই তেওঁৰ জিজ্ঞাসা তথা চিন্তাৰ পৌৰুষ। কিন্তু তেওঁ যি উত্তৰ দিছে সি তেওঁৰ অভ্যস্ত চিন্তাধাৰা মতে ভাববাদী আৰু অনৈতিহাসিক।

"মানুহ ভগৱানৰ ৰাজ্যৰ জ্ঞানচৈতন্য-লগা এটা উৎকৃষ্ট সৃষ্টি। এইবাবেই, জাতীয়তা বোলা উদাৰ বস্তুটো ৰক্ষা কৰি পূৰ্ণতালৈ আগবাঢ়ি যোৱাৰ প্ৰশস্ত পথটো অকল মানুহৰ বাবেই মুকলি হৈ পৰি আছে, আন প্ৰাণীৰ বাবে সেই পথ বন্ধ। সেই কাৰণে, নিজস্ব জাতীয় ভাব, জাতীয় চেতনা, জাতীয়-আদৰ্শ অৱহেলা কৰি বিজাতীয় প্ৰভাৱৰ শাসন সামৰি ল'লে মানুহৰ উৎকৃষ্টতাৰ ওপৰত কলংক পৰে।" ( আহুতি, পৃঃ ৪ )

এনেকৈ সংজ্ঞাৰদ্বাৰা ( by definition ) জাতীয়তাক মনুষ্যত্বৰ লক্ষণ কৰি লৈ সেই জাতীয়তাৰ বিপদক মনুষ্যত্বৰে বিপদত পৰিণত কৰা হৈছে। অথচ এইটোও ইতিহাসৰ পৰিচিত ঘটনা যে কোনো কোনো সময়ত জাতীয় স্বাৰ্থ ৰক্ষাৰ নামত মনুষ্যত্বৰ চৰম অৱমাননা ঘটোৱা হৈছে। অৱশ্যে ১৯১৯ চনত বিভিন্ন জাতিৰ প্ৰতিযোগিতাই কেনে মাৰাত্মক ৰূপ ল'ব পাৰে আনকি ভাৰতৰ ভিতৰতে তাৰ সম্যক ধাৰণা কৰা বোধহয় সম্ভৱ নাছিল। নাৎছি জাৰ্মানিৰ অত্যাচাৰ, ভাৰত-বিভাজনৰ বিভীষিকা তেতিয়াও সুদূৰ ভৱিষ্যতৰ গৰ্ভত। কিন্তু যথাৰ্থ ঐতিহাসিক বাস্তৱবোধে যে ভাববাদী চিন্তাৰ কেতবোৰ বিকাৰ ৰোধ কৰিব পাৰে, ইয়াতে তাৰ এটা উদাহৰণ পোৱা যাব।

জাতিয়ে জাতিৰ ওপৰত অত্যাচাৰ কৰাৰ কথা অৱশ্যে অম্বিকাগিৰীয়ে নাজানিছিল বুলিব নোৱাৰি। উগ্ৰজাতীয়তাবাদী আগ্ৰাসী নীতিৰ ব্যাখ্যাও তেওঁ দিছে ভাববাদী দৃষ্টিকোণৰপৰা।

"এই ভয়াবহ কলঙ্কৰ বাহক হৈছে স্বাৰ্থান্ধতা, আত্ম মৰ্য্যাদা, আত্মচেতনা-আত্মবিশ্বাসহীনতা আৰু ভীৰুতা, ক্ষুদ্ৰতা ইত্যাদিবোৰ। এই বিলাক অবাঞ্ছনীয় অসৎ আৰু মনুষ্যত্ব খৰ্বকাৰী প্ৰবৃত্তিৰ উত্তাপত তেজাল হৈ কোনো সবল মানুহ বা জাতিয়ে যেতিয়া আন কোনো দুৰ্বল মানুহ বা জাতিক সিহঁতৰ কু-প্ৰবৃত্তি তৃপ্ত কৰা যন্ত্ৰ বুলি ভাবি সিহঁতৰ ওপৰত সেই প্ৰভাব বিস্তাৰ কৰিবলৈ আহে, তেতিয়া সেই কলঙ্ক সিহঁতৰো সঙ্গী হয় " ( আহুতি, পৃ ১৯-২০ )

অৰ্থাৎ জাতীয়তাৰ দাবীত মনুষ্যত্ব পৰিহাৰ কৰিবলৈ অম্বিকাগিৰী নাৰাজ। কিন্তু কি কি পৰিস্থিতিত জাতীয়তা মনুষ্যত্বৰপৰা বঞ্চিত হয়, সেই বিষয়ে তেওঁৰ চিন্তা কিঞ্চিৎ ধুঁৱলি-কুঁৱলি। হলেও আজিকালি যি সকলে অম্বিকাগিৰীৰ চিন্তাধাৰা একান্তভাবে জাতীয়তাবাদী বুলি কবলৈ বিচাৰে, তেওঁলোকে লক্ষ্যই নকৰে যে তেওঁৰ চিন্তাৰ বিকাশৰ পাতনিতে অসমীয়াৰ জাতীয় মৰ্য্যাদাৰ লগত ভাৰতীয় জাতীয় মৰ্য্যাদা আৰু ভাৰতীয়ৰ মুক্তিৰ লগত বিশ্বমানৱৰ মুক্তি অঙ্গাঙ্গীভাবে জড়িত বুলি অম্বিকাগিৰীয়ে নিজে অনুভৱ কৰিছিল।

"ভাৰতৰ এই মহা-জাগৰণ সমগ্ৰ মানৱ-সমাজৰ দাসত্ব প্ৰক্ষালনৰ নিমিত্তে জীৱন্ত আগ-জাননী। এই মহাস্পন্দন সাৰ্থক হ'বই।"

( আহুতি, পৃ ৬১ )

এটা মুহূৰ্তত আনকি বিশ্বৰ নিপীড়িত জাতিসমূহৰ এই অৱশ্যম্ভাবী জাগৰণক শ্ৰমিক আৰু কৃষক শ্ৰেণীৰ বৈপ্লৱিক মুক্তি সংগ্ৰামৰ লগতো তেওঁ জড়িত কৰিছিল

"যেতিয়া মানুহে নিজে গম পায়, মানুহ এটা অৱহেলাৰ বস্তু নহয়, —মানুহৰ এটা আত্মসম্ভ্ৰম আছে—মানুহৰ মনুষ্যত্ব বোলা এটা সত্তা আছে তেতিয়া মানুহে পুৰণিৰ প্ৰভাৱ জাৰি-জোকাৰি পেলাই নতুনক আলিঙ্গন কৰিবলৈ আগবাঢ়ি যায়। এই কাৰণেই পৃথিৱীময় আজি দেখা গৈছে কল-কাৰখানা, খেতি-বাতি, শ্ৰম, শিল্পানুষ্ঠান আদিত শ্ৰমজীৱী সকলৰ ধৰ্মঘট, হৰতাল ইত্যাদি। এই কাৰণেই দেখা গৈছে, য়ুৰোপ, আমেৰিকা, এচিয়া, আফ্ৰিকা আদি মহাদেশ বিলাকৰ প্ৰত্যেকটো অঙ্গতেই আভিজাত্যাভিমানীসকলৰ ওচৰত বহুকাল অৱজ্ঞা হৈ পৰি থকা কৃষক আৰু শ্ৰমজীৱী শ্ৰেণীৰ ভিতৰত আজি উত্থান স্পন্দনৰ উত্তেজিত কল্লোল।" ("মুক্তি", ১৯১৯ চনৰ "চেতনা"ৰ ৫ম সংখ্যাৰ সম্পাদকীয়, আহুতি পৃ ৮)

জাতীয় স্বাধীনতা আন্দোলনৰ পৰশতে অম্বিকাগিৰীৰ দৃষ্টিয়ে এনে সন্ধানী গভীৰতা অৰ্জন কৰিছিল যে তেওঁ ভাৰতত প্ৰকৃত বুৰ্জোৱা গণতান্ত্ৰিক শাসনতন্ত্ৰ স্থাপিত হোৱাৰ আগতেই তাৰ অন্তৰ্নিহিত সীমাৱদ্ধতা আৰু দুৰ্বলতা উপলব্ধি কৰিছিল

"কিন্তু, আজি গোটেইখন পৃথিৱীকে আচ্ছন্ন কৰি মানৱ-সমষ্টিগত যি মহাবাণীৰ আলোড়ন উত্থিত হৈ আহিছে, তাক প্ৰজানীতি বুলি ক'লেও ৰাজনীতি নাম দিব নোৱাৰি, আৰু ইয়াক প্ৰজানীতি বুলি ক'লেও বিৰাট মানৱ সমষ্টিৰ বিৰাট স্বাধীন আকাঙ্ক্ষাৰ ব্যাপক অভিযানত আঘাত পৰে।

সৰ্বসাধাৰণৰ নিৰ্বাচিত প্ৰতিনিধি হৈ উক্ত অনুষ্ঠান বিলাকত যি সকলক কাম কৰিবলৈকে গধুৰ দায়িত্ব এটা হাতত তুলি দি পঠোৱা হয়, সেই সকল, জনসমষ্টিৰ চাৰি ভাগৰ তিনিভাগ নানা অসুবিধাৰ নিকাৰ ভুগি থকা গাৱঁলীয়া খেতিয়ক সমাজৰ ভিতৰৰ এজন নহৈ, তেওঁলোকতকৈ বেলেগ শ্ৰেণী বিশেষৰ এজন হোৱাত, সাধাৰণ প্ৰজা-সমষ্টিৰ প্ৰকৃত আশা-আকাঙ্ক্ষাৰ উমান অনুপাতে কাম কৰিবলৈ অক্ষম হৈ, তেওঁ নিৰ্বাচক ৰাইজৰ অকল অপ্ৰিয়ভাজনেই নহয়, কৰ্ত্তব্য-দায়িত্ব বিমুখ নৈতিক পতনতো পোত যায়।" (ঐ, পৃ. ১০ ১১)

বুৰ্জোৱা সমাজ ব্যৱস্থাৰ অন্যতম প্ৰধান স্তম্ভ আইন-ব্যৱসায়ৰ প্ৰতি অম্বিকাগিৰীৰ অসহিষ্ণু ক্ৰোধ আৰু অৱজ্ঞা সুস্পষ্ট। তেওঁ তাক "হিংসা-জিঘাংসাক অৱলম্বন কৰি" চলি থকা "এটা বীভৎস ব্যৱসায়" বুলি গৰিহণা দিয়ে আৰু কয় যে "বৰ্ত্তমান আইনৰ ধাৰা বৈচিত্ৰ্যটো মানুহৰ মস্ত এটা কলংকৰ চিন।" (ঐ, পৃ ১০)

কিন্তু ভাৰতীয় সমাজ ব্যৱস্থাত সকলোতকৈ অৱহেলিত, শোষিত, বঞ্চিত সকলৰ জীৱনৰ বাস্তৱ পৰিস্থিতিৰ বিশ্লেষণ বা পুঙ্খানুপুঙ্খ অধ্যয়নৰ নমুনাও তেওঁৰ ৰচনাত দুৰ্লভ। নিভাঁজ মনুষ্যত্ববোধৰ অধিকাৰী হৈও মধ্যবিত্ত মানৱতাবাদৰ গণ্ডী তেওঁ অতিক্ৰম কৰিব নোৱাৰিলে। অসমীয়া মধ্যবিত্তৰ নেতৃত্ব অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাত অম্বিকাগিৰিৰ অৱদান যেনে স্মৰণীয়, তেনেদৰেই উল্লেখযোগ্য তেওঁৰ প্ৰথম জীৱনৰ চিন্তাৰ আৰু চেতনাৰ বিস্তৃতি পিচৰ পিনে সংকুচিত হৈ অহাটো। ১৯১৯ চনতে প্ৰকাশিত তেওঁৰ এটি প্ৰৱন্ধত তেওঁ গ্ৰহে-গ্ৰহান্তৰে মানুহৰ মহাকাশ অভিযানৰ কথা ভৱিষ্যদ্বাণী কৰি গৈছিল। সেই বিষয়ে বৈজ্ঞানিক পৰীক্ষা-নিৰীক্ষাই আমাৰ দিনতহে কিছু সাৰ্থক ৰূপ পাইছে। কিন্তু এইজন অম্বিকাগিৰীয়েই হিন্দু সমাজ ব্যৱস্থাৰ অন্যতম কলংক জাতিভেদ প্ৰথাৰ বিলোপ সাধন সম্পৰ্কে সংকোচ বা ঔদাসিন্য প্ৰকাশ কৰিছিল। (তিলক দাস, উল্লেখিত গ্ৰন্থ, পৃ ৯৬ ৯৭)

অৰ্থাৎ তেওঁৰ কৰ্মমুখৰ উৎসৰ্গিত জীৱনৰ আৰম্ভণিতে তেওঁৰ চেতনা আৰু উদ্দেশ্যৰ যি মানৱীয় ব্যাপ্তি আছিল সি শেষলৈকে টিকি নাথাকিল। হয়তো, কোনো কোনো ক্ষেত্ৰত সি অধিক গভীৰতা অৰ্জন কৰিলে। কিন্তু তেওঁৰ জীৱন যেন ক'ৰবাত পূৰ্বৰ প্ৰেৰণাৰ সোঁতৰপৰা বিচ্ছিন্ন হৈ পৰিল। যি জনসাধাৰণৰ উত্তাল জাগৰণৰপৰা তেওঁ এসময়ত তেওঁ প্ৰেৰণা আহৰণ কৰিছিল, সেই জাগৰণৰ চৰিত্ৰ ক্ৰমে সলনি হৈছিল। মধ্যবিত্ত আৰু বুৰ্জোৱা লক্ষ্যৰপৰা ভাৰতৰ গণ-আন্দোলন ক্ৰমে জনগণৰ নিজস্ব আশা-আকাঙ্ক্ষাৰ ৰূপায়ণৰ প্ৰতি ধাৱিত হৈছিল। শেষ পৰ্য্যন্ত বুৰ্জোৱা নেতৃত্বৰ বিশ্বাসঘাতকতাত এই বিপুল গণআন্দোলন তাৰ প্ৰকৃত লক্ষ্য সাধনত ব্যৰ্থ হয়। কিন্তু এই অৱনতিৰ কাৰণ নিৰ্ণয় কৰাত অম্বিকাগিৰী বোধহয় সফল হ'ব নোৱাৰিলে। সেয়েই বোধহয় তেওঁৰ শেষ জীৱন বাহ্যিক সুখ-শান্তিৰ অন্তৰালত আছিল এনে করুণ।

(প্ৰকাশিত ১৯৮৫ চনত)

# প্ৰগতিশীল সাহিত্যৰ দিগ্‌দৰ্শন

অলপতে গুৱাহাটীত প্ৰগতিশীল সাহিত্যিকসকলক একত্ৰিত কৰি সাহিত্য-সংস্কৃতিৰ ৰণাঙ্গণত প্ৰগতিশীল মতাদৰ্শক অধিক শক্তিশালী কৰি তুলিবলৈ "নতুন সাহিত্য পৰিষদ" নামৰ এটি অনুষ্ঠান গঢি তোলা হৈছে। এই নতুন অনুষ্ঠানক আমি অভিনন্দন জনাইছোঁ। সমাজ পৰিবৰ্ত্তনৰ সমূহীয়া ব্ৰতত লেখকসকলে বিচ্ছিন্নভাবে অংশ গ্ৰহণ কৰিব নোবাৰে। সেয়ে এনে অনুষ্ঠানৰ প্ৰয়োজন কোনেও মুই কৰিব নোৱাৰে। বিভিন্ন আৰু খণ্ড-খণ্ড হৈ থকা প্ৰচেষ্টাক সংগঠিত কৰা আৰু সেই সকলোবোৰ প্ৰচেষ্টাক সুযোগ্য নেতৃত্ব দিয়া—এই দুই লক্ষ্য আজিৰ পৰিস্থিতিত একান্তই প্ৰয়োজনীয় আৰু গুৰুত্বপূৰ্ণ। কিন্তু এনেবোৰ অনুষ্ঠানৰ ব্যৰ্থতাৰ ইতিহাসো সমৃদ্ধ। সাধাৰণতে দেখা যায় যে নেতৃত্বৰ নামত আমোলাতান্ত্ৰিক নিয়ন্ত্ৰণৰ প্ৰযাসেই এনেবোৰ অনুষ্ঠানৰ অকাল মৃত্যু ঘটায। বৈজ্ঞানিক মনোভাৱ আৰু গণতন্ত্ৰৰ ঠাইত যেতিয়াই সংকীৰ্ণতা আৰু গোষ্ঠী প্ৰীতি প্ৰবল হয তেতিযাই এনেবোৰ অনুষ্ঠানৰ অপমৃত্যু ঘটে।

এনে অনুষ্ঠানৰ নেতৃত্বৰ কাৰ্য্য পদ্ধতিত যেনেকৈ কোনো ধৰণৰ তলখুচৰীয়া ষডযন্ত্ৰ থকা অনুচিত তেনেকৈ তাৰ নীতিতো অদূৰদৰ্শিতা আৰু অন্ধতাৰ সাঁচ বহিলে ফল মাৰাত্মক হ'ব পাৰে। সেয়ে যুক্তিনিষ্ঠ প্ৰত্যযৰ ঠাইত যাতে আধাসিজা মতান্ধতাই সিংহাসন লৈ বহিব নোৱাৰে, সকলো সতৰ্ক থকা উচিত।

আমাৰ সহযোগী আলোচনী "নতুন পৃথিৱী"তো এই নতুন অনুষ্ঠানক ওলগ জনাই এটা সাৰুৱা সম্পাদকীয প্ৰকাশ কৰা হৈছে। তাৰ সাৰমৰ্ম উঠি অহা লেখকসকলৰ বাবে গুৰুত্বপূৰ্ণ বুলি তালৈ সকলোৰে দৃষ্টি আকৰ্ষণ কৰা হ'ল। কিন্তু আমাৰ ধাৰণাত সেই সম্পাদকীয় মন্তব্যৰ কোনো কোনো অংশ তৰ্কাতীততো নহয়েই, বৰং মাৰাত্মক ভাবে প্ৰমাদযুক্ত। সেযে তাৰ ক্ৰুটি-বিচ্যুতিও আলোচনা কৰা সমীচিন হ'ব।

প্ৰগতিশীল সাহিত্যৰ সংজ্ঞাত কেৱল বৰ্ত্তমানৰ প্ৰগতিশীল উপাদান থাকিলেই নহ'ব, অতীতৰ ঐতিহ্যৰপৰাও তাৰ শিপাডালে পুষ্টি আহৰণ

কৰিব লাগিব। সেয়ে “নতুন পৃথিৱী” ( ১৯৭৮ চন, ৪ৰ্থ সংখ্যা ) ৰ সেই সম্পাদকীয়ত বুর্জোৱা মানৱতাবাদক যেনেকৈ একপক্ষীযভাবে আক্রমণ কৰা হৈছে তাক আমি সমর্থন কৰিব নোৱাৰিলো। উক্ত সম্পাদকীয়ৰ মতে “সামন্তযুগীয় দৈববাদী আৰু কু-সংস্কাৰাচ্ছন্ন সাহিত্য-সংস্কৃতিৰ বিৰুদ্ধে পুঁজিবাদে মানৱ চিন্তা, যুক্তি আৰু কমৰ যি অভূতপূর্ব স্বাধীনতাৰ আদর্শ দাঙি ধৰিলে সেই স্বাধীনতা আছিল মূলত পুঁজিৰ স্বাধীনতা, ব্যক্তিগত সম্পত্তিৰ অবাধ অধিকাৰ, শোষণৰ স্বাধীনতা।” আকৌ কোৱা হৈছে “কিন্তু শ্রমজীৱী জনসাধাৰণৰ সমস্ত মনোযোগ আজি কেন্দ্রীভূত হৈছে বুর্জোৱা সমাজ সম্পর্কৰ পৰিৱৰ্তে নিজৰ সমাজবাদী সমাজসম্পর্ক গঢ়ি তোলাত।”

দুযোটা উক্তিয়েই দেখদেখকৈ অসতর্ক আৰু অবৈজ্ঞানিক, “নতুন পৃথিৱী”ৰ দৰে উচ্চ মানৰ মার্ক্সবাদী আলোচনাত এনে সম্পাদকীয় প্রকাশ পোৱাত আমি আচৰিত হৈছো। “নতুন পৃথিৱী”যে ক’ব খুজিছে নেকি যে ভাৰতৰ সকলো ঠাইতে, ভাৰতীয় সমাজৰ সকলো স্তৰত বুর্জোৱা ব্যৱস্থা প্রতিষ্ঠিত হৈছে? ঔপনিবেশিক অৱশেষ লুপ্ত হৈছে নেকি? তেনেহলেনো অসমৰ চাহ উদ্যোগত বিদেশী মূলধনৰ প্রত্যক্ষ আৰু পৰোক্ষ প্রভাৱৰ তাৎপর্য্য কি? সামন্ততন্ত্ৰৰ মৰকামোৰ এতিয়া অতীতৰ কাহিনী হৈ পৰিল নেকি? তেনেহলেনো দেশৰ বিভিন্ন ঠাইত বীভৎস সাম্প্রদাযিক নৰমেধ যজ্ঞ চলি আছে কেনেকৈ? বিভিন্ন বাবা আৰু গুৰুৱে জনগণৰ ওপৰতে নহয়, ক্ষমতাসীন দলৰ নেতৃবৃন্দকো প্রভাৱিত কৰিছে কেনেকৈ? মহাজনী শোষণ আৰু জমিদাৰৰ অত্যাচাৰৰপৰা কৃষকসকল মুক্ত হ’ল কেতিযা?

সেয়ে ভাৰতৰ পৰিস্থিতিত বুর্জোৱা সমাজ সম্পর্কৰ ঠাইত “সমাজবাদী সমাজ সম্পর্ক” প্রতিষ্ঠা কৰা শ্রমজীৱী শ্ৰেণীৰ আশু লক্ষ্য নহয়। আশু লক্ষ্য হ’ল সাম্রাজ্যবাদ আৰু সামন্তবাদৰ অৱসান আৰু তাৰ মাজতে প্রতাপী হৈ উঠা বৃহৎ বুর্জোৱাৰ ক্ষমতা লোপ—এটা কথাতে ক’বলৈ হলে জনগণতান্ত্রিক বিপ্লৱ।

এই পৰিৱেশত সেয়ে বুর্জোৱা মানৱতাবাদ বাতিল হৈ নাযায়। বৰং যদি কোনো বুর্জোৱা মনোভাবাপন্ন লেখকে আন্তৰিকতা আৰু আবেগৰে সৈতে কুসংস্কাৰ, অন্ধ সাম্প্রদায়িকতা আৰু সংকীর্ণ স্থানীযতাবাদৰ ( parochialism ) বিৰুদ্ধে কলম ধৰে, তেওঁৰ সেই বিশেষ

সৃষ্টিক আদৰিবলৈ আমি সাজু থাকিব লাগিব। বিদেশৰ ওপৰত অন্ধ নিৰ্ভৰশীলতা আৰু বিদেশীৰ ওচৰত হীনমন্যতাৰ বিৰুদ্ধে যদি কোনোবাই মাত মাতে আমি তাক অভিনন্দন জনাব লাগিব। সৌৰভ চলিহাৰ "গোলাম" এই পিনৰপৰা এক স্মৰণীয় সৃষ্টি—স্বজাতিৰ প্ৰতি আস্থা প্ৰকাশ নাপালেও তাত মধ্যবিত্ত গোলামীৰ উন্মোচন অন্তৰ্ভেদী। অনিল ৰায়চৌধুৰীৰ 'দুখু মিঞা'ত সমাজবাদৰ গোন্ধ ভাপ নাই। কিন্তু তাৰ মৰ্ম্মস্পৰ্শী মানৱতা বৰ্তমান প্ৰবল হৈ উঠা সাম্প্ৰদায়িক বিষ বাষ্পৰ সাৰ্থক প্ৰতিষেধক নহবনে ?

এই কথা ঠিক যে বুৰ্জোৱা মতাদৰ্শ এতিয়া ক্ষয়িষ্ণু আত্মদ্বন্দ্বত জৰ্জৰ। সেই বুলি তাৰ উত্থান আৰু বিকাশৰ যুগত সি যি অৱদান দি গ'ল, সি কেবল শোষণৰ স্বাধীনতা হে নেকি ? তেনেহলেতো সমাজবাদী যুগত বুৰ্জোৱা সাহিত্য-সংস্কৃতি—শ্বেক্সপীয়াৰ বীটোফেন—চৰ্চা কৰাৰ প্ৰয়োজনেই নাথাকিব। এনে ধৰণে "ৰাতাৰাতি" সাংস্কৃতিক বিপ্লৱ ঘটোৱাৰ যজ্ঞৰপৰা লালচীন পৰ্য্যন্ত নিজেই আঁতৰি আহিছে। বুৰ্জোৱা যুক্তিবাদে বুৰ্জোৱা শ্ৰেণীক প্ৰতিষ্ঠা কৰাত সহায় কৰিলে, ঠিকেই। কিন্তু সি অৱদান দি গ'ল আধুনিক বিজ্ঞান আৰু বৈজ্ঞানিক চিন্তাধাৰা—যি যুগযুগ ধৰি মানৱ সভ্যতাৰ স্থায়ী উপাদান হৈ থাকিব। ব্যক্তিগত অধিকাৰৰ ধাৰণাই গজগজীয়া কৰিলে ব্যক্তিগত সম্পত্তিক সন্দেহ নাই। কিন্তু অন্ধ সামাজিক অনুশাসন, সামূহিক বল-প্ৰয়োগৰ কলা কৌশলক সি চিৰকাললৈ কলংকিত কৰিলে। সমাজবাদে ব্যক্তিৰ এই প্ৰতিষ্ঠা অস্বীকাৰ কৰা নাই। তেনে কৰা হলে সিও সামন্তবাদৰ দৰেই ব্যক্তিৰ ওপৰত অনুশাসন জাপি দিয়া ব্যৱস্থা হৈ পৰিলহেঁতেন। সমাজবাদে বুৰ্জোৱা ব্যক্তিত্বৰ বিচ্ছিন্নতা, বিকৃতি দূৰ কৰে—কিন্তু ব্যক্তিত্বৰ বিকাশক মূল্য নিদিয়াকৈ নাথাকে। গৰ্কীৰ "আই" উপন্যাসখনৰ নায়িকা আগতে আছিল ব্যক্তিত্বহীন, নিষ্ক্ৰিয় Victim, সমাজবাদী আন্দোলনৰ সংস্পৰ্শত প্ৰস্ফুটিত হ'ল তেওঁৰ ব্যক্তিত্ব। এই ব্যক্তিত্ব সমাজ প্ৰাণ, কিন্তু স্বতন্ত্ৰতাহীন নহয়। বুৰ্জোৱা সমাজত স্বাধীন চিন্তা আৰু বিচাৰৰ যি সুযোগ আৰু শিক্ষা এমুঠি মানুহৰ মাজত সীমাবদ্ধ থাকে সি সমাজবাদত ব্যাপক জনগণৰ মাজত পৰিব্যাপ্ত হ'ব লাগিব। সমষ্টিগত চিন্তাৰ অৰ্থ যাতে এনে নহয় যে নেতৃত্বৰ পৰিচালনাত সমষ্টিৰ সকলো লোকেই ভেড়াৰ দৰে আগবাঢ়িব আৰু ভাটৌৰ দৰে শ্লোগান গাব। নহলে

সমাজতন্ত্ৰৰ নামত আমোলাতন্ত্ৰহে প্ৰতিষ্ঠিত হোৱাৰ আশংকা থাকে। সেয়ে স্বাধীন চিন্তাৰ আদৰ্শক ব্যক্তিগত পুঁজিগঠনৰ সেৱাৰপৰা মুক্ত কৰি সামূহিক কল্যাণৰ স্বাৰ্থত নিয়োগ কৰাৰ প্ৰশ্নটো এৰাই যাব নোৱাৰি।

অৱশ্যে মতাদৰ্শৰ যুদ্ধত নেতৃত্ব দিব পাৰে কেৱল শ্ৰমিক শ্ৰেণীয়েহে। শ্ৰমিক শ্ৰেণীৰ মতাদৰ্শ হ'ল সমাজবাদ। কিন্তু বৈজ্ঞানিক সমাজবাদৰ অন্যতম বৈশিষ্ট্য এযে যে প্ৰতিখন সমাজৰ বিশেষ অৱস্থা বুজিহে সি তাৰ কৰ্মনীতি নিৰ্দ্ধাৰণ কৰে। সাহিত্যৰ ক্ষেত্ৰত দিগ্‌দৰ্শন কৰোঁতে এই কথা পাহৰি যাব নোৱাৰি। সেয়ে সাহিত্যৰ সংগ্ৰামত সমাজবাদী লক্ষ্য, পদ্ধতি আৰু দৃষ্টিকোণৰ প্ৰাধান্য মানি ল'লেও তাৰ প্ৰয়োগত বৈচিত্ৰ্য অৱশ্যম্ভাবী। গণতান্ত্ৰিক শ্ৰেণীসমূহৰ মাজত যদি আন ধৰণৰ চিন্তাও থাকে, তথাপি সামন্তবাদ আৰু সাম্ৰাজ্যবাদৰ বিৰোধী হৈ থকা পৰ্য্যন্ত সেইবোৰ চিন্তাক সহ্য কৰা উচিত হ'ব। আনহাতে শ্ৰমিক শ্ৰেণীৰ মাজতো যিবোৰ দ্বন্দ্ব থাকে, সেইবোৰ একে সাঁচত ঢালি উৰাই দিব খুজিলে হিতে বিপৰীত হ'ব। যি সুদীৰ্ঘ যুগযুগজোৰা শিক্ষা আৰু সাধনাৰ জৰীয়তে মানৱ সভ্যতা গঢ়ি উঠিছে সেই প্ৰক্ৰিয়া সমাজবাদেও শেষ কৰিব নোৱাৰে। ভুল হ'ব পাৰে, দ্বন্দ্বও অনিবাৰ্য কিন্তু তাৰ মাজেদি প্ৰগতিৰ পথো উন্মুক্ত হ'ব। ( নৱেম্বৰ, ১৯৭৮ )

# অসমীয়া কবিতাৰ বিকাশত বেজবৰুৱাৰ স্থান

আজি দুই তিনি দশক আগতে অসমীয়া সাহিত্য সংস্কৃতিৰ অৱস্থা আছিল তুলনামূলকভাবে আশাব্যঞ্জক। সাহিত্যৰ বিভিন্ন বিভাগত নতুন নতুন ভাব আৰু ভংগিমা প্ৰকাশৰ পৰীক্ষা চলিছিল, নতুন নতুন দিশত বাট মুকলি হৈছিল। লেখক-পাঠক সকলোৱে অনুভৱ কৰিছিল যে প্ৰতিভাৰ অভাৱ নহয়, অৰ্থ আৰু অন্যান্য বস্তুগত সমলৰ অভাৱেই আমাৰ সাহিত্য সংস্কৃতিৰ বিকাশৰ প্ৰধান সমস্যা। সেই সময়ৰ তুলনাত আজি অৰ্থৰ সৰবৰাহ বাঢ়িছে অন্যান্য যা যোগাৰো দেখাত বেছি। কিন্তু অসমীয়া সাহিত্যৰ অৱস্থা প্ৰেৰণাদায়ক বুলিব নোৱাৰি। এই কথাটো সচেতন শিক্ষিত লোক মাত্ৰেই অনুভৱ কৰিছে। কিন্তু তাৰ কাৰণ কি সেই বিষয়ে বিশেষ ভবা চিন্তা কৰা হোৱা নাই।

দুটামান কাৰণ উল্লেখ কৰিলে সুধীসকলে দোষ নধৰে যেন। অৱশ্যে এই বিষয়টোত আমি বেছিপৰ মনোযোগ দিব নোৱাৰিম। প্ৰথমতে মন কৰিব লাগিব যে সাহিত্য চৰ্চাৰ যথাযোগ্য পৰিবেশৰ বাবে যি অৰ্থৰ প্ৰয়োজন, ক্ৰমে ক্ৰমে চৰকাৰী মহলৰপৰাই সেই অৰ্থ আহিব ধৰিছে। ফলত অনিবাৰ্য্যভাবে অদৃশ্য চৰকাৰী বা ৰাজনৈতিক হেঁচা সাহিত্যৰ বিকাশৰ ওপৰত পৰিছে। অধিক কি সাহিত্যৰ মূল্যায়নত আৰু মান নিৰ্ণয়তো চৰকাৰী দৃষ্টিভংগীৰ প্ৰভাৱ নপৰাকৈ থকা নাই। এনে ঘটনাও চকুত পৰিছে যে চৰকাৰৰ প্ৰত্যক্ষ বা পৰোক্ষ নিয়ন্ত্ৰণত থকা মাধ্যমবিলাকে হেজাৰ হেজাৰ মানুহৰ ওচৰত সাহিত্য বা সাহিত্যিক সম্পৰ্কে এক বিশেষ ধৰণৰ ধাৰণা পহুঁছাই দিছে, আনহাতে চৰকাৰে পছন্দ নকৰা ধ্যান-ধাৰণাবোৰ বা প্ৰমূল্যবোৰক সমজুৱাৰ চকুৰ আঁতৰ কৈ ৰখা হৈছে। আনকি এবাৰ অসম সাহিত্য সভাৰ বছেৰেকীয়া অনুষ্ঠানটোৰ বাবেও সাহায্য আগবঢোৱা নহ'ল— যেতিয়া দেখা গ'ল যে সাহিত্যসভাই সেইবাৰ অসম চৰকাৰৰ মৰ্জিমতে কেৰেপ নকৰিব। চৰকাৰৰ ওপৰত আমাৰ সাহিত্য-সংস্কৃতিৰ ক্ৰমবৰ্দ্ধমান নিৰ্ভৰশীলতাই প্ৰকৃত সৃষ্টিশীলতাৰ ক্ষতি কৰিছে। বহুদিন আগতেই ই, এম ফৰ্ষ্টাৰে নাৎছি জাৰ্মানিৰ গতি-গোত্ৰ দেখি সঁকিয়াই গৈছিল যে সাহিত্য সংস্কৃতি সৃষ্টি কৰে সমাজেহে, ৰাষ্ট্ৰই নহয়। আমিও ৰাষ্ট্ৰৰ কৱলৰ-

পৰা সাহিত্য-সংস্কৃতিৰ বিকাশক উদ্ধাৰ কৰি কেনেকৈ সমাজৰ আহল-বহল মণ্ডপত তাক পুনৰ বহুৱাব পাৰোঁ, গুণা-গঁঠা কৰা ভাল হব। চৰকাৰী অৰ্থৰ পৃষ্ঠপোষকতা যাতে সাহিত্যৰ পিঠিত ভালুকৰ সাঙী নহয়, চকু ৰাখিব লাগিব। অন্তত সাহিত্যৰ আৰু সাহিত্যৰ সমালোচনাত যাতে কেৱল প্ৰকৃত গুণৰ আদৰ আৰু দোষ-ক্ৰুটিৰ প্ৰতি কঠোৰ মনোভাৱহে সক্ৰিয় হয়, তালৈ নজৰ ৰখা সকলো দায়িত্বশীল লেখক আৰু পাঠকৰ দায়িত্ব। তাৰ অবিহনে সাহিত্য নিকৃষ্ট বিধৰ ৰাজনীতিৰ বহতীয়া হৈ তাৰ ৰংৰস সকলো হেৰুৱাব। আজিৰ ৰাজনীতিৰ অধঃপতন কাৰো চকুত খোঁচ মাৰি দেখুৱাব নালাগে। কিন্তু দাসত্ব আৰু নীচতাকে সাৰোগত কৰা দেশপ্ৰেমিক বিলাকৰ ধৰ্মোপদেশে তাৰ ওপৰতো হাতচাফাই চলাই আছে। সাহিত্যৰ ভাষাৰ সত্যতাই এই টালিভুলিৰ যথাৰ্থ প্ৰতিষেধক।

দ্বিতীয় সমস্যাটো হ'ল এয়ে যে ভাৰতৰ এচুকত পৰি থকা অসম বিভিন্ন সজ বাহ্যিক প্ৰভাৱৰপৰাও দূৰতে থাকে। অসৎ আৰু ক্ষতিকৰ প্ৰভাৱবোৰ অৱশ্যে ঢল নমাৰ দৰে নামি আহিছে। বজাৰৰ ওচৰতে হিয়া মন সমৰ্পি আমি নগৰীয়া অসমীয়া বিলাকে কেনেকৈ লাগতিয়াল-অলাগতিয়াল সকলো বস্তু কিনি ওফন্দি আছো ভাবি চালে আচৰিত হব লাগে। কিন্তু মানসিক খোৰাক যোগাবপৰা সম্পদ দিল্লী-বোম্বে কলিকতালৈ যিমান যায়, আমাৰ ইয়ালৈ তাৰ হেজাৰভাগৰ এভাগো বোধহয় নাহে। অধিক কি, গুৱাহাটীৰ কিতাপৰ দোকান বা পুথি ভড়ালত দহ পোন্ধৰ বছৰ আগতে ওলোৱা ভাল ইংৰাজী কিতাপ এখন বিচাৰি পোৱা নাযায়। বৰ্ত্তমান পৰিবেশত আমাৰ ইয়াত থলুৱা ভাবে প্ৰৱল বৌদ্ধিক বা সাংস্কৃতিক সৃষ্টিশীলতা উদ্ভৱ হোৱা টান। "জোনাকী" যুগত যেনেকৈ আমাৰ পূৰ্বসূৰীসকলে কলিকতাৰ যোগেদি বিদেশী সৃষ্টিশীল প্ৰেৰণাৰ সম্ভেদ পাইছিল আমি আজি তেনে প্ৰেৰণাৰ সম্ভেদ পাব নোৱাৰা হৈছোঁ। শিক্ষা ব্যৱস্থাৰ বিসংগতিৰ গুণত আমাৰ যিবোৰ মেধাবী ছাত্ৰ-ছাত্ৰী দিল্লী আদি ঠাইত পঢ়ে আৰু বিদেশী প্ৰভাৱ কিছু আয়ত্ত কৰে, তেওঁলোক অসমীয়া ভাষা-সাহিত্যৰ চৰ্চাত উদাসীন। বঙলা সমসাময়িক সাহিত্যই কিছুদূৰ এই অভাৱ দূৰ কৰিলেও এই কথাও সঁচা যে সমসাময়িক বঙলা সাহিত্যয়ো তাৰ পূৰ্বৰ বৌদ্ধিক প্ৰখৰতা আৰু ব্যাপ্তি ভালেখিনি হেৰুৱাইছে। আৰু অসমত থাকি

দেশ বিদেশৰ ভাবুক মনৰ ন-ন সৃষ্টিৰ খবৰ ৰখাও টান। অৱশ্যে কেনেবাকৈ তেনে খবৰ আছিলেও আমাৰ মনত সি আগৰ দৰে স্পন্দন নোতোলে। বেজবৰুৱাৰপৰা জ্যোতিপ্ৰসাদলৈকে সংস্কৃতিসেৱীসকলৰ আছিল এটা অভিযাত্ৰী মন। দেশ বিদেশৰ নতুন নতুন ভাবধাৰা আৰু সাংস্কৃতিক অভিব্যক্তিৰ প্ৰতি তেওঁলোকৰ সঁহাৰি সজীৱ আছিল এইবাবেই যে নিজৰ সৃষ্টিৰ তাগিদতে তেওঁলোক এটা অনুসন্ধিৎসু মনৰ অধিকাৰী আছিল।

এই ধৰণৰ সোণ সুৱগা মিলন আজি যে থলুৱা সৃষ্টি আৰু বিদেশী কৃষ্টিৰ মাজত হ'ব পৰা নাই সেইবাবেই বেজবৰুৱাৰ যুগটো আমি পুনৰ শ্ৰদ্ধাশীল আগ্ৰহেৰে অধ্যয়ন কৰা প্ৰয়োজন। কেৱল বিশুদ্ধ আৰু সংকীৰ্ণ অৰ্থত তেওঁলোকৰ সাহিত্যৰাজি অধ্যয়ন কৰিলেই নহ'ব, তাৰ অন্তৰালত থকা সামাজিক আৰু সাংস্কৃতিক প্ৰৱণতাসমূহো পৰীক্ষা কৰি চালেহে আমাৰ বোধ আৰু অনুভৱলৈ গভীৰতা আহিব। সেই যুগৰ সৃষ্টিশীলতাৰ চৰিত্ৰ বুজি পালেহে আমাৰ বৰ্ত্তমানৰ বিবুধি অৱস্থাৰপৰা আমি নিজকে মুকলি কৰিব পাৰিমহক।

"জোনাকী" যুগৰ কবিতাক যে অসমীয়া আধুনিক ( মধ্যযুগৰ পৰৱৰ্তী অৰ্থত ) কবিতাৰ প্ৰথম প্ৰকৃত নিদৰ্শন বুলি ধৰা হয় তাৰ কাৰণ আছে। কিন্তু এই অৱস্থা একেদিনেই আহিপৰা নাছিল। নানা পৰীক্ষা-নিৰীক্ষাৰ মাজেৰেহে নানা ধৰণৰ বিভ্ৰমত হাবাথুৰি খাই উঠিহে, অসমীয়া কবিতা এই অৱস্থাত উপনীত হৈছিল। সাধাৰণতে সেইবোৰ ভুল বাটক বা সেইবোৰ অসফল পৰীক্ষাক আওকাণ কৰা হয়। কিন্তু সেইবোৰৰ লগত ৰিজাই চালেহে "জোনাকী" যুগৰ সাফল্যৰ স্বৰূপ উপলব্ধি কৰা সম্ভৱ।

সেযে "আসাম বন্ধু"ত ( ১৮৮৫ ১৮৮৬ ) ওলোৱা কবিতাবিলাকৰ ৰেহ-ৰূপ নিৰীক্ষণ কৰি "জোনাকী" যুগৰ পূৰ্বে অসমীয়া কবিতাই কেনে দিশে গতি কৰিছিল আমি বুজিবলৈ চেষ্টা কৰিম। মনত ৰাখিব লাগিব যে সেই সময়ত অসমীয়া কবিসকলৰ সমুখত কবিতাৰ আৰ্হি আছিল ঘাইকৈ দুবিধ—মধ্যযুগীয় ধৰ্মপুথি আৰু ইংৰাজী প্ৰভাৱত গঢ লৈ উঠা আধুনিক বঙলা কবিতা—বিশেষকৈ মাইকেল মধুসূদন, হেমচন্দ্ৰ আৰু নবীন সেনৰ কাব্য। কিন্তু ধৰ্মপুথিত থকা ধৰ্মীয় উপাখ্যান আৰু ধৰ্মৰ গুঢ় তত্ত্ব প্ৰকাশ তথা প্ৰচাৰ কৰাৰ অভিলাষ এই চাম লেখকৰ নাছিল।

বৰং বাহ্য প্ৰকৃতি আৰু মানস প্ৰকৃতিৰ বিচিত্ৰ লীলা পৰ্য্যবেক্ষণ কৰি তাৰ প্ৰতি বিস্ময় আৰু আনন্দবে সঁহাৰি দিয়াই তেওঁলোকৰ কবিতাৰ ধৰ্ম আছিল। এক কথাত এক মানৱতাবাদী ভাবধাৰা এই কবিতাৰ মূল প্ৰেৰণা। উদাহৰণস্বৰূপে সত্যনাথ বৰাৰ "মেঘ আৰু বিজুলি", ৰত্নেশ্বৰ মহন্তৰ "তুপৰ-নিশা", লক্ষ্মীনাথ বেজবৰুৱাৰ "সন্ধ্যা", ভোলানাথ দাসৰ "মধুহাঁসি", কমলাকান্ত ভট্টাচাৰ্যৰ "মনৰ ভাব", সত্যনাথ বৰাৰ "শান্তি আৰু আশা", হেমচন্দ্ৰ গোস্বামীৰ "মন", সত্যনাথ বৰাৰ 'ডেকা কাল" প্ৰভৃতি। এইবোৰৰ লগতে একেশাৰীতে থিয় হৈছে সেইকালৰ অসমীয়া মধ্যবিত্তৰ দেশাত্মবোধ—গৌ না দাৰ "আসামৰ উন্নতি কিমান" আৰু ভোলানাথ দাসৰ "কিয়নো নাজাগে আমাৰ মন"। ৰত্নেশ্বৰ মহন্তৰ "গাঁৱলীয়া বোৱাৰী"কো সমাজ আৰু বিশ্বৰ প্ৰতি মানবতাবাদে জাগ্ৰত কৰা সচেতন দৃষ্টিপাতৰ ফল বুলিলে ভুল নহ'ব।

ধৰ্মীয় পৰিবেশৰপৰা মুকলি হৈ অহা মনে এই যে নতুন সংবেদনশীলতা অৰ্জন কৰিলে তাৰ ওপৰত পৰম্পৰাগত ধৰ্মৰ প্ৰভাব আছিল লক্ষ্য কৰিবলগীয়াকৈ ক্ষীণ। প্ৰাকৃতিক দৃশ্যসমূহৰ মাজত সংসাৰৰ অনিত্যতা বা বিধাতাৰ মায়াৰ প্ৰতীকী প্ৰকাশ নিবিচাৰি এই কবিসকলে সঁচাকৈ নতুন অভিযাত্ৰী মানসিকতাৰে পৰিচয় দিছিল। কিন্তু এক বিশেষ সাঁচত এই নতুন মানসিকতাই সম্পূৰ্ণকৈ গঢ় লৈ উঠা বুলি তেতিয়াও ক'বপৰা হোৱা নাছিল। এওঁলোকৰ ভাষাৰ মাজতো সেই অপৈণত আৰু তুৰ্বল শৈলীৰ লক্ষণ ফুটি ওলাইছে। এওঁলোকৰ ভাষা প্ৰায়েই বৰ্ণনামূলক বা বিৱৰণধৰ্মী, ধৰ্মপুথিৰ ভাষাৰ প্ৰভাৱৰপৰা সি সম্পূৰ্ণ মুক্ত হব পৰা নাই কথ্য ভাষাৰ ঠাঁচৰ লগত তাৰ প্ৰভেদ মাজে মাজে প্ৰকট

> গছৰ ডালত থাকি
> ডোকাৰ আড়ালে ঢাকি,
> কপোত-কপোতী তুয়ো—কণিক উমাই
> মহা সুখে নিদ্ৰা যায়
> আনো পক্ষী সমুদায়,
> কেৱল কোঢাল কৰে যতেক ফেঁচায়।

(তুপৰানিশা ৰত্নেশ্বৰ মহন্ত)

কিবা দৃশ্য আছে হোৱে মনোহৰ
শিশুৰ হসিত বদন সমান ?
যদি আছে, বোলে বোলোক অপৰে,
আমি কিন্তু ভাবি নাহি পাওঁ আৰ ।

( মধুহাঁসি : ভোলানাথ দাস )

কি আশ্চৰ্য্য বন্ধুবৰ ! কি হ'ল তোমাৰ ?
কিয় তুমি পৃথিৱীত কৰিছা শয়ন ।
হেন ভাব দেখি মোৰ, কঁপিছে শৰীৰ ঘোৰ,
কৰিব নোৱাৰো মন বলেৰেও থিৰ ।

কিবা শোক কাঁড়ে আসি বিন্ধিলে তোমাক ।
মৰ্মাহত হই জানো আছা তাৰ চোটে ।
কিবা তুমি ফাঁকি কৰি, মাটিত লেটি লৈ পড়ি,
পৰীক্ষিছা বান্ধৱৰ মনৰ ভাৱক ।

( মৃত্যুশয্যা লক্ষ্মীনাথ বেজবৰুৱা )

উদ্ধৃত কবিতাৰ ফাকিবোৰত জীৱন আৰু জগৎ সম্পৰ্কে এক নতুন আৰু মুকলি মনৰ কৌতূহল প্ৰকাশিত হৈছে পুৰণিকলীয়া আৰু প্ৰথাসিদ্ধ ভাষা আৰু ছন্দত। ছন্দৰ খাতিৰত শব্দৰ ৰূপেও প্ৰাচীন পুথিৰহে অনুসৰণ কৰিছে। ভোলানাথ দাসৰ এফাকি কবিতাই ছন্দৰ নতুনত্ব সত্বেও ভাষাৰ গুণত কীৰ্ত্তনলৈ মনত পেলায

কৃষ্ণ বক্ষে জ্বলে যেন স্ফটিকৰ মণি,
কিম্বা শ্যাম দূৰ্বাদলে,
যথা জলবিন্দু জ্বলে,
ছাযাবৃত জলে যেন শোভে কমলিনী,
বিস্তীৰ্ণ সমুদ্ৰে কিম্বা ধবল তৰণী

( মেঘ . ভোলানাথ দাস )

কিন্তু এইবোৰ কবিতাৰ মাজেদি ব্যক্ত হৈছে বাস্তৱ আৰু মানস প্ৰকৃতিৰ বিচিত্ৰ বেহ-ৰূপৰ প্ৰতি এক নতুন সঁহাৰি—যাৰ মূল প্ৰেৰণা পুথিতকৈ Wordsworth বা Shelleyৰ বিভিন্ন প্ৰকৃতি বিষয়ক কবিতা হোৱাহে সম্ভৱ। কিন্তু লক্ষ্য নকৰি নোৱাৰি যে পোছাকী সাধু ভাষাই অনুভূতিৰ সজীৱতা প্ৰকাশত বাধা হৈ পৰিছে .

পিন্ধি কলা সাজ সন্ধ্যা আই
লাহে লাহে চৰণ চলায়
ৰঙ্গমনে হ'ল উপগতা।
যেনে, সজাইয়া নিজ অঙ্গ
নব বধূ কৰি ভাব ভঙ্গ
পাত পাশে যায় লজ্জান্বিতা।

( **সন্ধ্যা** লক্ষ্মীনাথ বেজবৰুৱা )

* * *

শঙ্খবাদ্যকাৰী শিয়ালৰ
হোৱা হোৱা ৰৱ খৰতৰ,
দিশ বিদিশক পূৰি যায়।
হাম্বাৰবে গৰুৰ পোৱালী
খোজে খোজে উৰুবাই ধূলী,
গোমুখৰ বাদ্যক বজায়।

( **সন্ধ্যা** । লক্ষ্মীনাথ বেজবৰুৱা )

নিসন্দেহে এই কবিতাত শাস্ত্ৰীয় ভাষাৰ আহিঁয়ে ভাব-অনুভূতিৰ অভিনবত্ব আৰু গভীৰতা সজীৱতা ৰক্ষা পৰাত বাধা দিছে। শিয়ালক অদ্ভুত শঙ্খবাদ্যকাৰী পূজাৰীৰ ৰূপত কল্পনা কৰা টান। যেহেতু প্ৰকৃতিৰ প্ৰতি আমাৰ সঁহাৰি প্ৰত্যক্ষ আৰু ইন্দ্ৰিয়জ, সেয়ে আমাৰ ঘৰুৱা ভাষাতহে অসমৰ প্ৰকৃতিৰ প্ৰতি অসমীয়াৰ সঁহাৰি প্ৰকাশ কৰিবলৈ সুচল। সেয়ে বেজবৰুৱাৰ এই কবিতাতকৈ মফিজুদ্দিন আহমদ হাজৰিকাৰ "জ্ঞান-মালিনী"ৰ চহা ভাষাত লেখা গধূলিৰ বৰ্ণনা বহু বেছি সজীৱ

গধূলি হইছে মলয়া বৈছে
বেলিটি গৈছে বুৰি
সোণালী বৰণে পৰি হাবি-বনে
চমকে পৃথিৱী জুৰি প্ৰভৃতি।

আনকি "আসাম বন্ধু"তে সত্যনাথ বৰাৰ আৰু আন কবিৰ দুটামান প্ৰকৃতি বিষয়ক কবিতাত শাস্ত্ৰীয় ভাষাৰ জোলোঙাৰ মাজেৰে কথ্য ভাষাই কদাচিৎ ভুমুকি মাৰি তাৰ শক্তিৰ তথা সজীৱতাৰ পৰিচয় দিছে।

ছোঁ ছোঁ কৰি চলে আপোনাৰ মনে,
ছাল বেড গছলতা মোহাৰে সঘনে।
এছাৰণি একো ছাটি
খানে চোতালৰ মাটি
ভাঙি যেন লই যায় টাটি বেড ঘৰ
কত ঠাইত গচ ভাঙে কৰি মড মড।

( ধুমুহা-বতাহ )

*　　*　　*

যতেক জোনাকীকুল
আনন্দতে বিয়াকুল
উডে ঘূৰি ঘূৰি ঘনে উঠে ঘনে নাই,
জোনৰ জোনাক চাই,
আপোনাকো পাহৰাই
নিজকো একণ জোন বুলি গুফোন্দায়।

( তুপৰ-নিশা : বত্নেশ্বৰ মহন্ত )

ভোলানাথ দাসৰ ৰচনা প্ৰচুৰ। যি সংস্কৃতপ্ৰধান আৰু গুৰুগম্ভীৰ ভাষা তেওঁ আহি কৰি লৈছিল, পিচৰ কবিসকলে তাক একাষৰীয়া কৰি থ'লে। মনৰ আবেগৰ আৰ্ত্তি বা তীব্ৰতা প্ৰকাশত এনে ভাষাই মৰ্ম-স্পৰ্শিতা লাভ নকৰে। বৰং এক ধৰণৰ নাটকীয় শব্দ ঝংকাৰেই সাৰ হয়

প্ৰিয়ে স্বৰ্ণলিনি আমাৰ।
তব প্ৰতি আজি হায় জগত আন্ধাৰ
বিষম বিৰহে মোৰ উঠিছে তৰঙ্গ ঘোৰ
আলোডি কোমল অতি অন্তৰ তোমাৰ
আলোডি সমীৰ যেন স্থিৰ পাৰাবাৰ।

( কাৰাৰুদ্ধ ৰাজপুত্ৰ )

কিন্তু কিছুমান ভাব আৰু mood প্ৰকাশত এই ভাষাৰ ব্যৱহাৰে এনে সিদ্ধিলাভ কৰিছিল যে জোনাকী যুগৰ লেখকসকলে নতুন ভাষাৰ ঠাঁচ গঢ়ি লৈ উঠিও সম্পূৰ্ণৰূপে তালৈ পিঠি দিব পৰা নাছিল। ভোলানাথ দাসৰ কাব্যৰ এটুকুৰ নীলমণি ফুকনে "কুৰিশতিকাৰ অসমীয়া কবিতা"ত তুলি দিছে.

## বাসৱ-সভা

নিস্তব্ধ বাসৱ সভা। সভাতলে আজি
বসিছে ত্ৰিদিব বাসী ত্ৰিদিবেশ সহ
বিমৰ্ষে নীৰৱ হুয়া, নাহি বাক্য মুখে
কাষ্ঠ পুত্তলিকাগণ বাক্যহীন যথা।
কোনেবা গাইব গীত, নাই ৰঙ্গস্থলে
সুকণ্ঠী গায়কীবৃন্দ, কিন্নৰ-অঙ্গনা।
নাবাজে খঞ্জৰী তাল নাবাজে মন্দিৰা।
নবোজে বাঁশৰী বীণা, সুস্বৰী চেতাৰ
নীৰৱ অমৰ বাদ্য।

উক্তিটোৰ প্ৰথমতে তিনিটা গম্ভীৰ শব্দৰ পিচতেই যতিচিহ্ন আহি নিস্তব্ধতা গভীৰ কৰি তুলিছে। বেলেগ বেলেগ শব্দ আৰু চিত্ৰৰ জৰীয়তে নীৰৱতাৰ ভাৱ প্ৰকাশ কৰি উক্তিটোৰ বতাহ-গধূৰ কৰি তোলা হৈছে। তদুপৰি এই ইংগিত দিয়া হৈছে যে এই নীৰবতা অস্বাভাৱিক। সদায় আনন্দমুখৰ হৈ থকা ইন্দ্ৰসভা কিবা দুৰ্ঘটনা বা বিপদৰ বাবেহে স্তব্ধ হৈ আছে। শেষ বাক্যটো ব্যঞ্জনাঘন। "অমৰ বাদ্য" শব্দ দুটাৰ মাজত আছে অবিৰাম আনন্দৰ ধ্বনি, কিন্তু সেই অমৰ বাদ্যও এই সংকটকালত যেন মৃত্যুৰ দৰে স্তব্ধ।

অৰ্থাৎ সংস্কৃতগন্ধী শব্দচয়নৰ সুনিপুণ প্ৰয়োগে উক্তিটোত এক ৰসঘন পৰিস্থিতি সৃষ্টি কৰিছে। তেনে গম্ভীৰ বা উদাত্ত ভাবৰ প্ৰকাশত কেতিয়াবা বেজবৰুৱায়ো এই আহি অনুসৰণ কৰিছিল। যেনে "তৰা" কবিতাত

অথবা অযুত কোটি চকু বিধাতাৰ
চতুৰ্দ্দিশ অধঃ উৰ্দ্ধ ব্যাপ্ত চৰাচৰ।
পাপ-পুণ্য-সুকৃতি-দুস্কৃতি নিৰন্তৰ।
দেখি বিধানিছে বঁটা, দণ্ড ঘোৰতৰ।

ইয়াতো সংসাৰৰ পাপ-পুণ্যৰ অতন্দ্ৰ প্ৰহৰী আৰু ভীষণ বিচাৰক হিচাবে ভগৱানৰ যি ভূমিকা, তাক শব্দচয়নে এক ভয়লগা ৰূপ দান কৰিছে।

ৰত্নেশ্বৰ মহন্তৰ "গাৰঁলীয়া বোৱাৰী"ত প্ৰাচীন সংস্কাৰ আৰু নতুন মনোভাৱৰ দ্বন্দ্বই ভাষাৰ দ্বিধাবিভক্ত আহিৰ মাজেৰে যেন আত্মপ্ৰকাশ

কৰিছে। এইহাতে মনুসংহিতাৰ পতিব্ৰতা আৰু নিবিৰোধ নাৰীৰ ধাৰণা, কবিয়ে গাৱঁলীয়া বোৱাৰীৰ মাজত যাৰ জীৱন্ত প্ৰতিমূৰ্ত্তি দেখিছে— আনহাতে অত্যাচাৰ, অৱমাননা নিফুটে সহি অমানুষিক পৰিশ্ৰম কৰি যোৱা দুৰ্ভগীয়া সহায়হীনা বোৱাৰীজনীৰ প্ৰতি কবিৰ আধুনিক মনৰ গভীৰ অনুকম্পা আৰু মমতা। ভাষাৰ বেমেজালিৰ মাজত অচেতনভাৱে সেই দ্বন্দ্বই প্ৰকাশ পাইছে

কাষত কলহ লই জাৰ তুচ্ছ কৰি
( শীতকালত কঁপয় কিন্তু দেহ থৰ থৰি, )
ধীৰে ধীৰে যাই হায়।
মুখত কথাটি নাই,
দুৰন্ত শীততে গই পানী তুলি আনি,
বাহি বন সঙ্গে কৰে আলস্য নেমানি।

*　　*　　*

কোমল শৰীৰ কেনে লাৱণ্য-ললিত,
নীৰৱে কাঠিন্য সহে দেখি আচৰিত,
কঠিনে কোমলে মিলি,
অপৰূপ ৰূপে খেলি
গাৱঁলীয়া গৃহস্থৰ সংসাৰ উজ্বলি
গ্ৰাম্যবধূ শোভে যেন মেঘত বিজুলি।

*　　*　　*

অসভ্য মুখৰ মাত
কদাপি নুশুনি
কথা কয় যেন
ভোমোৰাৰ গুন্‌গুণি,
সভ্য নহে শিক্ষা নাই
তথাপি শিক্ষিতা আই
গাৱঁলীয়া বোৱাৰীয়ে
নাৰীৰ উত্তমা
পতিব্ৰতা গ্ৰাম্য বধূ বুধ মনোৰমা।

কবিতাটো নিশ্চয় নীৰস নহয়। কিন্তু নিঃসন্দেহে ইয়াৰ বোৱাৰীজনী উদাহৰণৰ (example) স্তৰৰপৰা বেছি উধাবপৰা নাই। কল্পনাৰ পৰশত জঠৰতা দূৰ নহ'ল।

"দন্তিচন্দ্ৰ বৰবৰুৱা"ৰ নামত সংস্কৃতগন্ধী ভাষাৰ সমৰ্থকসকলক বেজবৰুৱাই উপহাস কৰিছে, "সংস্কৃতৰপৰা অহা সুসভ্য আৰ্য্য অসমীয়া ভাষা এই লেখকসকলে চহা গাঁৱলীয়া আৰু খাছ ভাষা এটা লেখি একেবাৰেই জকাইচুকত পেলালেগৈ। সংস্কৃতৰ তাত চিনমোকাম নাইকিয়া কৰিবৰ দিহা কৰিলে। ইযাত মই বাস্তৱিকতে বৰ লাজ পাইছো" (বাঁহী, আহাৰ, ১৮৫৫ শক)। দন্তিচন্দ্ৰই আনকি শঙ্কৰদেৱ-মাধৱদেৱৰ ভাষাতো চহা ঠাঁচ পাই বিৰক্ত হৈছে। কিন্তু তাৰ বিশ বছৰমান আগলৈ বেজবৰুৱাই নিজেও এনে ধৰণৰ ভাষাই ব্যৱহাৰ কৰিছিল। হেমচন্দ্ৰ গোস্বামীয়েও কৰিছিল। অথচ এওঁলোকে পিচত সেই ভাষাৰ সীমাবদ্ধতা উপলব্ধি কৰি আৰু তাৰ লগৰীয়া ছন্দত বৈচিত্ৰ্য নাপাই বেলেগ আহি লৈছিল। এই আহি বদলৰ মূলতে কি আছিল?

ৰবীন্দ্ৰনাথে তেওঁৰ **Sadhana** নামৰ গদ্য ৰচনাত বৰ্ণাইছে কেনেকৈ আনুষ্ঠানিক ব্ৰাহ্ম ধৰ্মৰ জ্ঞানমাৰ্গী বেদান্তবাদী ভাবধাৰাত উশাহ-নিশাহ বন্ধ হোৱা যেন হোৱাৰ পিচত অশিক্ষিত কাৰিকৰ, গাড়োৱান প্ৰভৃতিৰ মুখত ভক্তিৰসপূৰ্ণ গান শুনি তেওঁ প্ৰাণভৰি মুকলি বতাহত উশাহ লোৱা যেন পাইছিল। কিন্তু কথাটো কেৱল ভাবৰ আকৰ্ষণেই নাছিল। নিৰক্ষৰ জনসাধাৰণৰ মাজত আউল-বাউল আদি নানা সম্প্ৰদায়ৰ গীত-মাতৰ জৰীয়তে ভাষাৰ এনে এক ৰূপৰসগন্ধময় অথচ সহজ ৰূপ বৰ্ত্তি আছিল যাক তেওঁ অনায়াসে আপোন কৰি ল'ব পাৰিছিল। "গীতাঞ্জলি" প্ৰভৃতি কাব্যগ্ৰন্থৰ ভাষাত জন-সাহিত্যৰ ভাষা আৰু ৰচনা-ৰীতি দুয়োটাৰে প্ৰভাৱ জ্বল্ জ্বল্ পট্ পট্। "জোনাকী"ৰ ত্ৰিমূৰ্ত্তিয়ে নিশ্চয় তাৰ খবৰ পাইছিল। কিন্তু ৰবীন্দ্ৰনাথৰ আক্ষৰিক অনুবাদ নকৰি তেওঁলোকে ৰবীন্দ্ৰনাথৰ আহিকে অনুসৰণ কৰিলে। অৰ্থাৎ অসমৰ চহা জীৱনত সিঁচৰতি হৈ থকা বিহুগীত, বন ঘোষা, বিয়ানাম, মালিতা প্ৰভৃতিৰ ভাষা আৰু ৰচনা-ৰীতি তেওঁলোকে আধুনিক বিষয় তথা ভাবৰ প্ৰকাশৰ বাবে খাপ খুৱাই ল'লে। ফলত হৃদয়ৰ ভাব-অনুভূতি জড়তাহীন স্বচ্ছন্দ ভাষাত আৰু স্বতঃস্ফূৰ্ত ভংগিমাৰে তেওঁলোকে ফুটাই তুলিবপৰা হ'ল। আগৰ কবিতাৰ শাস্ত্ৰীয় বা দৰবাৰী ৰীতিৰ ঠাইত সহজ-সৰল,

সাৱলীল ভাব প্ৰকাশৰ ৰীতি প্ৰচলিত হ'ল। কথ্য ভাষাৰ লগত ব্যৱধান দূৰ হ'ল।

ইংৰাজী ৰোমাণ্টিক যুগৰ সাহিত্যৰ প্ৰধান আদৰ্শ আছিল আবেগৰ মুক্ত প্ৰকাশ। ৱাৰ্ডছৱাৰ্থ আদিয়েও প্ৰাচীন বেলাডসমূহৰ মাজত আবেগৰ মুক্ত আৰু স্বাভাৱিক প্ৰকাশৰ ভাষা বিচাৰিছিল। বেজবৰুৱায়ো ঠিক একেধৰণে গাঁৱলীয়া গীত-মাতৰ ভাষাত বিচাৰিছিল আবেগৰ অকৃত্ৰিম ভাষা। ধাৰণাটো যিমানেই তৰ্ক-সাপেক্ষ নহওক, বেজবৰুৱাৰ কল্পনাক সি যথেষ্ট সমল যোগালে। তেওঁ ব্যক্তিগত ভাবানুভূতিৰ উপৰিও মিৰি ডেকা-গাভৰু ধনবৰ আৰু ৰতনীৰ বিৰহৰ আকূতি আৰু শৈশৱতে বিধৱা হোৱা তিলকাৰ মনৰ দুখ মৰ্মস্পৰ্শীভাৱে বৰ্ণাইছে। ধনবৰ ৰতনীৰ মনৰ ভাবত আধুনিক জটিলতা বা সূক্ষ্মতাৰ লেশমানো নাই। কিন্তু দৈহিক কামনাৰ প্ৰকাশ হলেও তাৰ মাজতে উল্লেখযোগ্য বৈচিত্ৰ্য ব্যক্ত হৈছে। আৰু এই ভাব প্ৰকাশৰ বাহন সম্পূৰ্ণ থলুৱা চিত্ৰকল্প

নৈৰে পাৰতে কাৰে এৰাবাৰী
চপৰ চপৰে খহে।
লুইতৰ পাৰতে কাৰে ধনবৰ
ৰতনীৰ বেজাৰত জহে।

ব্যৰ্থ প্ৰণয়ৰ পোৰণিত চহা প্ৰেমিকে কৈছে.

ক'বে ঐ ৰতনী! ক'বে ঐ শাখিনী!
কিনো কুটেশালে তই।

পিছ মুহূৰ্ত্ততে মনলৈ আহিছে এটি ৰিঙা-ৰিঙা উদাস ভাব.

বগাকৈ বগলী উৰে কেনে কৰি
পাখিতে পাখি লগাই,
কাৰেনো উৰিব ধনবৰ দুখীয়া
ৰতনী লগতে নাই।

শোকে-অভিমানে খুন্দা মাৰি ধৰা অৱস্থাৰ যথাৰ্থ ৰূপ শেষৰ পিনে ফুটি ওলাইছে.

যা গৈ ৰতনী! নাহিবি নাহিবি
বিচাৰি নাহিবি মোক!

তোৰে ধনবৰ ভিকহুৰ ভিকহু,
পৃথিৱীত থৈ যাব শোক ।

ধনবৰ "আসাম বন্ধু"ৰ গাঁৱলীয়া বোৱাৰীৰ দৰে উদাহৰণো নহয় নাইবা পোনপতীয়া বৰ্ণনাও নহয়, কবিৰ কল্পনাৰ সাঁচত গঢ় লৈ উঠা সাৰ্থক সৃষ্টি । তেনেকৈ দহবছৰীয়া বিধৱা অনাথা তিলকাই বুঢ়ীমাক বাঙলীৰ মৃত্যুত সাধুকথাৰ "আগলি কলাপাত লৰে কি চৰে"ৰ সুৰত বিনাইছে

তিলকা হেনো তোৰ তামোলৰ ডাবি,
বুকুৰে তিলকাক বুকুতে থবি ।
আজি পৰি ৰ'ল তিলকা তোৰ,
এৰি গ'ল আইতা বাঙলী মোৰ ।

অৱশ্যে বেজবৰুৱাৰ এইবোৰ কবিতা তেওঁৰ শ্ৰেষ্ঠ কীৰ্ত্তিৰ ভিতৰত নপৰে । সেই সম্পৰ্কে আলোচনা পিচত কৰা হ'ব । সম্প্ৰতি এই চহা ভাষাৰ লগত পূৰ্বৰ সংস্কৃতগন্ধী ভাষাৰ বৈপৰীত্যক কেনেকৈ বেজবৰুৱাই ব্যৱহাৰ কৰিছে তালৈ চকু দিয়া যাওক

সৰ্বাঙ্গে সৰ্বাঙ্গ লয় , জীৱনে জীৱন ,
আনন্দে আনন্দ, মহানন্দৰ সৃজন ,
সংজ্ঞাৰ অতীত শক্তি, বিশ্বব্যাপী কায়
ক্ষণিক সম্ভোগে যাৰ দেৱত্ব মিলায় ।
মৰু বুৰে, শিল পমে, বিন্দুৰ পৰশে
প্ৰেম আখ্যা মহাশক্তি জগৎ প্ৰকাশে । ( প্ৰেম )

প্ৰেমৰ মহিমা বৰ্ণনত সংস্কৃতগন্ধী যুক্তাক্ষৰযুক্ত শব্দই যি বলিষ্ঠতা সৃষ্টি কৰে, তাৰে প্ৰৱল প্ৰভাৱৰ প্ৰমাণ হিচাবেই যেন শেষ শাৰীৰ আগৰ শাৰীত "মৰু বুৰে শিল পমে"—এই বাক্যত সকলো প্ৰতিবন্ধক উটি গৈছে । অনুৰূপভাৱে "অৱশেষ" নামৰ গীতি কবিতাত যুক্তাক্ষৰ-যুক্ত শব্দই নিমজ, সুৱলা শব্দৰ প্ৰবাহৰ মাজত সৃষ্টি কৰিছে সুস্পষ্ট বৈপৰীত্য । অৱশেষৰ কাৰুণ্যৰ তুলনাত বাসনাৰ যন্ত্ৰণা তেনেকৈ ফুটি উঠিছে .

আকাঙ্ক্ষাৰ অধীৰতা, উদ্বেগ হিয়াৰ,
বাসনাৰ অতৃপ্ততা, আশাৰ নিকাৰ

লাহে লাহে আঁতৰিল, ৰ'ল প্ৰতিধ্বনি
সুৰাগ সমল গ'ল, থাকিল বিননি।

এনেকৈয়ে ভোলানাথ দাস প্ৰভৃতিয়ে গঢ়ি থৈ যোৱা সংস্কৃতগন্ধী ভাষা অন্যতম উপাদান বা সমল হিচাবে বেজবৰুৱা প্ৰভৃতিৰ কাব্যত বৰ্ত্তি থাকিল।

পিচলৈ বেজবৰুৱাই তেওঁৰ সাহিত্য সভাৰ সভাপতিৰ অভিভাষণত এই প্ৰয়োগক তাত্ত্বিকভাৱে সূত্ৰবদ্ধ কৰিছিল

"সাহিত্যৰ ৰচনা অকল উজু আৰু স্বাভাৱিক হ'লেই যে হ'ব, এনে নহয়। সি উদাৰ মহৎ আৰু শ্ৰীমন্ত হোৱাও আৱশ্যক। মুঠতে কওঁ যে সাহিত্যত মৌখিক ভাষা আৰু সাধু ভাষা দুইটালৈ স্থান আছে। প্ৰতিভাবান লেখকৰ হাতত দুইটাৰ সম্মিলন ঘটি মনোৰম সাহিত্যৰ সৃষ্টি হয়।"

অৱশ্যে বেজবৰুৱাৰ গীতি কবিতাত সাধু ভাষাৰ প্ৰয়োগ সেৰেঙা। মৌখিক ভাষাৰ কোমলতা আৰু মসৃণতা অকণমান কাঠিন্যৰ খুঁটাত বান্ধিবলৈহে যেন তাৰ ব্যৱহাৰ কৰিছে। কিন্তু তেনেস্থলত সেইবোৰ শব্দৰ প্ৰয়োগে অপৰূপ অৰ্থ বৈভৱ অৰ্জন কৰিছে

নিকুঞ্জলতা সপোন মগন
বাঁহীৰ অমিয়া পি,
বসন্তই বঢ়ালে সপোনৰ ৰাগী
মূৰত হাত বুলাই দি।

ইয়াত "নিকুঞ্জলতা" আৰু "বসন্ত" শব্দ দুটাই সমগ্ৰ কবিতা ফাকিত বিয়পি থকা কোমল আবেশ আৰু ভাববিহ্বলতা নিয়ন্ত্ৰণ কৰিছে—তাক পনীয়া বা অস্পষ্ট হ'বলৈ এৰি দিয়া নাই।

কিন্তু বেজবৰুৱাৰ গীতিকবিতাৰ প্ৰধান কৃতিত্ব হ'ল বিহুগীত বা বনঘোষাত থকা যৌৱন আৰু কামনাৰ ভাষাক আধুনিক শিক্ষিত মনৰ সূক্ষ্মতৰ অনুভূতি আৰু প্ৰতিক্ৰিয়া প্ৰকাশ কৰিবলৈ সংস্কাৰ কৰি লোৱাটো। বনঘোষাৰ ভাষাত ৰূপকবোৰ ঘনীভূত নহয়, সিঁচৰতি হৈ থাকে। বেজবৰুৱাৰ গীতি কবিতাৰ ভাষা দেখাত যিমানে সহজ নহওক, তাত ৰূপকৰ খেলা ছত্ৰে-ছত্ৰে। কিন্তু কবিতাৰ সুৰ আৰু ছন্দত বনঘোষাৰ মাদকতাই মাৰ্জিত ৰূপত ব্যক্ত হৈছে :

মালতী ফুলিল, সেউতী উঠিল
কেতেকী গা-মুৰি দিলে,
সুৰীয়া কুলিয়ে গল কঁপাই গাই
বননিৰ বাতৰি দিলে। ( বসন্ত )

"চ'ত্তে গৈ গৈ বহাগে পালেহি", নাইবা "পৰ্বতে-পৰ্বতে বগাব পাৰোঁ মই" আদি বিহুগীতততকৈ এই কবিতাৰ ছন্দ বেলেগ নহয়। মৌখিক ভাষাৰ সাৱলীলতা তাৰ বৈশিষ্ট্য। কিন্তু তাৰ মাজতে কবিকল্পনাৰ খেলাই ৰূপকধৰ্মিতা অৰ্জন কৰিছে। কবিতাফাকিত "বসন্ত" উপস্থিত এক জগৎব্যাপী জাগৰণ ৰূপে—মালতী ফুলিছে আৰু সেউতী উঠিছে, কেতেকীয়ে গা-মুৰি দিছে। তিনিওটাতে ফুলি উঠাৰ লগত metonymically সাৰ পাই উঠা মিহলি হৈ গৈছে। সুৰীয়া কুলিৰ গীতো যেন প্ৰভাত সংগীতহে। বৈতালিকৰ দৰে কুলিয়ে সাৰ পাই উঠা ফুল কেইপাহক "বননিৰ বাতৰি" দিছে। বাতৰি আন একো নহয়, বননিত ঘটা ডাঙৰ ঘটনাৰ। সেই ঘটনা হ'ল বসন্তৰ আগমন। সচেতন কবি-কল্পনাৰ এই কাজ, নিনাও চহা কবিৰ ৰচনাত নাই।

বাণীকান্ত কাকতিয়ে পুৰণি অসমীয়া সাহিত্যৰ সীমাবদ্ধতাৰ বিষয়ে আলচ কৰোঁতে মন্তব্য কৰিছে যে ভক্তি-ধৰ্মৰ প্ৰতি "একলীয়া টান" এটি থকাৰ বাবে সেই সাহিত্যত "যাক আমি স্বাধীন ভাব বা কল্পনাৰ মুক্ত স্ফুৰণ বোলোঁ", তাৰ প্ৰকাশ বিৰল। সেইবাবেই পুৰণি সাহিত্যত লৌকিকতাৰ ( this worldliness ? ) আভাস নাই ( পুৰণি অসমীয়া সাহিত্য, গুৱাহাটী, ১৯৫০, পৃ° ১০৬ )। কাকতিদেৱে উল্লেখ কৰা নাই যে বৈষ্ণৱ পদাৱলীত মিথিলা আৰু উৎকল-বংগৰ কবিসকলে ব্যক্তিগত প্ৰেম প্ৰণয়ৰ অনুভূতিৰ যেনে সূক্ষ্ম আৰু বিচিত্ৰ লীলাংকন কৰিছে—অসমীয়া বৈষ্ণৱ সাহিত্যত তাৰ ঠাই নাই। হয়তো জনজাতীয় সমাজৰ আৰু তন্ত্ৰৰ দৈহিক কামনাৰ প্ৰতি থকা মুক্ত স্বীকৃতি শাসনলৈ অনাটো সেই সময়ৰ ঐতিহাসিক পৰ্বান্তৰৰ বাবে অপৰিহাৰ্য্য আছিল। নহলে শংকৰদেৱৰ দৰে মহাপ্ৰতিভাধৰ কবিয়ে সেই দিশত বিশেষ উদ্যোগী নোহোৱা কথাটো ব্যাখ্যা কৰা টান। পিচলৈও অসমীয়া বৈষ্ণৱ কবিসকল জীৱনৰ এই সম্ভাৱনাৰ প্ৰতি উদাসীন হৈ থাকিল। সেয়ে বেজবৰুৱা আদিয়ে যেতিয়া উনবিংশ শতিকাৰ শেষ ভাগত প্ৰেম-প্ৰণয়ৰ মাদকতা পুনৰ সাহিত্যলৈ আনিলে, আহিৰ অভাৱত তেওঁলোক

প্ৰথমতে বিপাণ্ডত পৰিছিল। কাৰণ তেওঁলোকৰ শ্ৰদ্ধেয় হেমচন্দ্ৰ বৰুৱা বা গুণাভিৰাম বৰুৱা প্ৰভৃতি সংস্কৃতিৰ গুজাই বিহুগীতৰ বিৰুদ্ধে ফটোৱা জাৰি কৰি গৈছিল।

বেজবৰুৱাই পোন প্ৰথমে ব্ৰজধাম আৰু বৃন্দাবনৰ ৰাধা-কৃষ্ণৰ কাহিনীৰে নানা ইংগিত তেওঁৰ কবিতালৈ আনি সেই অভাৱ পূৰাবলৈ বিচাৰিছিল। ৰাধা কৃষ্ণৰ উপাখ্যানত অন্তত কামনাৰ স্বাভাৱিকতাৰ স্বীকৃতি আছে।

কৃষ্ণপখী বোলে নিকুঞ্জবনত
"কৃষ্ণ কৃষ্ণ" ডাক দিছে ?
পখী নহয় জানা ব্ৰজৰ কান্দোন,
প্ৰতিধ্বনিৰূপে আছে।
(ভ্ৰম, ১৮১৩ শক)

* * *

কোনেনো বজাইছে বাঁহী সন্ধিয়া বেলিকা ?
কোনেনো সুৰেৰে মাতে "ৰাধিকা, ৰাধিকা" ?
গধূলি বতাহ ধীৰে ৰিব্ ৰিব্ বয়
কোনে "ৰাধা" বুলি মাতে হই তন্ময় ?
(বাঁহী, ১৮৩১ শক)

কিন্তু ৰাধা কৃষ্ণৰ উপাখ্যান অসমীয়া সংস্কৃতিৰ ঘাই সুঁতিটোত নাই। সেয়ে হবলা ভিতৰি লক্ষ্মীনাথে বস্তুটোৰ প্ৰতি ভিতৰি বিৰক্তিও অনুভৱ কৰিছিল, আৰু নানা ধেমেলিয়া কবিতা লেখি সেই বিৰক্তিৰ জাল মাৰিছিল

বৃন্দা হাক দিলেও, ক'লাই বাঁহী বজাবলৈ নেৰে।
Awful naughty that boy,
ৰাধাক বলিয়া কৰে।
চন্দ্ৰা Steal the flute, pay him
back in his own coin ,
ফুটা কেইটাত মাটি সুমাই মাৰি দিয়া তাৰ জইন।
(১৮৩১ শক)

* * *

বাঁহী

ধপাত ভৰাব পাৰি
পিঠা পুৰি খাব পাৰি
কুকুৰমৰা মাৰি সেই ডাল ঠিক হব পাৰে ।।

নাজানো কিয়নো লোকে তাত ফুৰাই মৰে ।।
কৃষ্ণই কৈলে আবিষ্কাৰ,
গোপীক দিলে সমাচাৰ,
( দেখোন ) টেলিফোনে সেই কাম সহজতে কৰে ।
( ১৮৩২ শক )

ধাৰণা হয় ইতিমধ্যে বিহুৰ ওপৰত নিষেধাজ্ঞা দুৰ্বল হৈ অহাত বেজবৰুৱায়ো বিহুগীতৰ ভাষা, ঠাঁচ আৰু সুৰ কবিতাৰ বৰঘৰত সুমুৱাব পাৰিলে। তেওঁৰ বহুজনসংখ্যক গীতি কবিতাৰ বিষয় হৈছে প্ৰেম আৰু বিৰহ—আনকি আমি ইতিমধ্যে দেখাদৰে তেওঁৰ প্ৰকৃতি চিত্ৰনো কামনাৰ ৰাগেৰে ৰঞ্জিত। বসন্তৰ বাহিৰে আন ঋতুৰ বৰ্ণনা তেওঁৰ কবিতাত দুৰ্লভ। বিহুগীতে নিশ্চয় তেওঁৰ কবিতালৈ এই স্নিগ্ধ, মসৃণ অথচ গভীৰ আবেগময়িতা আনি দিলে।

আগৰ ডোখৰত তেওঁৰ প্ৰেমৰ কবিতাত সেই সাৰলীলতা নাই

আকৌ চোৱা পানীপিয়া "পিওঁ" "পিওঁ" মাতেৰে,
জুৰাইছে প্ৰাণ পানী পি হাবিযাসেৰে।
বুকুৰ বান্ধ। কিন্তু মোৰ সন্নিপাতে মহাঘোৰ,
শুকাই শুকাই হিয়া কৰ্কৰীযা কৰিলে,
প্ৰাণপখী মৰি যাব স্নেহপানী নিদিলে।
( **সখীৰ প্ৰতি**, ১৮১১ শক )

* * *

তোমাৰ মৰম-নাও উঠি হেৰা উটি যাওঁ,
তুমি বোজা ভাল-পোৱা পবিত্ৰ প্ৰণয়,
বুকুৱা বা সুবুকুৱা যেনে ইচ্ছা হয়।
( **তোমাকহে ভাল পাওঁ মৰমৰ সখী,** ১৮১২ শক )

কিন্তু বিহুৰ ভাষাৰ যাদুকাঠিৰ পৰশত বেজবৰুৱাৰ শিক্ষিত আধুনিক মনৰ প্ৰেম-বিৰহৰ অনুভূতি অপৰূপ সৌন্দৰ্য্যৰে জিলিকি উঠিছে। তলত দিয়া গীতটিৰ ভাবৰ গভীৰতালৈ চাওক.

সখিহে! কি কম দুখৰ কথা,
অমৃত মথোতে বিষ উপজিল
মিঠা মৌ হ'ল তিতা।
মালতীৰ চাকি খোপাত পিন্ধিলোঁ।
তাৰো গ'ল পাহি সৰি,
সোণৰ সঁজাতে পখীটি ৰাখিলোঁ।
সিও গুচি গ'ল উৰি।
সাঁজতে ফুলিল তগৰ ফুলে-পাহি
সন্ধিয়াৰে বা পাই,
কোনেও নেদেখোঁতে কোনেও নুশুঙোতে
সিও যে লেৰেলি যায়।

এই গীতটি মামুলি ধৰণৰ বিৰহ-গীতি নহয়। দূৰণিৰ প্ৰেমিকৰ প্ৰতি হা হুমুনিয়াহ বা ভগ্ন হৃদয়ৰ ছাটিফুটি ইয়াৰ বিষয়বস্তু নহয়। আৰম্ভণিতে "সখিহে"। সম্বোধনে যদিও বৈষ্ণৱ পদাৱলীলৈ মনত পেলায, পিচৰ ভাষা সম্পূৰ্ণ অসমীয়া মৌখিক নাম আৰু গীতৰপৰা লোৱা। উপমাবোৰো আমাৰ পৰিচিত। কিন্তু কবিতাৰ মূল ভাব বৈষ্ণৱ পদাৱলীৰ দৰেই সূক্ষ্ম আৰু জটিল। প্ৰেমৰ বিফলতাৰ মাজেৰে ইয়াত ব্যক্ত হৈছে জীৱন-সাধনাৰ ব্যৰ্থতা। প্ৰথম তিনি শাৰী কবিতাত এই তিক্ত ব্যৰ্থতাবোধ স্পষ্ট বিৰোধৰ মাজেদি প্ৰকাশিত হৈছে। নিজে নিজে "অমৃত গৰল ভেল" অৱস্থা হোৱা নাই—দুখৰ কথা এয়েহে যে নায়িকাই নিজে অমৃত মথি তাক গৰলত পৰিণত কৰিছে। দ্বিতীয় কবিতাফাকিত নায়িকাই কৰা কষ্ট বা সাধনাক আন উপমাৰে প্ৰকাশ কৰিছে—সোণৰ সঁজাত পখীক আপডাল কৰা, আথেবেথে মালতী ফুলৰ চাকি সজাই খোপাত পিন্ধা এইবোৰ উপমাই প্ৰেমৰ সাধনাৰ ইংগিতেই দিছে। সেই সাধনা নিষ্ফল। শেষৰ কবিতাফাকিত আকৌ বাস্তিক দৃষ্টিকোণৰপৰা নায়িকাৰ দুৰ্ভাগ্যৰ বৰ্ণনা দিয়া হৈছে। সন্ধিয়াৰ বতাহে এপাহ তগৰ ফুল ফুলাইছে। কিন্তু সন্ধিয়াৰ এন্ধাৰত

তাৰ ৰূপ কোনেইবা উপভোগ কৰিব? উপমাৰ এই বৈচিত্র্যই একে ধৰণৰ ভাবৰ প্ৰকাশত সেয়ে বিভিন্ন অনুৰণন তুলিছে।

মন কৰিবলগীয়া কথা এয়ে যে যৌৱনসুলভ কামনাৰ উদ্দামতাই বেজবৰুৱাৰ প্ৰণয়-গীতিৰ সৰ্বস্ব নহয়। তেওঁ কেৱল "জগৰা মণ্ডলৰ প্ৰেমাভিনয়"ত নহয়, বহু কবিতাত কামনাসৰ্বস্ব ৰাগীয়াল প্ৰেমক ইতিকিং কৰিছে। "প্ৰিয়তমাৰ সৌন্দৰ্য্য" কবিতাটোত দৈহিক সৌন্দৰ্য্যৰ গুৰুত্বৰ প্ৰতি তেওঁ প্ৰণালীবদ্ধভাৱে সংশয় প্ৰকাশ কৰিছে।

কেলৈ লাগিছে সেন্দুৰীয়া গাল
ফৰিং প্ৰেমিকৰ জুই?
কোৱাভাতুৰীয়া ওঁঠৰ তলত
ফেটী সাপ থাকে শুই।

* * *

এনে চুমা লাগে যি চুমাই দুখন
নিভাঁজ হিয়াক জোৰে,
চকু যেন দুই মুকলি দুৱাৰ
প্ৰেমৰ ভঁৰাল ঘৰে। (১৮১৩ শক)

কামনাসৰ্বস্ব প্ৰেম খন্তেকীয়া আৰু কবিৰ ধাৰণাত প্ৰতাৰণাময়। তেওঁ বিচাৰিছে দুখন হিয়াৰ মিলন। এই মিলনে দুই হিয়া দুয়োৰে বাবে মুকলি কৰি দিয়ে, আৰু এই মিলনৰ আয়ুস খন্তেকীয়া নহয়। এনে ধাৰণাত যথাৰ্থতে দৈহিক ৰিৰংসাৰ ৰাগীৰপৰা মুক্ত দুই ব্যক্তিসত্তাৰ হৃদয় বিনিময়ৰ আদৰ্শ ব্যক্ত হৈছে। এনে প্ৰেমহে ঊনবিংশ শতাব্দীৰ প্ৰকৃত শিক্ষাৰ ফল। আৰু বিহুগীতৰ যৌৱনসৰ্বস্বতাতকৈ এই আধুনিক আদৰ্শৰ গুণতে সি আগবঢ়া।

মৌখিক ভাষাৰ এই প্ৰয়োগে কাব্য প্ৰতিভাৰ সৰ্বোচ্চ স্তৰলৈ গতি কৰিছে বেজবৰুৱাৰ আধ্যাত্মিক ভাবসিক্ত গীতি-কবিতাবোৰত। কিন্তু সকলো ঠাইতে সি সিদ্ধিলাভ কৰা নাই। প্ৰেম অথবা আধ্যাত্মিকতাৰ প্ৰকাশত তাৰ সাফল্য সন্দেহাতীত। কিন্তু "কচ আৰু দেৱযানী"ত শিক্ষিত, মাৰ্জিত আলাপৰ বাবে ব্যৱহৃত ভাষা এক প্ৰকাৰ পাগত উঠিলেও অন্য পৰিস্থিতিত তাৰ প্ৰয়োগ অপঁইতা বিধৰ হৈছে.

দেৱযানী। অসুৰৰ জীয়ৰীৰ স্পৰ্দ্ধা দেখি মই মানো আচৰিত।
যেন দেৱযানী সমনীয়া তাইৰ। ফুৰোঁ একেলগে
দেখি তই পাহৰিলি হব নিজা ঠাই? আদৈ পাই
জাপ দিলি দেখোঁ গললৈকে মোৰ?

শৰ্মিষ্ঠা কিয় টান বস্তু মোৰ ছুঁয়? এৰি দে এতিয়াই
কাপোৰ? বলেৰে পাৰিবি বুলি ভাবিছ হবলা?
আৰৈ চাউল চোবোৱাৰ জীয়ৰী?

মহা-মহা প্ৰতিভাৰ শক্তিও ভাষা সাহিত্যৰ ঐতিহ্যই বহু দূৰ বান্ধি থয়। অসমত যদি চহা ভাষাৰ চহা কাব্য নাটকো থাকিলহেঁতেন, হয়তো লক্ষ্মীনাথৰ ভাষাই এনেদৰে উজুটি নাখালেহেঁতেন। লক্ষ্মীনাথৰ পিচতো কাব্যনাট্যত মৌখিক ভাষাই বিশেষ সুবিধা কৰিবপৰা নাই।

বেজবৰুৱাৰ আধ্যাত্মিক ভাৱসিক্ত গীতি-কবিতাবোৰ মৌখিক ভাষাত লেখা তেওঁৰ কবিতাবোৰৰ ভিতৰত শ্ৰেষ্ঠ। আগতে কৈ অহা হৈছে যে অসমৰ ভক্তি ধৰ্মই বিহুগীতক চাৰি-চোতালৰ বাজ কৰি ৰাখিছিল। সেয়ে তাক বৰঘৰত ঠাই দিলেও সি লাজ-লাজ কৈয়ে থাকিল। তদুপৰি সাহিত্যত যি নহওক, সমাজত ডেকা গাভৰুৰ অবাধ-মিলনত বহু বাধা-ব্যৱধান বৈ গৈছিল। কিন্তু ভক্তি ধৰ্মৰ প্ৰভাৱে চোতাল পাৰ হৈ পথাৰৰ বনঘোষাকো চুইছিল

ধনে ধনে কৰি ধনকে ঘটিলোঁ
পৰমে যতনে কৰি
ধন গ'ল উছলি দেহা-গ'ল পিছলি
লগত গ'ল দুছলি খৰি।

লক্ষ্মীনাথৰ শৈশৱ আৰু কৈশোৰ এক ধাৰ্মিক পৰিবেশত অতিবাহিত হৈছিল। সি তেওঁৰ মনৰ গভীৰতম স্তৰটো প্ৰস্তুত কৰি দিছিল। নতুন যুগৰ আহ্বানত কুঁহিপাত মেলাৰ দৰে তেওঁৰ মনে সঁহাৰি দিলেও তেওঁৰ শিপাত আছিল সংসাৰ বৈৰাগ্য আৰু ভক্তিৰসৰ জীপ। সেয়ে পূৰঠ বয়স পোৱাৰ পিচত যেতিয়াই সংসাৰৰ কোনো তিক্ত অভিজ্ঞতাই তেওঁক জিকাৰ খুৱাইছে, আপোনা-আপুনি তেওঁৰ মনে ধাপলি মেলিছে সেই ঐতিহ্যাশ্ৰয়ী ধৰ্মৰ পিনে। যেহেতু তেতিয়াৰ অসমীয়া সমাজ সেই ঐতিহ্যতে প্ৰায় আকণ্ঠ বুৰগৈ আছিল, তাৰ প্ৰতি আনুগত্য প্ৰকাশত তেওঁ কোনো মানসিক বাধা পোৱা নাছিল। এনে ধৰণৰ

অভিজ্ঞতাই তেওঁৰ মনত আধ্যাত্মিক উপলব্ধি আৰু স্থায়ী, আৰু প্ৰকাশ্য, আৰু প্ৰবল কৰি তুলিলে। মৌখিক ভাষাৰ প্ৰয়োগে সেই আবেগ-অনুভূতি-উপলব্ধিলৈ আনি দিলে এক দুৰ্লভ প্ৰত্যক্ষতা আৰু স্বতঃস্ফূৰ্ততা।

এইজনেই সেই বেজবৰুৱা, যাৰ ডালিমীয়ে গাইছিল

ল'ৰা বুঢা কাক কয়
ডালিমী নুবুজে তাক।
পৰ্বতে হাঁহে, নৈয়ে নাচে
উৰিছে পখিলাজাক॥
পুৰণি আকাশ ফুলাম তৰাবে
ল'ৰাতকৈও ল'ৰা।
পুৰণি পৃথিৱী ফুটুকী ফুলেৰে
তাতকৈও যে চৰা॥

এইজনেই সেই বেজবৰুৱা যি দৃপ্ত মনুষ্যত্বৰ চৰ্চা কৰিবলৈ অসমীয়াক সদায় সঁকিয়াই আছিল। তেনেহ'লে তেওঁৰ মাজত স্ব-বিৰোধ আছিল নেকি?

এইখিনিতে উল্লেখ কৰা ভাল হ'ব যে সম্প্ৰতি পছিমত Deconstructionism নামৰ এটা সমালোচনা মাৰ্গ (school) ওলাইছে। এই মাৰ্গৰ মাজত কিছু কালাপাহাৰী লক্ষণ আছে বাবে আমি বৰকৈ তাৰ ওচৰ চাপিবলৈ সাহ কৰা নাই। তথাপি কৈ থোৱা ভাল যে এই মাৰ্গৰ অনুসাৰীসকলৰ মতে কোনো লেখকৰ ৰচনাৰ মাজত এক অখণ্ড ব্যক্তিত্বৰ ঐক্য বিচৰাটো ভুল। বৰং ৰচনাৰ মাজত ব্যক্তিসত্তাতকৈ শক্তিশালী বিভিন্ন সমাজিক আৰু সাংস্কৃতিক শক্তিয়ে সৃষ্টি কৰা মৌলিক বিৰোধ আৰু অসংগতিৰ সন্ধান কৰাহে বাঞ্ছনীয়। বেজবৰুৱাৰ ৰচনাতো তেওঁৰ জীৱনকালত ভাৰতীয় সমাজৰ অন্তৰ্দ্বন্দ্বই জন্ম দিয়া অসংগতি থাকিলে আচৰিত নহয়। এই কথাটো অৱশ্যে তৰুণ গৱেষকসকলেহে ফয়চলা কৰিব পাৰিব।

লক্ষ্মীনাথৰ আধ্যাত্মিক কবিতাসমূহত ৰবীন্দ্ৰনাথৰ বিবিধ পৰীক্ষা-নিৰীক্ষা, উদ্ভাৱন আৰু আহৰণৰ প্ৰভাৱ নুই কৰিব নোৱাৰি। আক্ষৰিক প্ৰতিধ্বনি নাই। কিন্তু ৰবীন্দ্ৰনাথে নামদেৱ বা কবিৰা প্ৰভৃতি ভক্ত কবিৰপৰা সাংসাৰিক অভিজ্ঞতাৰ উপমাৰে অব্যক্ত ঈশ্বৰৰ লগত মানুহৰ

ৰহস্যময় মিলনৰ ভাব প্ৰকাশ কৰাৰ যিবোৰ কৌশল শিকিছিল, লক্ষ্মীনাথৰ কবিতাত তেনে কৌশলৰে সাৰ্থক প্ৰয়োগ দেখা যায়। কিন্তু এইচাম কবিতাৰ যি মূলভাব—যেনে জীৱনৰ অনিত্যতা, সংসাৰৰ সুখ-দুখৰ মায়াময়তা আৰু ভগৱৎ প্ৰেমৰ অক্ষয় অতলস্পৰ্শী আনন্দ—অসমীয়া বৈষ্ণব সাহিত্যত তেনে ভাবৰ ধ্বনি-প্ৰতিধ্বনি অজস্ৰ। আনকি লৌকিকভাৱে প্ৰচলিত কেতবোৰ নামত আৰু ইছলামৰ সংস্পৰ্শত সঁজাল ধৰা জিকিৰ আদিত তেনে ধৰণৰ ভাবে উচ্চস্তৰৰ সাহিত্যগুণ ইতিমধ্যে অৰ্জন কৰিছিল।

এই চাম কবিতাৰ প্ৰধান চকুতপৰা বৈশিষ্ট্য হ'ল সিহঁতৰ নাটকীয় আৰু ৰূপকধৰ্মী গঠন। পোনপতীয়াকৈ হৃদয় উজাৰি ভক্তিভাব প্ৰকাশ নকৰি কবিয়ে এই চাম কবিতাত একোটা আধ্যাত্মিক উপলব্ধি নাটকীয় ৰূপত মূৰ্ত্ত কৰিছে। দ্বন্দ্বৰ মাজেৰে কবিতাবোৰ এক বিশেষ পৰিণতিলৈ আগবাঢে—কেতিযাবা কথোপকথন, কেতিয়াবা স্বগতোক্তি, কেতিয়াবা কোনো প্ৰতীকী ঘটনাৰ মাজেৰে এই দ্বন্দ্বৰ প্ৰকাশ ঘটে

(১) বৈকুণ্ঠৰে পৰা হৰিয়ে সুধিলে—
"কোন কোন আহিবৰ হ'ল ?"
নাম গোৱা ভকতে সাদৰি বুলিলে—
"নামতে গৈ আছোঁ তল।"

"মৰতত ভকত বৈকুণ্ঠত মুকুত,
ল'ৰি আতৈসকল আহাঁ।"
"নেযাৰেঁ নেযাৰেঁ প্ৰভু মোৰ গোবিন্দাই
মুকুতিৰ নকৰোঁ বেহা।"

"নাহাহে যদি, মই যাবকেই লাগিল,
লগলৈ তোমালোকৰ,
ভকতক এৰি থাকিব নোৱাৰোঁ,
পলকেই একো বছৰ।"

( ঈশ্বৰ আৰু ভকত, ১৮৩৫ শক )

এই কবিতাটোত প্ৰথমতে ঈশ্বৰৰ কণ্ঠ নৈৰ্ব্যক্তিক, নিৰাসক্ত। কবিতাৰ সামৰণিত ঈশ্বৰ নিজেই ভকতৰ সঙ্গৰ বাবে আকুল। কবিতাটোৰ ভাষা তথা বচনভংগীত অসমীয়া মৌখিক সাহিত্যৰ সাঁচ স্পষ্ট।

(২) ভৰিৰ তলুৱাত ধূলি লাগিছিল
জোকাৰি পেলালা কিয় ?
তুমি পেলাই গ'লা, বুটলি ল'লোঁ মই
আদৰত সি হ'ল থিয়।

* * *

এটি ধূলিকণা ভৰত ৰজা হেনো,
এটিৰ নাম মান্ধাতা ৰজা,
এটিয়ে ক'লে—তেওঁ নহুষৰ কোৰঁৰ
এটি যযাতিৰ প্ৰজা।

* * *

এটি ধূলিকণা আঁতৰি ফুৰিছে,
নকয় নিজৰ কথা,
কোৱা বুলি মই সাদৰি মাতিলোঁ
বৰকৈ কৰিলোঁ বেথা।
"বৰাহী জাতৰে নাম ৰঙামুৱা
দেউতাৰ ককাকৰ কাঁড়ী,
জাতিস্মৰ মই, মনত আছে জাত
যদিও হৈছোঁ ধূলি।

* * *

"ধূলিৰে দেউতা পুনৰপি আহি
যেতিয়া হবহি ধূলি
বামুন পুলস্ত্য, ক্ষত্ৰিয় যযাতি
সৈতে লম আঁকোৱালি।
দেউতাও ধূলি, মান্ধাতাও ধূলি,
ধূলি ৰঙামুৱা মই।
নেজানে দেউতাই, জানে ৰঙামুৱাই
এই ফেৰি মনত ভয়।" (ধূলি, ১৮৩৮ খণ্ডে)

বিশ্বসংসাৰৰ সকলো ভাও-ভংগী যে আচলতে অসাৰ, মান-মৰ্য্যাদা যে প্ৰকৃততে মৰীচিকা, ধৰ্মীয় বোধৰ সি এক সুপ্ৰাচীন উপাদান। কিন্তু সংসাৰ তথা সমাজত নিমগ্ন অভিজাত কবিয়ে কথাটো জানিও নাজানিব পাৰে। অৰ্থাৎ কবিতাত আধ্যাত্মিক সাম্য ঘোষণা কৰাৰ লগে লগে জাগতিক ক্ষেত্ৰত সেই জ্ঞান কিমান নিস্প্ৰভ, কবিয়ে তাৰো ইংগিত দিছে। ইয়াত "দেউতা" শব্দৰ ব্যৱহাৰ সামন্ত যুগীয়া ঐতিহ্যৰে ভাৰাক্ৰান্ত। ৰঙামুৱাৰ সংকোচ আৰু বিনয় এটা paradox—কাৰণ প্ৰকৃততে কবিতাৰ "দেউতা"তকৈ কাঁড়ীৰ ল'ৰা ৰঙামুৱাহে আধ্যাত্মিক সম্পদত চহকী

তুবৰি বনৰ পাতৰ আগত
নিয়ৰে মুকুতা আঁৰে,
ওখৰ মলয়াই মৰমৰ হাতেৰে
চোতালৰ ধূলিটি সাৰে।

*      *      *

তুবৰি বনতকৈ সৰু তই লক্ষ্মীনাথ
ধূলিৰো তলৰে ধূলি,
তোকো নাপাহৰে প্ৰিয়তকৈ প্ৰিয়ই তোৰ
আদৰি ল'বহি তুলি।

( **বৰ আৰু সৰু**, ১৮৩৮ শক )

নৈসৰ্গিক ঘটনাৰ আঁৰত থকা আধ্যাত্মিক ইংগিত কবিয়ে শেষত স্বগতোক্তিৰ জৰীয়তে নিজৰ ওচৰত প্ৰকাশ কৰিছে। "ঈশ্বৰ আৰু ভকত"ৰ দৰে ভগৱানৰ মৰম আৰু কৰুণা এই ঠাইত প্ৰাণস্পৰ্শীভাৱে মূৰ্ত হৈছে। এনে ধৰণৰ আন এটা কবিতাত নৈসৰ্গিক ঘটনাৰ মৰ্ম ব্যক্ত কৰিছে কেতেকী চৰায়ে

কেতেকী চৰায়ে উৰি কয়ে গ'ল
হেৰা লক্ষ্মীনাথ শুনা,
তুমিও এইদৰে ব্ৰহ্ম সাগৰত
মিলিবা অনেক দিনা। ( ১৮৩৮ )

কেতেকীৰ আবিৰ্ভাৱ আকস্মিক হ'লেও নৈসৰ্গিক পৰিবেশ আচহুৱা নহয়। তাতে লোক-কথা আৰু মৌখিক-সাহিত্যত কেতেকী

প্ৰৱসুৱা আৰু বিৰহী আত্মাৰ প্ৰতীক। ব্ৰহ্মৰপৰা সংসাৰ প্ৰৱাসত থকা লক্ষ্মীনাথক সেয়ে কেতেকীয়ে নিজা ঘৰলৈ সোঁৱৰাবৰ লায়ক।

(৪) এইবোৰ কবিতাৰ লগৰীয়া ১৮৩৯ শকত প্ৰকাশিত "প্ৰেম প্ৰেম বুলি" গীতটি। তাৰো গতিশক্তি আহিছে দ্বন্দ্বৰপৰা, যি দ্বন্দ্বৰ পৰিসমাপ্তি আন কবিতা কেইটিৰ দৰে ঘটিছে প্ৰত্যাৱৰ্তন বা মিলনত.

গঙ্গা যমুনা স্নানিলোঁ যতনে,
গয়া-কাশী তীৰ্থ কৈলোঁ,
হিয়াৰ ঈশ্বৰ হিয়াতেই আছিল
ক'ৰবাত বিচাৰি মৈলোঁ।

"গুৰু লাগে, মই শিক্ষিত শিষ্য"
জগতত জাননী দিলোঁ,
জগতৰ গুৰু শঙ্কৰ ঘৰতেই
অন্ধলাই নেদেখিলোঁ।"

(১৮৩৯ শক)

এই কবিতাটিত হয়তো বাউল গানৰ "মনেৰ মানুষ"ৰ প্ৰতিধ্বনি আছে। ইয়াৰ মূল গাঁঠনিটো হ'ল প্ৰত্যাৱৰ্তন, ঘৰলৈ ওভতা। ঘৰলৈ ভোতাঁতে লক্ষ্মীনাথে আগৰ লক্ষ্মীনাথ হৈ ওভতা নাই—তেওঁ সত্ৰৰ নাম ঘৰত বহি চৌদ্ধ প্ৰসংগ কৰিব নোৱাৰিব। কবিতাটোত যদিও পৰম্পৰাগত ধৰ্মৰ বন্দনা কৰা হৈছে, সেই ধৰ্মৰ লগত কবিৰ বিচ্ছেদহে কবিতাটোৰ কাৰুণ্যৰ উৎস। তদুপৰি আধ্যাত্মিকতাই ইযাত এনে এক অন্তৰঙ্গ ব্যক্তিগত ৰূপ লৈছে যাক পৰিচিত ধৰ্মৰ লগত একাকাৰ কৰা টান হয়।

অৰ্থাৎ এইবোৰ কবিতাত পৰম্পৰাগত ধৰ্মভাবৰ পুনৰাবৃত্তি হোৱা নাই। আধুনিক মনৰ ৰসায়নত তাত মিহলি হৈছে নতুন অনুভূতি আৰু অভিজ্ঞতাৰ উপাদান। নবযুগৰ মানৱতাবাদী প্ৰভাৱ এনেকৈ কোনোবা সূক্ষ্মভাৱে ঐতিহ্যবাদী আধ্যাত্মিকতাৰ মাজলৈ সোমাই আহিছে।

বেজবৰুৱাৰ অন্যতম শ্ৰেষ্ঠ কবিতা "বীণবৰাগী"—এই কবিতাটোত তেওঁৰ মনত সহাৱস্থান কৰা বিভিন্ন ভাবধাৰা ঐক্যতান ৰূপে সংহত হৈছে। সেয়ে কবিতা হিচাবেও তাৰ গাঁঠনি জটিল, সূক্ষ্ম আৰু

বিস্ময়কৰভাৱে গাঢ়। সচৰাচৰ দেশাত্মবোধৰ উদ্দীপনাময় প্ৰকাশ বুলিয়েই কবিতাটোৰ ব্যাখ্যা কৰা হয়। হতাশাগ্ৰস্ত, হীনমন্যতাত জৰ্জৰ আৰু নিষ্ক্ৰিয় জীৱনৰপৰা সক্ৰিয় আৰু সৃষ্টিশীল জীৱনলৈ উত্তৰণ কবিতাটোৰ বিষয়বস্তু অৱশ্যে হয়। কিন্তু সেই ভাব প্ৰকাশ কৰিবলৈ যাওঁতে কবিয়ে ইতিহাস আৰু দৰ্শনৰ এনে ব্যাপক পটভূমিৰ লগত তাক জড়িত কৰিছে যে সস্তীয়া বাতৰি-কাকতৰ টুলুঙা সম্পাদকৰ ব্যৱসায়ী দেশপ্ৰেমতকৈ সি বহু নিলগৰ বস্তু। সেয়ে কবিতাটোৰ নতুন বিশ্লেষণৰ প্ৰয়োজন অনুভৱ কৰিলোঁ। নতুবা সেইবোৰ ব্যৱসায়ী দেশপ্ৰেমেই আমাৰ উদীয়মান পুৰুষৰ কলিজাত বাঁহ ল'ব।

কবিতাটো ৫টা খণ্ডত সম্পূৰ্ণ হৈছে। প্ৰতিটো খণ্ডতে একোটা নতুন ভাব মূৰ্ত্ত হৈছে। এই ৫টা খণ্ড যেন পাঁচ অংকৰ এখন নাটক। প্ৰথম খণ্ড আৰম্ভ হৈছে এক অস্ফুট কিন্তু গভীৰ দুখৰ পীড়ণেৰে :

বুজোঁ বুজোঁ কৰোঁ
বুজিব নোৱাৰোঁ
ক'ৰে ঐ বৰাগী তই ?
কি দুখৰ কথা
কি শোক-বাৰতা
কি কৈছ নুবুজোঁ মই।

এই বিষাদৰ বাণী যেন যুগযুগ ধৰি দেশৰ ঐতিহ্যৰ মাজেৰে মৰ্মৰিত হৈছে •

সীতা আইৰ বাতৰি
যদিহে কৈছ
নকবি আৰু ঐ মোক !
দময়ন্তী দুখে
হিয়া ভাঙি নিব
নালাগে অলপো বাৰু।

২য় খণ্ডত এই বিষাদৰ বাণী ইতিহাসৰ মৰুত মুখৰ। বদনে মানি অনাৰপৰা মণিৰাম-পিয়লিৰ শেষ স্বাধীনতা-ৰণৰ ব্যৰ্থতালৈ এই দুখ আৰু বিষাদৰ নিৰৱচ্ছিন্ন প্ৰবাহত কবি কাতৰ :

বিষাদ-বাতৰি
ক'তনো শুনাবি,
মনৰ তৰণি নাই,
কাবৌকৈ মাতিছোঁ
বৰাগী ককাই ঐ
বীণে যেন নিবিনায়।

বীণ আৰু বিননি, কলা আৰু বিষাদ ইয়াত যেন একাকাৰ হৈ গৈছে। এই দুখৰ প্ৰবাহত কবি যে অভিভূত হৈ যাব খুজিছে, তাৰ-পৰাই বুজা যায় কবিৰ লগত সেই বিষাদ-প্ৰবাহৰ কিবা আত্মিক-সম্পৰ্ক আছে

বুজোঁ বুজোঁ কৰোঁ
বুজিব নোৱাৰোঁ
ক'বে ঐ বৰাগী তই।
কি দুখৰ কথা
কি শোক বাৰতা
কি কৈছ নুবুজোঁ মই।

সেই দুখৰ কাহিনী বুজিবলৈ কবিৰ অনিচ্ছাৰ কাৰণো প্ৰকৃততে তাৰ লগত এই নিভৃত আৰু অন্তৰংগ আত্মীয়তা। সেই দুখ আৰু সেই শোক যদিও প্ৰকাশ্যভাৱে কবিয়ে নেওচা দিছে, প্ৰকৃততে সিয়েই কবিক অনুপ্ৰেৰণা যোগাইছে আনন্দ আৰু উদ্দীপনাৰ সন্ধান কৰিবলৈ। একে ধৰণে তয় খণ্ডতো আওবোৱা হৈছে

শোকৰ সুৰটি
নুশুনিও নোৱাৰোঁ
বাঘমোৰে ধৰে মোক,
আঁতৰি যাবৰ
শকতি নাপাওঁ
বেজাৰে পীড়িছে বুক।

এই স্মৃতিবোৰ কেৱল দেশৰ বৰ্ত্তমান দুৰ্ভাগ্যৰ দ্যোতক নহয়। এইবোৰৰ মাজত ৰিণিকি ৰিণিকি বাজি আছে এনে এক নৈৰাশ্য আৰু জীৱনবিমুখতা, যি দেশৰ প্ৰগতিক স্তব্ধ কৰিছে। অথচ এই বিষাদ আৰু নৈৰাশ্যও দেশৰ ঐতিহ্যৰ চৰিত্ৰগত—সেয়ে কবিয়ে অন্তৰেৰে তাৰ

প্ৰতি অনুভৱ কৰিছে গভীৰ মমতা। ৪ৰ্থ খণ্ডৰ মূল পংক্তিত সেয়ে কবিৰ হাবিয়াস বাঙ্ময় হৈছে

বজা ঐ বৰাগী
সংসাৰৰ বিবাগী !
সংসাৰৰ গুণগান
সুৱদি শুৱলা
ৰেপটোৱে পতি
শীতল হওক প্ৰাণ।

বৰাগী আৰু মগনীয়া নহয়, ইয়াত ক্ৰমে ক্ৰমে হতভাগ্য দেশৰ দুৰ্ভগীয়া কবিত পৰিণত হৈছে।

আধুনিক বীণবৰাগী বা কবি-শিল্পীৰপৰা কবিয়ে বিচাৰিছে প্ৰত্যয়, প্ৰেৰণা আৰু শক্তিৰ বাণী

শুনা ঐ বৰাগী
আনন্দ কাহিনী
অসমৰ যশৰাশি,
হিয়া মোৰ হেৰ'
বলৱন্ত হোক
পৰাণ উঠক উলাসি।

বৰদৈচিলা হেন
চিলাৰায় দেৱানে
নৰনাৰায়ণ ৰজা,
কি কীৰ্তি ৰাখিলে
গা ঐ ব'ৰাগী !
বজা, আৰু বাব বজা।

শেষৰ শাৰীটোত কেৱল ব্যাকুল আগ্ৰহেই নহয়, দেশৰ প্ৰাণৱন্ত অতীতৰ স্মৃতিত কবিৰ আনন্দও যেন ঢেও দি উঠিছে।

বুজা-নুবুজাৰ দ্বন্দ্বৰ মাজত কবিয়ে তাৰ পিচৰ খণ্ডত উপলব্ধি কৰিছে স্বৰ্গবাসী কিন্তু মৰ্ত্যপ্ৰবাসী আত্মাৰ কাৰুণ্য। কিন্তু স্বৰ্গৰপৰা বিচ্ছেদ যদি দুখৰ, স্বৰ্গৰ ভৰসা আনন্দমধুৰ :

কথাটি নুবুজোঁ
সুৰটি বুজিছোঁ
জন্ম জন্মান্তৰে শুনা,
সিজন্মৰ সোঁৱৰণি
সোঁৱৰাইছ
হেৰ' আলসুৱা বীণা !
"সদায় নাথাকে
প্ৰবাসৰ দুখ"
বীণৰ সুৰে বিনায়
আনন্দৰ কণা
সৰগৰ আনি
মৰ্ত্ত্যত মোক যোগায় ।

সেয়ে বীণে যদি সৰগৰপৰা বিচ্ছেদৰ দুখ বিনাব পাৰে, তেনেকৈ সৰগৰ আনন্দৰ বতৰাও বিলাব পাৰে। শিল্পকলা সেয়ে কেৱল দুখৰ মূৰ্ছনাত কাতৰ হৈ থাকিলে ন'হব, তাৰ মাজেৰেই সি ফুটাই তুলিব লাগিব আনন্দৰ ঝংকাৰ। স্বৰ্গ ইয়াত কেৱল সনাতন ধৰ্মৰ কল্পলোক নহয়, মানুহৰ অমৰ সৃষ্টি-শক্তিৰ প্ৰতীক। সেই সৃষ্টি-শক্তিৰপৰা বিচ্ছিন্ন পৰাজিত মানুহ দুখত বুৰ যায়, কিন্তু তাৰ পুনৰ্জ্জাগৰণৰপৰাই আহে জীৱনৰ একমাত্ৰ সাৰ্থক আনন্দ।

শেষখণ্ডত বীণবৰাগী সেয়ে কেৱল মগনীয়া নহয়, বিষণ্ণ শিল্পী নহয়, দেশৰ সঞ্জীৱনীমন্ত্ৰৰ ধাৰক দেৱদূত। সেয়ে কবি-কল্পনাই নৱজীৱন, সৰগৰ অমৃত, আৰু সৃষ্টিৰ সজীৱ আনন্দ চিত্ৰকল্প আৰু ছন্দৰ যোগেৰে এক কৰি পেলাইছে

গা বীণ। গা
অমৃত-সঙ্গীত
শুকানে মেলক কুঁহি,
প্ৰবাস-ভাগৰ
আঁতৰি পলাওক
মুখত ওলাওক হাঁহি।

* * *

বীণৰ বৰাগী
বৰাগী নহয়
দুখীয়া নহয় তই
আনন্দৰ কণা
ৰসৰ নিজৰা
বীণতে বান্ধিছ ঐ।

মানুহে সৃষ্টিৰ জৰীয়তে এই মৰতত স্বৰ্গৰ অক্ষয় আৰু পূৰ্ণ জীৱনৰ আস্বাদ পায়। সেয়ে সেই অমৃতৰ বিলনীয়া বৰাগী ভগীৰথৰ দৰে— সৰগৰ গংগা নমাই সগৰ ৰজাৰ মৃত সন্তানসকলক পুনৰুজ্জীৱিত কৰিব-পৰা বীৰ

নমা ঐ নমা ঐ
আকাশী অমিয়া
আকাশী গংগাৰ দৰে,
দে মোক, দে মোক,
বৰাগী ককাই ঐ।
পিওঁ মই নিছিগা ধাৰে।

আৰু এই অমৃত পান কৰাৰ ফল নৱজন্ম তথা দিব্যদৃষ্টি লাভ •

নতুন প্ৰাণৰ
ন চকুযুৰি
দীপিতি ঢালি দে তাত,
পুৰণি পৃথিৱী
নকৈ চাই লওঁ
হে বীণ। এবাৰি মাত।

পৃথিৱী পুৰণি। মানুহৰ প্ৰাণ আৰু সৃষ্টিয়েহে তাক যুগে যুগে নতুন কৰে। সেয়ে সীতা-জয়মতী, নল-দময়ন্তীৰ বিষাদ-বিধুৰ পৃথিৱী-খনো নতুনকৈ চাব পাৰি, নতুনকৈ গঢ়িব পাৰি। কবিৰ অন্তৰংগ বন্ধু চন্দ্ৰকুমাৰেও কৈছিল

দিব্যদৃষ্টিৰে ফুৰা মোৰ বন্ধু
অন্তৰ দাপোণ মেলা।

কিন্তু কবিতাটো শেষ হৈছে আচৰিত ধৰণে

হে বীণ! এবাৰি মাত।

অৰ্থাৎ বীণ এতিয়াও স্তব্ধ হৈয়েই আছে। ইমানপৰে কবিয়ে কল্পনাৰ জগততহে তাক মহাশক্তিমন্ত যেন দেখিছিল। কথাশিল্পৰ অসীম সাম্ৰাজ্য শক্তিৰ ওলোটা পিঠি হ'ল তাৰ করুণ বৰ্ত্তমান জড়তা। আৰু কবিৰ নিজৰ কল্পনা যিমানেই পৰাক্ৰান্ত নহওক, শেষৰ করুণ অনুনয়ত প্ৰকাশ পাইছে আকুল আকাংক্ষাৰ লগত জড়িত অসহনীয় সমসাময়িক দুৰ্বলতা। ৰোমান্টিক কল্পনাৰ সুদূৰপ্ৰসাৰী সৃষ্টি-শক্তিৰ লগত বৰ্ত্তমান বাস্তৱৰ এই করুণ জড়তাৰ সঁকিয়নিয়ে বেজবৰুৱাৰ কবিতাটোক দান কৰিছে এক অপূৰ্ব বলিষ্ঠতা, ভাৱ-প্ৰৱণতাহীন দৃঢ়তা। ইয়াৰ আকাঙ্ক্ষা আৰু সপোন বাস্তৱ বিমুখ নহয়।

বেজবৰুৱাই কবিতা বেছি লেখা নাছিল। কিন্তু তেওঁৰ সাৰ্থক কবিতা কেইটাই অসমীয়া কবিতাক এই উচ্চ পৰ্য্যাযলৈ উত্তীৰ্ণ কৰিলে— য'ত ভাৱৰ গাঢ়তা ভাষা আৰু ছন্দৰ কৌশলে মূৰ্ত্ত কৰে। এই সাৰ্থকতাৰ প্ৰতি চকু দিবলৈ শিকিলেহে দেশপ্ৰেমৰ নামাবলী পিন্ধা-বেপাৰী বিলাকৰপৰা দেশ তথা দেশৰ তৰুণচামৰ মন মুকলি কৰিব-পৰা হ'ব।

* (১৯৮৬ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগে আয়োজন কৰা "অসমীয়া কবিতাৰ এশবছৰ" শীৰ্ষক আলোচনাচক্ৰত পঠিত। ড° মহেশ্বৰ নেওগৰ সভাপতিত্বত অনুষ্ঠিত এই অধিবেশনত প্ৰৱন্ধটো ভালদৰেই গ্ৰহণ কৰিছিল শ্ৰোতাসকলে। কিন্তু পিচৰ অধিবেশনবোৰত হেনো আমাৰ অনুপস্থিতিত আমাৰ বিৰুদ্ধে ভুজনমান মহাৰথীয়ে কটুক্তি কৰে। বীণবৰাগী বীণবেপাৰী হ'লে এনেকুৱাই হয়।)

# বুৰঞ্জীৰ মেৰঘৰ আৰু বামপন্থী বিভ্ৰান্তি

[ ১ ]

আমাৰ বহুতৰে ধাৰণা অতীত কেৱল বিগত আৰু বিলুপ্ত দিন, বুৰঞ্জী কেৱল তাৰ অনুলিপি। ধাৰণাটোৱে বুৰঞ্জী-চৰ্চাৰ নানা বিপদ-বিঘিনি সম্পৰ্কে আমাক সচেতন নকৰে।

বুৰঞ্জীবিদে যেতিয়া অতীতৰ কোনো ঘটনা অধ্যয়ন কৰিবলৈ লয়, তেওঁ নিশ্চয় তাত কিবা গুৰুত্ব আছে বুলি ভাবিহে তেনে অধ্যয়নৰ সংকল্প লয়। সেই ঘটনাৰ মৰ্ম বা তাৎপৰ্য্য সমাজৰ বাবেও মূল্যবান বা শিক্ষাপ্ৰদ বুলি তেওঁ ভাবে। যেনেকৈ, পৰাধীন ভাৰতত পৰাধীনতাৰ গ্লানি জয় কৰিব খোজা ভাৰতীয় বুৰঞ্জীবিদ্‌সকলে সাধাৰণতে অতীত ভাৰতৰ নানা বৈষয়িক সাফল্য বা সাংস্কৃতিক গৌৰৱ পোহৰলৈ আনি অনুপ্ৰেৰণা অনুভৱ কৰিছিল আৰু সমাজকো অনু-প্ৰাণিত কৰিছিল। অৱশ্যে এইদৰে অতীতৰ বিস্মৃত কাহিনী পুনৰুদ্ধাৰ কৰিবৰ সময়ত নিষ্ঠাবান বুৰঞ্জীবিদে পাৰ্য্যমানে তথ্যনিৰ্ভৰ, বস্তুনিষ্ঠ বিৱৰণৰ চেষ্টা কৰে, অতিৰঞ্জন আৰু অতিকথা বৰ্জন কৰে।

তথাপি প্ৰশ্ন উঠে, বুৰঞ্জীবিদে অতীতৰ কুঁৱলিৰ মাজত খেপিয়াই ফুৰোতে বৰ্ত্তমানৰ শিক্ষা, পৰিবেশ তথা সমাজৰ দ্বাৰা প্ৰভাৱিত নহয়নে? নিশ্চয় হয়। তেওঁ যদিহে নীৰস আৰু নিৰৰ্থক ঘটনাৰ তালিকা-প্ৰস্তুতকাৰীত পৰিণত হ'ব নালাগে, যদিহে তেওঁ দিয়া ঘটনাৰ বিৱৰণ অৰ্থপূৰ্ণ আৰু পাঠকৰ বাবে গুৰুত্বপূৰ্ণ হ'ব লাগে, তেনেহলে নিশ্চয় তেওঁৰ নিজস্ব মানসিকতা, মূল্যবোধ আৰু বৌদ্ধিক প্ৰৱণতাই তেওঁৰ বুৰঞ্জী-চৰ্চা প্ৰভাৱিত কৰিব। তেতিয়াহে তেওঁ নিজেও উৎসাহিত হ'ব, পাঠককো আকৰ্ষণ কৰিব পাৰিব।

একোজন বুৰঞ্জীবিদৰ একান্ত ব্যক্তিগত সংস্কাৰ আৰু প্ৰৱণতাৰ উপৰিও কিছুমান শ্ৰেণীগত আৰু সামাজিক প্ৰৱণতা তথা মনোভাব থাকে। বহুসময়ত শ্ৰেণীগত পক্ষপাত আৰু সমসাময়িক সামাজিক প্ৰভাৱ সম্পৰ্কে তেওঁ নিজেও অচেতন হৈ থাকে। সেয়ে ফন্ ৰাংকে

(Von Ranke) প্ৰভৃতি বুৰঞ্জীবিদে যেতিয়া দাবী কৰে যে তেওঁলোকে কেৱল অতীত ঘটনাৱলীৰ যথাযথ আৰু সম্পূৰ্ণ বস্তুনিষ্ঠ বিৱৰণহে দাঙি ধৰিবলৈ বিচাৰে, তেতিয়া সেই প্ৰয়াস অসাধ্য বুলি নোৱাৰি। উনবিংশ শতিকাৰ অগ্ৰগণ্য ইংৰাজ বুৰঞ্জীবিদসকলে তেওঁলোকৰ দেশৰ অতীতত কেৱল উদাৰনৈতিক ( liberal ) ৰাষ্ট্ৰৰ বিকাশ, গণতন্ত্ৰৰ উৎপত্তি, প্ৰভৃতিহে বিচাৰিছিল, কাৰণ উনবিংশ শতিকাৰ ইংলেণ্ডৰ শিক্ষিত সমাজৰ বাবে গণতন্ত্ৰ ( অৰ্থাৎ বুৰ্জোৱা গণতন্ত্ৰ ) আছিল সভ্যতাৰ প্ৰধান কীৰ্ত্তি। আনকি গ্ৰীচ আৰু ৰোমৰো বুৰঞ্জীত এই পিনৰপৰা তেওঁলোকে সৰ্বাধিক গুৰুত্ব আৰোপ কৰিছিল। আনহাতে ৰোমান সমাজৰ ভিত্তিত থকা কলংকিত দাসত্ব প্ৰথা সম্পৰ্কে তেওঁলোকে বিশেষ আগ্ৰহ প্ৰকাশ কৰা নাছিল।

[ ২ ]

অৱশ্যে বস্তুনিষ্ঠতাৰ প্ৰয়াস যিমানেই অলীক নহওক লাগে, তাৰ-পৰা বুৰঞ্জী চৰ্চাৰ উন্নতি নাই হোৱা বুলি ক'ব নোৱাৰি। ব্যক্তিগত বা গোষ্ঠীগত বিৰাগ-বিদ্বেষ, কাল্পনিক অতিকথা-উপকথা, ভিত্তিহীন জনৰৱ আৰু কিংবদন্তী প্ৰভৃতিৰপৰা বুৰঞ্জী চৰ্চা মুক্ত হ'ল এনে বস্তুনিষ্ঠতাৰ বাবেই। নহ'লে বুৰঞ্জীও পুৰাণৰ দৰে নানা অপৰীক্ষিত আৰু কাল্পনিক উপাদানেৰে ভাৰাক্ৰান্ত হ'লহেঁতেন। তাহানিৰ ভাৰতৰ ইতিবৃত্ত সম্পৰ্কে অতীতৰ যিবোৰ লিখিত নথি-পত্ৰ আৰু সাক্ষ্য-প্ৰমাণ আছে, তাৰ মাজতো কাল্পনিক আৰু ভিত্তিহীন উপাদান সুলভ। সাক্ষ্য-প্ৰমাণ পৰীক্ষা, কিংবদন্তীক অবিশ্বাস, বৈজ্ঞানিক যুক্তিৰ ওপৰত অনুমানৰ প্ৰতিষ্ঠা— প্ৰভৃতি পদ্ধতিৰে উনবিংশ শতিকাতে বুৰঞ্জীবিদসকলে বুৰঞ্জীক পুৰাণ-কাহিনীতকৈ বেলেগ চৰিত্ৰ এটা দান কৰিলে।

কিন্তু এনেবোৰ পদ্ধতিযেও বুৰঞ্জীক পক্ষপাতমুক্ত কৰিব নোৱাৰিলে। কাৰণ বুৰঞ্জীবিদ যেহেতু মানুহ আৰু মানুহ হিচাবে তেওঁ যেহেতু সমাজ-ইতিহাসৰ উৰ্দ্ধত থাকিব নোৱাৰে, সেয়ে তেওঁৰ বুৰঞ্জী-চৰ্চাত তেওঁৰ সামাজিক অৱস্থানৰ প্ৰভাৱ পৰাটো অৱধাৰিত। সেয়ে বুৰ্জোৱা বুৰঞ্জী-বিদে বা ৰক্ষণশীল বুৰঞ্জীবিদে সামাজিক বিপ্লৱত সদায় কেৱল বিশৃঙ্খলা আৰু ধ্বংসলীলাই দেখে। আনহাতে বিপ্লৱী মনোবৃত্তিৰ বুৰঞ্জীবিদে

অতীতৰ বিদ্ৰোহত বা গণ বিক্ষোভত সদায় বিচাৰি পায় যথাৰ্থ আৰু ন্যায়সংগত ভিত্তি।

আৰু এক ধৰণৰ পক্ষপাতিত্ব হ'ল জাতিগত। যেহেতু তৃতীয় বিশ্বৰ দেশবোৰত জাতীয় চেতনা আজিও প্ৰবল, বুৰঞ্জীবিদৰ গৱেষণাও তাৰ-পৰা মুক্ত নহয়। আজি তীব্ৰ হৈ থকা নানা জাতীয় বিবাদ-বিদ্বেষেও কেতিয়াবা অতীতৰ ওপৰত ছাঁ পেলায। সেয়ে অসমীয়া মধ্যবিত্ত বুৰঞ্জীবিদে ব্ৰিটিছ আমোলৰ বঙালী বিষয়া আৰু কৰ্মচাৰীৰ ভূমিকাত বেয়াটো বেছি দেখে আৰু বঙালী মধ্যবিত্ত বুৰঞ্জীবিদে তেওঁলোকৰ মাজত কেৱল প্ৰগতিশীলতাহে বেছি লক্ষ্য কৰে।

পক্ষপাতিত্বৰ আন এক উৎস হ'ল সাম্প্ৰদায়িক বা গোষ্ঠীধৰ্মী চেতনা। কিয় নুবুজোঁ, বৰ্ত্তমান ভাৰতত যে গোষ্ঠী বা সম্প্ৰদায়ো ব্যক্তিৰ আত্মপৰিচয়ৰ উপাদান, সেই কথা বহু বামপন্থীয়ে স্বীকাৰ কৰিব নোখোজে। অথচ চাকৰিৰ দৰখাস্তৰপৰা নিৰ্বাচনৰ সমষ্টি গঠনলৈকে বহু ক্ষেত্ৰত গোষ্ঠীপৰিচয় গুৰুত্বপূৰ্ণ। গোষ্ঠী বা সম্প্ৰদায় সম্পৰ্কে উগ্ৰ চেতনা যে ক্ৰমে অন্তৰ্হিত হ'ব ধৰিছে, অন্তৰ্বিবাহো সহজ হৈছে—কথাটো সঁচা। কিন্তু গোষ্ঠী বা সম্প্ৰদায়সমূহৰ স্বকীয় অস্তিত্ব আৰু প্ৰভাৱ শেষ হৈ যোৱা নাই। মাজে মাজে সিহঁতৰ ভূমিকা বেছ সবল হৈয়েই উঠে। এনেস্থলত অতীতৰ অধ্যয়নতো যে তাৰ প্ৰভাৱ কিছু থাকিব, তাত বিচিত্ৰ কি?

অতীতৰ অধ্যয়ন সেয়ে কেতিয়াও সম্পূৰ্ণ নিৰপেক্ষ আৰু নিতান্ত বস্তুনিষ্ঠ হ'ব নোৱাৰে। সেইবুলি নিৰাশ হৈ পক্ষপাতিত্বৰ সোঁতত গা এৰি দিয়াৰো সকাম নাই। বুৰঞ্জীবিদ আৰু বুৰঞ্জীৰ ছাত্ৰই নিজ নিজ মানসিক প্ৰৱণতা বা পক্ষপাত সম্পৰ্কে সজাগ হৈ থকাৰপৰা এটা নিশ্চিত লাভ আছে। প্ৰথমতে, নিজকে নিৰালম্ব বুলি ভবাৰ অহংকাৰ দূৰ হ'লে সমসাময়িক জীৱনত বুৰঞ্জী-চৰ্চাৰ প্ৰায়োগিক দিশ সম্পৰ্কে সচেতন হোৱা যায়। বুৰঞ্জী-চৰ্চাই অতীতৰ বিষয়ে চিৰন্তন ধ্ৰুৱসত্য আৱিষ্কাৰ নকৰে। বৰং বৰ্ত্তমানৰ সামাজিক সংগ্ৰাম আৰু উত্তৰণৰ প্ৰয়াসত বুৰঞ্জীৰ ৰেখাপাত কৰি তাৰ জৰীয়তে অতীতক বেছি পৰিষ্কাৰ আৰু সহজবোধ্য কৰি তোলে। কিন্তু তাৰ মাজেদিয়েই অতীতৰ বিষয়ে মানুহৰ জ্ঞানো গভীৰতৰ হয়। দ্বিতীয়তে, এনে পক্ষপাত সম্পৰ্কে সজাগতা আৰু সতৰ্কতাই বুৰঞ্জীবিদক আবেগিক বিচাৰৰপৰা ৰক্ষা

কৰে। মহাপণ্ডিত-প্ৰাজ্ঞ সুধীও আবেগৰ বশ হৈ পৰিব পাৰে কেতিয়াবা। কিন্তু পদ্ধতিগত সতৰ্কতা আৰু সজাগতাই তেওঁক বিকৃত আবেগিক বিচাৰ আৰু কল্পনাৰপৰা ৰক্ষা কৰিব। মোহগ্ৰস্ত কল্পনা বা বিদ্বেষপূৰ্ণ উদ্ভাৱনৰ মাত্ৰা তেওঁৰ ৰচনাত তাকৰ হ'ব। জ্ঞানসাধনাত সি কম লাভ নহয়।

[ ৩ ]

অসমৰ ইতিহাস চৰ্চাত এনে পক্ষপাতৰ উদাহৰণ বহুত গুলাব। সেইবোৰ এহাতে স্বাভাৱিক, আনহাতে তাৰ কিছুমান লজ্জাকৰ বা পীড়াদায়ক।

আধুনিক ভাৰতৰ দৰে আধুনিক অসমৰো বৈজ্ঞানিক বুৰঞ্জী-চৰ্চাৰ পাতনি মেলে সাম্ৰাজ্যবাদী প্ৰশাসক কিছুমানে। ছাৰ এড্ৱাৰ্ড গে'ইট্ আছিল অসমৰ লোকপিয়লৰ ভাৰপ্ৰাপ্ত বিষয়া তথা প্ৰতিবেদক। উপাখ্যান, কিংবদন্তী, অতিৰঞ্জন, বিকৃতি, কল্পনা আৰু উদ্ভাৱনৰপৰা অসমৰ অতীতকালৰ ঘটনাৱলী উদ্ধাৰ কৰি চন তাৰিখ ঠিক কৰি কালানুক্ৰমত সজাই উলিওৱা তেওঁৰ বিশিষ্ট অৱদান। কিন্তু ঘটনাবলী সজাওঁতে আৰু কাৰ্য্য-কাৰণৰ নিৰ্ণয় কৰোতে তেওঁ সাম্ৰাজ্যবাদী পক্ষপাতৰপৰা মুক্ত হ'বপৰা নাছিল। তেওঁ অতীত অসমত বেলেগ বেলেগ শাসক জাতিৰ দৰবা দৰবিকে বেছি লক্ষ্য কৰিলে—কাৰণ তেওঁৰ মতে এই নৈৰাজ্যৰ অৱসান হ'ল ব্ৰিটিছৰ হস্তক্ষেপৰ ফলতহে। সংঘৰ্ষৰ আঁৰত থকা সমন্বয় তেওঁৰ চকুতে নপৰিল। তদুপৰি এইবোৰ জাতিৰ প্ৰতি বা তেওঁলোকৰ কীৰ্ত্তি কাহিনীৰ প্ৰতি গে'ইটৰ মনত বিশেষ শ্ৰদ্ধাৰ ভাব নাছিল—বেছিভাগেই তেওঁৰ বিৱৰণত অৰ্ধসভ্য আৰু অৰ্ধ জন-জাতীয় আছিল।

সাম্ৰাজ্যবাদী শাসকসকলৰ দ্বাৰা ৰচিত বুৰঞ্জীয়ে ঊনবিংশ শতিকাৰ শিক্ষিত ভাৰতীয়ক স্বাভাৱিকতে সন্তোষ দিব নোৱাৰিলে। কাৰণ সেই বুৰঞ্জীয়ে তেওঁলোকৰ মনত স্বদেশ-স্বজাতি সম্পৰ্কে গৌৰৱবোধ জাগ্ৰত কৰিব নোৱাৰিলে। সেয়ে ভাৰতীয় বুৰঞ্জীবিদসকলে অতীত ভাৰতৰ বিৰাট ৰাজনৈতিক সংগ্ৰাম, সামৰিক প্ৰতিপত্তি, সাংস্কৃতিক আৰু ধৰ্মীয়

অভিযান পোহৰলৈ আনি সাম্ৰাজ্যবাদী প্ৰচাৰৰ উত্তৰ দিলে। বৈদিক যুগ, বৌদ্ধ সভ্যতা, মৌৰ্য্য যুগ, গুপ্ত যুগ প্ৰভৃতিৰ ৰাজনৈতিক মৰ্য্যাদা তথা সাংস্কৃতিক সমৃদ্ধিৰ বতৰাই শিক্ষিত ভাৰতীয়ৰ আত্মাভিমান বৃদ্ধি কৰিলে। কিন্তু ইয়াৰ লগতে সাম্ৰাজ্যবাদী প্ৰশাসন আৰু প্ৰচাৰৰ অন্যতম চক্ৰান্ত এটাৰ ফান্দতো তেওঁলোক ভালকৈ পৰিল। ভাৰতীয় মুছলমানসকলৰ সৰহভাগেই আছিল শ্ৰমজীৱী ভাৰতীয়। ভাৰতীয় সমাজ তথা জীৱনযাত্ৰাতে হিন্দু আৰু মুছলমানৰ মাজত নানা দ্বন্দ্ব-বিৰোধৰ ভিতৰেদি ঐক্য আৰু সমন্বয়ৰ প্ৰক্ৰিয়া এটাও গঢ় লৈছিল। ব্ৰিটিছ বুৰঞ্জীবিদসকলে এই প্ৰক্ৰিয়া সম্পূৰ্ণ আওকাণ কৰি মুছলমা-- সকলক কেৱল আক্ৰমণকাৰী, ৰাজ্য-লোলুপ বিদেশী হিচাবে অংকিত কৰিছিল। কাৰণ পোন প্ৰথমে ৰাজনৈতিক ক্ষেত্ৰত মুছলমানসকলৰ লগতে ব্ৰিটিছৰ প্ৰত্যক্ষ সংঘাত হৈছিল। এই ধাৰণাটো নব্য-শিক্ষিত হিন্দু ভাৰতীয়সকলেও অভ্ৰান্ত তথ্য হিচাবে গ্ৰহণ কৰিলে। ভাৰতৰ অতীত "হিন্দু যুগ" আৰু "মুছলমান যুগ"ত বিভক্ত হ'ল। হিন্দু লেখক পণ্ডিতসকলেও মুছলমান নৃপতিসকলক "যৱন" বুলি উল্লেখ কৰিবলৈ ধৰিলে আৰু মুছলমান যুগটোক "অন্ধকাৰ যুগ" বুলি অভিহিত কৰিলে। (আনহাতে স্বৰ্গীয় বেণুধৰ শৰ্মাৰ মতে অসমৰ সাঁচিপতীয়া বুৰঞ্জীবোৰত মুছলমানসকলক কেতিয়াও এটা জাতি হিচাবে উল্লেখ কৰা নাই—বৰং তুৰুক, মোগল আদি গোষ্ঠী হিচাবেহে উল্লেখ কৰা হৈছে।) এনেকৈয়ে সাম্ৰাজ্যবাদী পৰিবেশত নিৰ্দোষ, বস্তুনিষ্ঠ বুৰঞ্জী ৰচনাৰ নামত হিন্দু-মুছলমানৰ মাজত স্থায়ী ব্যৱধান ৰচিত হ'ল। এনেকৈয়ে বুৰঞ্জী-চৰ্চাৰ দৰে অধ্যয়নে অতীতৰ অনুসন্ধানৰ নামত বৰ্ত্তমানৰ ইতিহাস বিকৃতকৈ গঢ়ি তুলিলে।

অসমত অৱশ্যে "মুছলমান যুগ" নাছিল। সেই কথাটোকে কোনো কোনো বুৰঞ্জীবিদে বেলেগ ধৰণে লৈছে। আনকি সুনীতি কুমাৰ চ্যাটাৰ্জীৰ দৰে স্বনামধন্য পণ্ডিতেও মধ্যযুগৰ অসমক "মুছলমান সম্প্ৰসাৰণ"ৰ বিৰুদ্ধে হিন্দু ধৰ্মৰ শেষ অজেয় দুৰ্গ হিচাবে বৰ্ণাইছে। শৰাইঘাটৰ যুদ্ধৰ দৰে স্বাধীনতা ৰক্ষাৰ যুদ্ধয়ো মুছলমানবিৰোধী যুদ্ধৰ সংকীৰ্ণ সংজ্ঞা লাভ কৰিছে।

উনবিংশ শতিকাত অতীত ভাৰতৰ গৌৰৱগাঁথা পুনৰুদ্ধাৰ কৰা পণ্ডিতসকলে শিক্ষিত হিন্দুসকলৰ মাজত "হিন্দু চেতনা" বৃদ্ধি কৰিলে।

ফলত পৰিণত "হিন্দু" সমাজৰ-মাজত থকা ব্ৰাহ্মণ্যবাদী সংস্কাৰো পুনৰ প্ৰবল হ'ল শিক্ষিত হিন্দু সমাজত। অসমত তাৰ প্ৰভাৱত আনকি বেজবৰুৱা প্ৰমুখ্যে নবযুগৰ অগ্ৰদূতসকলৰ মাজতে মধ্যযুগৰ অসম সম্পৰ্কে বিভ্ৰান্তিয়ে দেখা দিলে। তেখেতসকলে এহাতে অসমীয়াৰ অতীত পৰাক্ৰম আৰু শৌৰ্য্যৰ প্ৰতিভূ হিচাবে আহোমসকলক প্ৰশংসা কৰিলে, আনহাতে ব্ৰাহ্মণ্য সংস্কাৰৰ প্ৰতি উদাসীন আহোমসকলক হিন্দু গৌৰৱৰ প্ৰতিনিধি হিচাবে স্বীকাৰ কৰি ল'বলৈও টান পালে। শিক্ষিত অসমীয়া এচামে প্ৰাক্-আহোম যুগ, অসমৰ তথা অসমীয়াৰ সোণালী যুগ বুলি ধৰি ল'লে আৰু আহোম যুগটো এটা বিৰক্তিকৰ অৱক্ষয়ৰ যুগ বুলিও ভাবিলে। অৰ্থাৎ সমাজ-সংস্কৃতি গঠনৰ এটা ইতিবাচক প্ৰত্যাহ্বান আওকাণ কৰি শিক্ষিত অসমীযাসকলে অতীতৰ অধ্যয়নত বৈজ্ঞানিক মানসিকতা বৰ্জন কৰিলে আৰু এক নতুন উপাখ্যান ( myth ) ৰচনা কৰিলে। আজিও এই myth বা উপাখ্যান সক্ৰিয। আহোম আৰু অনা-আহোম বুৰঞ্জীবিদে আহোম যুগৰ বিচাৰত উগ্ৰ-পক্ষপাতমূলক ধাৰণা অৱলম্বন কৰাটো পৰিচিত ঘটনা। আহোম ৰজা-সকলে "বৈষ্ণৱ নিৰ্য্যাতন" কৰাৰ অভিযোগ এতিয়াও মাজে সময়ে উঠে, আৰু আহোম গোষ্ঠীৰ বুৰঞ্জীবিদেও আহোম ৰজাই সত্ৰত ভূমিদান কৰাৰ কথা উলিযাই সেই অভিযোগ খণ্ডন কৰিবলৈ প্ৰাণপণে চেষ্টা কৰে। এই গোষ্ঠীবাদী বুৰঞ্জী-চৰ্চাৰ কাৰণ এয়ে যে আজিৰ অসমতো আমি বিভিন্ন গোষ্ঠীৰ মাজত সমন্বয আৰু সম্প্ৰীতিৰ নিগাজি ভেটি স্থাপন কৰিবপৰা নাই। ফলত অতীতৰ ঘটনাৱলী গোষ্ঠীবাদী চশমাৰে এতিয়াও চাওঁহক।

ব্ৰিটিছ সাম্ৰাজ্যবাদী প্ৰশাসকসকলে লেখা বুৰঞ্জীত প্ৰশাসনীয তথা ৰাজনৈতিক দৃষ্টিকোণক গুৰুত্ব দিছিল, কাৰণ তেওঁলোকৰ সামাজিক ভূমিকাই সেই দৃষ্টিকোণত গুৰুত্ব দিবলৈ তেওঁলোকক বাধ্য কৰিছিল। ৰাজনীতি তেওঁলোকৰ ধাৰণাত আছিল ইতিহাসৰ চালিকাশক্তি। সমাজ-ব্যৱস্থাৰ নিজস্ব নিযমমতে তাৰ ৰূপান্তৰ বা উত্তৰণত তেওঁলোকে বিশ্বাস কৰা অসম্ভৱ আছিল। তেওঁলোকক অনুসৰণ কৰিলে শিক্ষিত ভাৰতীয় বুৰঞ্জীবিদসকলে—কাৰণ প্ৰথ নকৈ শিক্ষিত ভাৰতীয়সকলো হয় ব্ৰিটিছ প্ৰশাসনৰ সহযোগী আছিল নতুবা তেওঁলোক নিজে এক স্বাধীন শাসক গোষ্ঠীত পৰিণত হ'বলৈ বিচাৰিছিল। স্বাধীনতা সংগ্ৰামো

শেষলৈকে ভাৰতীয় বুৰ্জোৱা শ্ৰেণীৰ নেতৃত্বতে হৈছিল। সেয়ে ভাৰতীয় জনগণৰ বুৰঞ্জী পলমকৈহে লেখা হ'ব ধৰিছে—ভাৰতৰ সমাজ আৰু সংস্কৃতি সৃষ্টিত তেওঁলোকৰ সক্ৰিয় ভূমিকাৰ কাহিনী এতিয়াহে বিবৃত হ'ব ধৰিছে। স্পষ্ট হ'বলৈ ধৰিছে আৰ্থ-সামাজিক বিৱৰ্তনেই জনগণৰ সক্ৰিয় ঐতিহাসিক ভূমিকা সম্ভৱ কৰি তোলে। কোশাম্বী প্ৰভৃতি বুৰঞ্জীবিদৰ ৰচনা এই ক্ষেত্ৰত বাটকটীয়া।

অসমতো স্বাধীনতা সংগ্ৰামে বুৰ্জোৱা নেতৃত্বৰ তথা নীতিৰ সীমাবদ্ধতা সম্পৰ্কে এচাম মানুহক সজাগ কৰি তুলিছিল। ৰজা-মহাৰজাৰ যুদ্ধ-বিগ্ৰহৰ কাহিনী যে সম্পূৰ্ণ ইতিহাস নহয় তেনে চেতনাও ক্ৰমে বিকশিত হ'বলৈ ধৰিছিল। নিম্নমধ্যবিত্ত শ্ৰেণীৰপৰা অহা বেণুধৰ শৰ্মাই "কংগ্ৰেছৰ কাঁচিয়লী ৰদ'ত" নামৰ ৰচনাত স্বাধীনতা আন্দোলনত অসমৰ সাধাৰণ জনতাই লোৱা গৌৰৱময় ভূমিকাৰ মনোজ্ঞ বৰ্ণনা দাঙি ধৰিছে। পিচলৈ অৱশ্যে বেণুধৰ শৰ্মাই নিজেই উল্লেখ কৰিছে যে অসহযোগ আন্দোলনত প্ৰয়োজন হ'লে প্ৰাণাহুতি দিবলৈ ওলোৱা আহোম কৃষকসকলৰ এচামে ত্ৰিশৰ দশকৰ শেষ পিনে স্বাধীনতা আন্দোলনত সিমান সঁহাৰি দিয়া নাছিল। সেই সাঁথৰৰ উত্তৰ বেণুধৰ শৰ্মাৰ হাতত নাছিল। কিন্তু এই কথাও ঠিক যে অসমৰ সমাজত বিভিন্ন গোষ্ঠী আৰু গোষ্ঠী চেতনাৰ গুৰুত্ব স্বৰ্গীয় শৰ্মাই উপলব্ধি কৰিছিল আৰু অসমীয়া জাতিৰ গঠনত তেওঁলোকৰ অৱদান সম্পৰ্কে তেওঁ বিশেষ অনুসন্ধান চলাইছিল। কিন্তু সমাজতন্ত্ৰী ধাৰাৰ লগত সম্পৰ্ক নথকা বাবে তেওঁ অসমীয়া সমাজৰ ইতিহাসৰ বাবে উপযুক্ত তাত্বিক ভিত্তি প্ৰস্তুত কৰিব নোৱাৰিলে।

স্বাধীনতা সংগ্ৰামত কৃষক ৰাইজৰ ক্ৰমবৰ্দ্ধমান সক্ৰিয় ভূমিকাৰ ফলতে বংগদেশৰ কাৰাগাৰত অবৰুদ্ধ অৱস্থাতে RSP বা "বিপ্লৱী সমাজবাদী দল"ৰ তেতিয়াৰ সদস্য নীহাৰৰঞ্জন ৰায়ে "বাঙ্গালীৰ ইতিহাস" লেখাৰ প্ৰেৰণা পায়। অসমতো "প্ৰবাহ" আলোচনাত স্বাধীনতাৰ ঠিক পিচতে প্ৰবল গণ-আন্দোলনৰ গতিবেগত উদ্বুদ্ধ সাম্যবাদীসকলে অসমৰ অতীতত জনগণৰ ভূমিকাত পোহৰ পেলালে। উনবিংশ শতিকাৰ বিভিন্ন ব্ৰিটিছ বিৰোধী কৃষক-বিক্ষোভ, "ৰাইজৰ মেল", ফুলগুৰি আৰু পথৰুঘাটৰ ৰণ প্ৰভৃতিত আলোকপাত কৰি তেওঁলোকে শাসক-শ্ৰেণীৰ পক্ষপাতৰপৰা বুৰঞ্জীক মুক্ত কৰি তাক জনগণৰ কাহিনীত

পৰিণত কৰিবলৈ বিচাৰিলে। কৃষক প্ৰজাৰ এই বিদ্ৰোহী উদ্যোগ যেহেতু মাটি ফুটি ওলাব নোৱাৰে, মোৱামৰীয়া বিদ্ৰোহৰ মাজত এই শোষণ বিৰোধী সংগ্ৰামী মনোভাবৰ পম খেদি যোৱা হ'ল। অতীতৰ কলংকিত আৰু দুৰ্নাম-গ্ৰস্ত জননেতাসকল এই নতুন বিচাৰত সংগ্ৰামী জনসাধাৰণৰ মহান নায়ক হিচাবে পৰিচিত হ'ল। বিশেষকৈ প্ৰবুদ্ধ ৰায়চৌধুৰী, অমলেন্দু গুহ আৰু অনিল ৰায়চৌধুৰী প্ৰভৃতিয়ে অসমৰ বুৰঞ্জীৰ নতুন গতিপথ নিৰ্দ্ধাৰণ কৰি দিলে।

[ 8 ]

আজি বুৰঞ্জীৰ দুয়োটা ধাৰাই অসমৰ সুধীসমাজত প্ৰচলিত। ৰাজনৈতিক ইতিহাসৰ ধাৰাত ৰাষ্ট্ৰ-নায়কসকলৰ ভূমিকাৰ ইতিবৃত্ত ৰচিত হৈছে, আৰু জনগণৰ ভূমিকা আৰু আৰ্থ-সামাজিক ব্যৱস্থাৰ ৰূপান্তৰৰ অধ্যয়নো বামপন্থী বুৰঞ্জীবিদসকলে চলাই আছে। কিন্তু অসমৰ সামাজিক-ৰাজনৈতিক পৰিস্থিতিৰ জটিলতাৰ বাবে দুয়োটা ধাৰাতে কেতবোৰ সমস্যাৰ উদ্ভৱ হৈছে। বিশেষকৈ অসমীয়া জাতিৰ অস্তিত্ব সম্পৰ্কেই অসমীয়া মানুহৰ মাজত গভীৰ সংশয় আৰু সন্দেহ দেখা দিছে। অসমীয়া জাতিৰ লগত লীণ নোযোৱা বা আধা-লীণ যোৱা গোষ্ঠীবোৰে বেলেগে নিজৰ ভাগ্য নিৰ্ণয় কৰিবলৈ আগ্ৰহ কৰিছে।

ভাৰতৰ ৰাষ্ট্ৰ ব্যৱস্থাত অসম আৰু অসমীয়াৰ স্থান কি হ'ব, তাৰ সত্বত্তৰ সন্ধান কৰাটোৰ লগত অসমৰ বুৰঞ্জী-চৰ্চাৰ এটা দিশ জড়িত। সেই সম্পৰ্কে সচেতন আৰু সতৰ্ক নোহোৱাৰ পৰিণাম হ'ব অসম বুৰঞ্জীৰ অসম্পূৰ্ণ বা বিকৃত জ্ঞান। আনকি সতৰ্ক বামপন্থী দৃষ্টিকোণেও আমাক ৰক্ষা কৰিব নোৱাৰিব। সন্দেহ নাই যে ড° অমলেন্দু গুহ অসম বুৰঞ্জীৰ বৈজ্ঞানিক চৰ্চাৰ এজন পথিকৃৎ। তেওঁৰ ওচৰত অসমৰ সুধী সমাজ বহু পৰিমাণে ঋণী। কিন্তু তেওঁৰ From Planter Raj to Swaraj ( ICHR, 1974 ) গ্ৰন্থত স্বাধীনতা সংগ্ৰামৰ যি ধাৰণা প্ৰকাশ পাইছে তাত অসমীয়া জাতিসত্তাৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামৰ কোনো উল্লেখ নাই—যেন সৰ্বভাৰতীয় জনগণৰ নাম-গোত্ৰহীন এটা অংশ হিচাবেহে অসমীয়া জনগণে স্বাধীনতা সংগ্ৰামত অংশগ্ৰহণ কৰিছিল।

আচলতে অসমীয়া মধ্যবিত্ত নেতাসকলৰ নেতৃত্বত অসমীয়া জনগণে ভাৰতৰ মুক্তিৰ লগে লগে অসমীয়া জাতীয় জীৱনৰ নিৰাপত্তা আৰু উদগতিৰ বাবেও সংগ্ৰাম কৰিছিল। সেয়ে স্বাধীনতাৰ আগে আগে অসমত গ্ৰুপিং বিৰোধী আন্দোলন হৈছিল আৰু বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ আন্দোলনত গোপীনাথ বৰদলৈয়ে নেতৃত্ব দিছিল। অসমত স্বাধীনতা সংগ্ৰামৰ এই মাত্ৰাটো ( dimension ) ড° গুহৰ আলোচনাত ধৰাপৰা নাই। তাৰ কাৰণ এয়ে যে বামপন্থী দলসমূহে সংকীৰ্ণ শ্ৰেণীগত দৃষ্টিকোণেৰে ভাৰতৰ জাতীয় আন্দোলনবোৰত প্ৰয়োজনীয় গুৰুত্ব দিয়া নাই। তেওঁলোকৰ ক্ৰুটিপূৰ্ণ কৰ্মনীতিয়ে বুৰঞ্জীতো ছাঁ পেলাইছে।

অনুৰূপ সমস্যা দেখা গৈছে অসমত বঙলা ভাষা প্ৰৱৰ্তনৰ ক্ষেত্ৰত। অসমীয়া মধ্যবিত্ত বুৰঞ্জীবিদসকলে বহুদিন ধৰি ব্ৰিটিছ প্ৰশাসনৰ স্বকীয় সিদ্ধান্তমতে হোৱা এই ঘটনাৰ বাবে বঙালী আমোলাকে দোষাৰোপ কৰিছিল। বঙালী আমোলাৰ প্ৰৰোচনাতে অসমীয়া ভাষা নজনা ব্ৰিটিছসকলে এনে অদ্ভুত সিদ্ধান্ত লোৱা বুলি অসমীয়া বুৰঞ্জীবিদ-সকলে ধাৰণা কৰিছিল—কাৰণ জীৱিকাৰ ক্ষেত্ৰত শিক্ষিত অসমীয়াই শিক্ষিত বঙালীকে প্ৰধান প্ৰতিদ্বন্দ্বী হিচাবে পাইছিল আৰু ব্ৰিটিছৰ ঔপনিবেশিক নীতিৰ অপকাৰ সম্পৰ্কে অন্ধ হৈ আছিল। উনৈশ শ সত্তৰ চন মানৰেপৰা উগ্ৰ অসমীয়া জাতীয়তাবাদৰ বিৰুদ্ধে সংগ্ৰামত হাতে-কামে নামি আমি এই প্ৰশ্নটোৰ মুখামুখি হৈছিলোঁ। তেতিয়াই "অসম বাতৰি" নামৰ কাকত এখনত সুদীৰ্ঘ চিঠি এখনৰ জৰীয়তে ৰাজহুৱাভাৱে প্ৰত্যাহ্বান দিছিলোঁ অসমত যে বঙালী আমোলাৰ চক্ৰান্তৰ ফলতহে বঙলা ভাষা চৰকাৰী ভাষা হৈছিল তাৰ প্ৰমাণ কি ? সুখৰ বিষয় যে তাৰ এক দশক পিচত দুজনমান ডেকা বুদ্ধিজীৱী আৰু এগৰাকী প্ৰবীণ বুৰঞ্জীবিদে বিতংভাৱে আলোচনা কৰি দেখুৱালে যে তেনে ধাৰণাৰ কোনো যুক্তিসংগত ভিত্তি নাই। বৰং ১৯৮০ চনত আমেৰিকাৰপৰা Reverend Downs-এ নথি-পত্ৰ উদ্ধৃত কৰি দেখুৱালে যে ঘটনাটোৰ বাবে ব্ৰিটিছ শাসকসকল বোল অনাই দায়ী আছিল। ( Gauhati University **Research Journal,** 1980 )।

কিন্তু তাৰ পিচত অসমীয়া বামপন্থী মহলত যি ধৰণে লেখামেলা

হ'বলৈ ধৰিলে, বঙালী উগ্ৰজাতীয়তাবাদৰ ভূমিকা সম্পূৰ্ণ তলপৰাক নিচিনা হ'ল। বঙালী আমোলাসকল অসমত ইমান ক্ষোভ আৰু বিৰাগৰ পাত্ৰ হৈছিল কিয়, সেই প্ৰশ্নৰ সমাধান এনেকৈ নহয়। আমি যদি ভাবোঁ যে অসমীয়া মানুহে হিংসাতে তেনে মনোভাব লৈছিল, কথাটো শুদ্ধ নহ'ব। বঙালী আমোলাসকলে ব্ৰিটিছ প্ৰশাসনৰ মুমলীয়া অংশীদাৰ হিচাবে অসমীয়া জাতিক অৱদমন কৰাত সহায় কৰিছিল। তদুপৰি চাকৰিৰ ক্ষেত্ৰত যাতে তেওঁলোকতকৈ পিচত আধুনিক শিক্ষাগ্ৰহণ কৰা শিক্ষিত অসমীয়াৰ প্ৰতিযোগিতাৰপৰা বিপদ নহয়, তেওঁলোকে তাৰ বাবে কিছুমান কূট-কৌশল আৰু দলাদলিৰ আশ্ৰয় লৈছিল। অসমীয়া মানুহৰ মনত দুৰ্ব্যৱহাৰ বা অৱহেলাৰে হীনমন্যতা সৃষ্টি কৰাটো আছিল এনে এক কূট-কৌশল। বঙালী উগ্ৰ-জাতীয়তাবাদৰ এইবোৰ লক্ষণ অসমৰ বাহিৰত উৰিষ্যা প্ৰভৃতি প্ৰদেশতো প্ৰকট হৈছিল। বিখ্যাত উৰিয়া সাহিত্যিক ফকিৰমোহন সেনাপতিৰ আত্মজীৱনীতো (সাহিত্য অকাদেমীৰ দ্বাৰা প্ৰকাশিত) সেই বিষয়ে প্ৰচুৰ উল্লেখ আছে। অৰ্থাৎ ই কিছুমান অসমীয়া মানুহৰ দৃষ্টিভ্ৰম নাছিল, বৰং এচাম বঙালী মধ্যবিত্তৰ দুৰ্ভাগ্যজনক বিকাৰহে আছিল। এই কথাটো বামপন্থীসকলে মুকলি মনেৰে স্বীকাৰ নকৰে কিয়? তেওঁলোকে যদি ক'লেহেঁতেন যে সকলো বঙালী উগ্ৰ-জাতীয়তা-বাদী নাছিল, যে বহু বঙালীয়ে অসমৰ উন্নতিত আৰু অসমীয়াৰ মংগলত বিশেষ অৱদান যোগাইছে, তেনে হ'লে আপত্তিৰ থল নাছিল। কিন্তু ক্ষতিকৰ আৰু প্ৰভাৱশালী মতাদৰ্শ হিচাবে বঙালী উগ্ৰ-জাতীয়তাবাদৰ অস্তিত্ব উৰাই দিয়াটো সংগত নহ ব। বামপন্থী মহলে আজি অসমীয়া উগ্ৰ-জাতীয়তাবাদৰ লগতে বঙালী উগ্ৰ-জাতীয়তাবাদৰো যথাযথ প্ৰতিকাৰ বিচাৰিলেহে অতীত ইতিহাসৰ এই ধাৰাৰ সুস্থ আৰু সাৰ্থক বিচাৰ সম্ভৱ হ'ব।

অসমীয়া উগ্ৰজাতীয়তাবাদৰ প্ৰতি বামপন্থী মহলৰ প্ৰতিক্ৰিয়া কেতিয়াবা অসম-বিদ্বেষত পৰিণত হৈছে। যেনে ধৰক স্বৰ্গীয় দধি মহন্তদেৱৰ এটা প্ৰবন্ধ। প্ৰথমে "প্ৰকাশ"ত প্ৰকাশিত প্ৰবন্ধটো (জ্যোতিপ্ৰসাদৰ "পোহৰলৈ") মালিগাওঁৰ এখন বঙলা আলোচনীয়ে অনুবাদ কৰি প্ৰকাশ কৰিছে। (একা এবং কয়েকজন) সপ্তম বৰ্ষ, ১০৩ সংখ্যা) আমি তাৰপৰাই কিছু উদ্ধৃতি দিছো

"ইংৰাজসকলে সৰ্বপ্ৰথমে অসমৰ আদালত আৰু শিক্ষা ব্যৱস্থাত বঙলা ভাষাৰ প্ৰচলন কৰা নাছিল। কাৰণ ছাৰ এড্‌ৱাৰ্ড গেইটৰ বুৰঞ্জীয়ে কয় যে স্বৰ্গদেউ ৰুদ্ৰসিংহই বংগদেশৰপৰা পণ্ডিত আনি ব্ৰাহ্মণৰ ল'ৰাবিলাকৰ শিক্ষাৰ ব্যৱস্থা কৰিছিল আৰু বহুতক বংগদেশৰ বিখ্যাত শিক্ষাকেন্দ্ৰ বিলাকলৈ শিক্ষা ল'বলৈ পঠাইছিল। প্ৰখ্যাত বুৰঞ্জীবিদ ড° সূৰ্য্যকুমাৰ ভূঞা সম্পাদিত ফ্ৰান্সিচ হেমিল্টনৰ '**An Account of Assam**'-ত ৰুদ্ৰসিংহৰ সময়ত বঙলা ভাষা প্ৰচলনৰ কথা লেখা আছে আৰু ঔৰংজেৱৰ আমোলৰপৰা অসমত চলি অহা অসমীয়া ভাষা অবিলম্বে বিলুপ্ত হোৱাৰ আশংকাও প্ৰকাশ কৰা হৈছে" ( পৃ ২৮ )।

স্বৰ্গদেউ ৰুদ্ৰসিংহই বঙলা ভাষা শিকাবলৈ বঙালী পণ্ডিত অসমলৈ অনা বুলি ৺মহন্তদেৱে কিয় ভাবিলে বুজা নাযায়। সেই পণ্ডিতসকল আছিল সংস্কৃতজ্ঞ পণ্ডিত, তেওঁলোকে অসমীয়া ছাত্ৰক সংস্কৃত শাস্ত্ৰৰ জ্ঞানহে দিছিল। তেতিয়া বংগদেশলৈ বিদ্যাশিক্ষাৰ বাবে যোৱা অসমীয়া ছাত্ৰয়ো বঙলা ভাষা শিকিবলৈ যোৱা নাছিল, সংস্কৃত মাধ্যমত শাস্ত্ৰজ্ঞান লাভ কৰিবলৈহে গৈছিল। ফ্ৰান্সিচ হেমিল্টনৰ "**An Account of Assam**" ( DHAS, Guwahati pp 50 ff ) ত "অসমীয়া" ভাষা বিলুপ্ত হোৱাৰ যি আশংকা প্ৰকাশ কৰা হৈছে, তাৰ দ্বাৰা "আহোম" ভাষা বিলুপ্ত হোৱা কথাহে বুজোৱা হৈছে। হেমিল্টনৰ বিৱৰণত "বঙলা ভাষা"ৰ অৰ্থ "অসমীয়া" ভাষা—হয়তো তেওঁক তেওঁৰ দোৱভীয়াসকলে তেনেদৰে বুজাই দিছিল। কথাটো অতি স্পষ্ট হৈ পৰে যেতিয়া আমি দেখোঁ যে হেমিল্টনৰ মতে অসমৰ কলিতা জাতিয়ে "বঙলা" ভাষা কয় আৰু আহোম বিলাকে "অসমীয়া" ভাষা কয়॥

পল্লৱগ্ৰাহীৰ দৰে চিন্তাশীল ব্যক্তিয়েও যেতিয়া এনে মন্তব্য কৰে, তেতিয়া আমি ভাবিবলৈ বাধ্য হওঁ, ইয়াৰ কাৰণ কি? এটা কাৰণ এয়ে যে অসমত বামপন্থীসকলে উগ্ৰ-জাতীয়তাবাদী অসমীয়াৰ লগত যুঁজিবলৈ গৈ বহুসময়ত অসমত বঙলা ভাষা প্ৰচলনৰ বাবে বঙালী সকলৰ বিৰুদ্ধে অভিযোগ শুনিবলগীয়া হয়। তেতিয়া তেওঁলোকে সেই জগৰটো আনৰ গালে পেলাই দি অসমীয়াৰ বঙালী-বিদ্বেষ প্ৰশমিত কৰিবলৈ চেষ্টা কৰে। কিন্তু এই জগৰটো আহোমসকলৰ গাত ইমান

সহাৰ্জ দিয়া হয় কেলেই ? তাৰ কাৰণ এ'য যে অসমীয়াৰ নৱজাগৰণৰ যুগতো সাম্প্ৰদায়িকতা তথা গোষ্ঠীবাদৰপৰা অসমীয়া নেতাসকল মুক্ত হ'বপৰা নাছিল। বৰ্ণহিন্দু নেতাসকলে অসমৰ কিছুমান দুৰৱস্থা আৰু সমস্যাৰ বাবে অতীতৰ আহোম ৰাজত্বকে দায়ী কৰিছিল—সামন্তবাদ নাইবা সমসাময়িক ঔপনিবেশিক শাসনক জগৰীয়া কৰা নাছিল। দুখৰ বিষয় সেইবোৰ ধ্যান ধাৰণা পৰৱৰ্তীকালৰ মধ্যবিত্তৰ মাজত বৰ্ত্তি থাকিল, আনকি বামপন্থী নেতাকো স্পৰ্শ নকৰাকৈ নাথাকিল। আৰু আজি যদি আমি বৰ্ণহিন্দু সংস্কাৰৰ বিৰুদ্ধে থিয় নিদিওঁ, স্বৰ্গীয় দধি মহন্তদেৱৰ দৰেই ভ্ৰান্ত ধাৰণাৰ চিকাৰ হৈ থাকিম।

সংস্কাৰ তথা পৰম্পৰাৰ আগত তথাকথিত প্ৰগতিশীল বামপন্থীৰ নিষ্ক্ৰিয় আত্মসমৰ্পণৰ আৰু এটা উদাহৰণ মনত পৰিছে। অলপতে এজন তৰুণ বামপন্থী লেখকে পদ্মনাথ গোহাঞিবৰুবাৰ ব্ৰিটিছ ভক্তি সম্পৰ্কে এক সুদীৰ্ঘ প্ৰবন্ধ লেখিছে। হঠাতে এই তথ্য লৈ ইমান দীঘল প্ৰৱন্ধ লেখিব লগা হ'ল কিয় ? অসমৰ পাঠক সমাজে কথাটো ভালদৰে জানে, পদ্মনাথেও তেওঁৰ জীৱন কালত ব্ৰিটিছৰাজৰ প্ৰতি তেওঁৰ ভক্তি গোপন কৰা নাছিল। বৰং মাত্ৰাধিক উচ্ছ্বাসেৰে যত্ৰ তত্ৰ তাক প্ৰকাশহে কৰিছিল। তেনেস্থলত সেই সকলোৰে জনা কথাটোৰে বিস্তাৰিত বিৱৰণৰ তাৎপৰ্য্য কি ? বামপন্থীসকলৰ বাবে সকলো ব্যক্তিগত বিশ্বাস আৰু আচৰণৰে একোটা সামাজিক তাৎপৰ্য্য থাকে। কিন্তু পদ্মনাথৰ ক্ষেত্ৰত সেই তাৎপৰ্য্য নাথাকিবনে ? আমি ১৯৭০ চনতে **"অসমৰ মধ্যবিত্ত সমাজৰ ইতিহাস"**ত ( পুনৰ্মুদ্ৰিত হৈছে **সাহিত্য আৰু চেতনাত** ) সাব্যস্ত কৰিছিলোঁ যে "ব্ৰিটিছানুগত্য" তেতিয়া কেৱল পদ্মনাথ গোঁহাঞিবৰুৱাৰে ব্যক্তিগত বিকাৰ নাছিল—তেতিযাৰ বেছিভাগ শিক্ষিত মধ্যবিত্ত অসমীয়াৰে সি আছিল ৰাজনৈতিক দৰ্শন। মাণিকচন্দ্ৰ বৰুৱাৰ পৰা জগন্নাথ বৰুৱালৈ। আনকি পদ্মনাথতকৈ অধিক আধুনিক লক্ষ্মীনাথেও দ্বিধাহীনভাৱে ঘোষণা কৰিছিল "ইংৰাজ ভাৰতৰ গৰাকী হৈ থাকক, এনে আশা ভাৰতে সদায় কৰে।" ( **বেজবৰুৱা গ্ৰন্থাৱলী**, দ্বিতীয় খণ্ড, পৃঃ ১৬৫৭-১৬৫৮ )। কথাটো পুনৰ তল পেলোৱা হ'ল কিয় ?

পদ্মনাথ গোহাঞিবৰুৱা ব্ৰিটিছ শাসনৰ ভক্ত হোৱাৰ আন এটা

কাৰণ আছিল। উনবিংশ শতিকাৰ মধ্যবিত্ত শিক্ষিত সমাজত পৰম্পৰা-গতভাৱেই উচ্চবৰ্ণৰ হিন্দুসকলৰ প্ৰভাৱ প্ৰতিপত্তি বেছি আছিল। তেওঁলোকৰ মাজত শিক্ষিত আৰু প্ৰভাৱশালী লোকৰ অনুপাত বহুগুণে বেছি আছিল আৰু সমাজৰ অন্যান্য বৰ্ণৰ লোকসকল কিছুদূৰ তেওঁলোকৰ দ্বাৰা অৱহেলিত আৰু অৱদমিত হৈছিল। এনে অসমান প্ৰতিযোগিতাত পদ্মনাথে অকলে বা এমুঠি নিজা গোষ্ঠীৰ শিক্ষিত মানুহেৰে থাৱৰিবপৰা টান আছিল। সেয়ে বৰ্ণ হিন্দু নেতাসকলৰ পৃষ্ঠপোষকতা আশা কৰিব নোৱাৰি পদ্মনাথে ব্ৰিটিছ চৰকাৰৰ শৰণ লৈছিল আৰু প্ৰৱল উৎসাহেৰে ৰাজভক্তি প্ৰচাৰ কৰিছিল। বৰ্ণহিন্দু অসমীয়া নেতাসকলে তেওঁক বা তেওঁৰ সম্প্ৰদায়ৰ লোকসকলক আশাশুধীয়া সহায় নাইবা উদগনি দিয়া হ'লে এই বাটেদি তেওঁ নোযোৱাকৈ থাকিব পাৰিলেহেঁতেন। কিন্তু সেই কথা তেতিয়া আছিল অসম্ভৱ। ব্ৰিটিছৰ লগত তীব্ৰ সংঘাতৰ সময়ত বৰ্ণহিন্দু নেতাসকলে পিচপৰা সম্প্ৰদায়ৰ সহায় বিচাৰিলেও তেওঁলোকক একে শাৰীতে বহিবলৈ দিব খোজা নাছিল। "আৱাহন"ত ওলোৱা এটা প্ৰৱন্ধত ১৯৩৯ চনত এজনে অভিযোগ কৰিছিল যে, অসমৰ চৰকাৰী চাকৰি-বাকৰিৰ শতকৰা ২ তকৈও কম চাকৰিহে পিচপৰা সম্প্ৰদায়ে পাইছিল, যদিও তেওঁলোক আছিল জনসংখ্যাৰ এক চতুৰ্থাংশতকৈ বেছি। মহাৰাষ্ট্ৰত বিশেষ প্ৰভাৱশালী 'জ্যোতিবা ফুলে' আৰু দাক্ষিণাত্যত "জাষ্টিচ পাৰ্টি" তথা দ্ৰাবিড় আন্দোলনও অৱশেষত বৰ্ণহিন্দুৰ অবদমনৰ ভয়ত ব্ৰিটিছৰ শৰণাপন্ন হৈছিল। (Gail Omvedt-ৰ **Non Brahman Movement in Western India**ত এই সম্পৰ্কে বিস্তাৰিত তথ্যপাতি আছে।) ড আম্বেদকাৰৰ দৰে মহান ব্যক্তিয়েও এনে পৰিস্থিতিত টুপুঙা বামপন্থীৰপৰা ব্ৰিটিছানুগত্যৰ অপবাদ শুনিবলগীয়া হৈছিল। পৰিস্থিতিৰ বাবে স্বাৰ্থপৰ বৰ্ণহিন্দুসকল সমানে দায়ী আছিল।

মাৰ্ক্সবাদ গালি-গালাজ বা সস্তীয়া কুৎসা ৰটনাৰ হাতিয়াৰ নহয়। সমাজ সত্য সম্পৰ্কে আমাৰ জ্ঞান গভীৰতৰ কৰাতহে তাৰ সাৰ্থক

প্ৰয়োগ। ভাৰতীয় সমাজ বাস্তৱত আজিকোপতি বৰ্ণ বা সম্প্ৰদায়ৰ যি প্ৰভাৱ বৈ গৈছে তাক আওকাণ কৰি কেৱল শ্ৰেণীগত বিভাজনৰ কথা কৈ থকাটো কেৱল অন্ধতা নহয়, বৰ্ণবাদী চক্ৰান্তত প্ৰকাৰান্তৰে সহায় কৰা। ১৯৫৪ চনৰ পালঘাট কংগ্ৰেছত ভাৰতৰ সাম্যবাদী দলে জাত-পাতৰ প্ৰশ্নত গুৰুত্ব দিছিল। আজি যদি কোনো কোনো সাম্যবাদী অৰ্দ্ধচেতনভাৱে জাত্যভিমানৰ ৰাগীত ডুব যায়, সি ভাৰতীয় সাম্যবাদৰ অধঃপতন সূচোৱা নাইনে?

---